# অসমৰ জনজাতীয় সাধু

অসম, নগাভুমি আৰু উত্তৰ-পূব সীমান্ত অঞ্চলৰ
জনজাতিসমূহৰ সাধুকথাৰ সংগ্ৰহ

সম্পাদক
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী







১৯৬২

অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট : অসম

**ASAMAR JANAJATIYA SADHU** : a collection of folk-tales of the tribal people of Assam, the North-East Frontier Agency and Nagaland, edited by Shri Biswanarayan Shastri, M.A., Gauhati & published by Dr. Maheswar Neog, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat, 1962

প্ৰকাশক :

ডক্টৰ মহেশ্বৰ নেওগ

প্ৰধান সম্পাদক,

অসম সাহিত্য সভা

যোৰহাট

বেচ : ৬·০০ ছটকা মাথোন

মুদ্ৰক :

শ্ৰীকালীচৰণ পাল

নবজীৱন প্ৰেছ

৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# সূচীপত্ৰ

সংগ্ৰহ ঃ শ্ৰীতপনকুমাৰ মজিন্দাৰ বৰুৱা,
অনুবাদ ঃ শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

# প্ৰধান সম্পাদকৰ নিবেদন

সাধুকথা লোক-সাহিত্যৰ এটি বিশিষ্ট অঙ্গ। লোকগীতি, প্ৰৱাদ-বাক্য আদিৰপৰা সাধুকথাৰ প্ৰধান পাৰ্থক্য হ'ল এয়ে যে সাধুকথাৰ এটা নিৰ্দ্দিষ্ট ৰূপ নাথাকে। অনেক সময়ত মুখ বাগৰি বাগৰি অহা কাৰণে সাধুকথাৰ বিষয়-বস্তুৰো বিশেষ পৰিৱৰ্ত্তন ঘটে। কেতিয়াবা একেটা সাধুকথাই দুটা বা অধিক ৰূপ পৰিগ্ৰহ কৰে। ভাল একোটা কাহিনীৰ একোটা সজ নীতি-শিক্ষা থাকে, আৰু সেই কথাৰপৰাই সম্ভৱতঃ লোক-কথাক সাধুকথা বোলা হয়। আধুনিক গল্পৰ লগত সাধুকথাৰ প্ৰধান পাৰ্থক্য যে সাধুবোৰ সদায় বাস্তৱধৰ্ম্মী নহয়, সিবোৰত অলৌকিকতাৰ মাত্ৰা কেতিয়াবা কম, কেতিয়াবা বেছিকৈ থাকে, কল্পনাৰ মাত্ৰাও অনেক সময়ত যথেষ্ট, কিন্তু সাধুকথাত মানুহৰ সৰল বিশ্বাস আৰু অনুভূতিৰ প্ৰকাশ পোৱা যায়, সৰল সমাজৰ মতি-গতিও সিবোৰৰপৰাই ধৰিব পাৰি। অনেকবোৰ সাধু সময় বা স্থানৰ বিশেষ ব্যৱধান সত্ত্বেও গঢ়ত প্ৰায় একে হোৱা দেখা যায়। মানুহৰ লগত মানুহৰ সম্পৰ্ক লৈ কিছুমান সাধুত এটা বিষাদৰ সুৰ বাজি উঠে। সাধুকথাৰ অভিনয়ত চৰাই-পশু আদিও প্ৰধান ভাৱৰীয়া। বৰ্ত্তমান সংগ্ৰহখনিতো কেইবাটিও সাধুত বিশেষ চৰাই চৰিত্ৰৰ প্ৰভাৱ লক্ষ্য কৰিব পাৰি। কিছুমান সাধুত নানা প্ৰাকৃতিক দৃশ্য আদিৰ কাৰণ (etiology) দেখুৱাবৰ যত্ন কৰা হৈছে। চন্দ্ৰগ্ৰহণ আৰু সূৰ্য্যগ্ৰহণ কিয় হয়, তাকে লৈ জনজাতিসকলৰ মাজত কেইবাটিও সাধু দেখা পোৱা যায়। সাপ আৰু মানুহৰ শত্ৰুতাৰ কাৰণ নিৰ্দ্দেশ কৰিও সাধুকথা সৃষ্টি কৰা হৈছে। কিছুমান সাধুত পৌৰাণিক কাহিনীৰ অনুৰূপ কথা-বস্তু সৃষ্টি কৰিবৰ যত্ন দেখা পোৱা যায়। আনফালে এই সাধুবোৰৰ

অনেক মটিফ্ বা কথাঙ্গ পৃথিৱীৰ দূৰ-দূৰণিৰ দেশৰ সাধুৰ লগতো মিলিব।

বৰ্ত্তমান সংকলনত অসম, উত্তৰ-পূব সীমান্ত অঞ্চল আৰু নগাভূমিৰ জনজাতিসমূহৰ স্বকীয় বৈশিষ্ট্যপূৰ্ণ কিছু লোককথা সন্নিৱেশ কৰা হৈছে। নতুন অধিনিয়মৰ দ্বাৰা নগাভূমিক এখনি সুকীয়া ৰাজ্য কৰা হৈছে। আনফালে উত্তৰ-পূব সীমান্ত অঞ্চলক অসমৰ অঙ্গ বুলি স্বীকাৰ কৰিলেও আৰু অসমৰ লগত একীকৰণ কৰিবলৈ পূৰ্ব্বৰেপৰা সিদ্ধান্ত লোৱা থাকিলেও বৰ্ত্তমানলৈ সেই একীকৰণ ঘটা নাই। এইবিলাক ৰাজনৈতিক জগতৰ কথা। কিন্তু সাংস্কৃতিক দৃষ্টিকোণৰ-পৰা চালে আমি—অসম, সীমান্ত আৰু নগাভূমি—সদায় ভৌগোলিক এক গোট হৈ যুগ-যুগান্তৰ চলি আহিছো। এই সাংস্কৃতিক মিলৰ ফালে লক্ষ্য কৰিয়েই বৰ্ত্তমান পুথিত তিনিওটা অঞ্চলৰ সাধুকথা সামৰা হৈছে। যদিও সকলো জনজাতিৰ ফালৰপৰা সংগ্ৰহটি প্ৰতিনিধিত্বমূলক কৰিবৰ যত্ন কৰা হৈছিল, কাৰ্য্যত সি সম্পূৰ্ণৰূপে হৈ নুঠিল। তথাপি অলপ সময়ৰ ভিতৰতে কামটি সম্পূৰ্ণ কৰি দিয়া সম্পাদক পণ্ডিত শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী আৰু সাধুৰ সংগ্ৰাহক আৰু অনুবাদকসকলৰ সাদৰ সহানুভূতিত বৰ্ত্তমানৰ গ্ৰন্থখনি সকলোৰে আদৰণীয় হ'ব বুলি আমাৰ আস্থা হৈছে। সেই বাবে সিসকলক আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছো। এই প্ৰসঙ্গত অতি বিশেষভাৱে কৃতজ্ঞতা জ্ঞাপন কৰিব লাগে উত্তৰ-পূব সীমান্ত অঞ্চলৰ সাংস্কৃতিক গৱেষণা বিভাগৰ (অসমৰ ৰাজ্যপালৰ সীমান্ত বিষয়ক উপদেষ্টা দপ্তৰ) ওচৰত। এই বিভাগে ডক্টৰ ভেৰিয়াৰ এলুইনৰ *Myths of the North-East-Frontier of India* নামৰ মূল্যৱান পুথিখনিৰপৰা সাধুকথা অনুবাদ কৰি ব্যৱহাৰ কৰিবৰ কাৰণে আমাক অকুণ্ঠ অনুমতি দিছে। শ্ৰীদেৱানসিং ৰংমুথুৰ *Folktales of the Garos* পুথিৰপৰা অনুবাদ কৰি লোৱা চাৰিটি সাধুৰ বাবে আমি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ওচৰত ঋণী।

বৰ্ত্তমান প্ৰকাশনখনি আৰু ইয়াৰ লগৰ 'অসমৰ জনজাতি'ৰ প্ৰকাশ সম্ভৱ হৈছে ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰণালয়ৰপৰা পোৱা এটি অনুদানৰপৰা। অসমৰ বিভিন্ন অঞ্চলৰ মাজত সাংস্কৃতিক আৰু ভাষাগত সম্পৰ্ক উন্নয়নৰ মহৎ উদ্দেশ্য চকুৰ আগত ৰাখি মন্ত্ৰণালয়ে অসমৰ জনজাতি আৰু অসমৰ জনজাতীয় সাধুৰ দুখনি পুথিৰ সঙ্কলন, সম্পাদন আৰু প্ৰকাশনৰ উদ্দেশ্যে ২৪,০০০.০০ টকাৰ এখনি আঁচনি মঞ্জুৰ কৰে। এই আচনিৰ প্ৰয়োজনীয় অৰ্থৰ ভিতৰৰ ৯,০০০ ০০ টকা ভাৰত চৰকাৰে দিবলৈ গাত লয় আৰু সভাক তাৰ সমপৰিমাণৰ অৰ্থ ব্যৱহাৰ কৰিবলৈ আৰু পৰিপূৰক অনুদানৰ বাবে অসম চৰকাৰক ধৰিবলৈ পৰামৰ্শ দিয়ে। কিন্তু নানা যত্ন কৰিও অসম চৰকাৰৰ-পৰা এই আঁচনিৰ বাবে কোনো দান-অনুদান পোৱা নগ'ল। ইয়াৰ ফলত সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতি পূৰ্ব্বৰ আঁচনিখনি সঙ্কুচিত কৰিবলৈ বাধ্য হয়। জনজাতীয় সাধুৰ পুথিখনিৰ দুটা খণ্ড ডাঙৰকৈ উলিয়াবৰ বাবে পূৰ্ব্বতে কৰা আঁচনি পৰিহাৰ কৰি এখণ্ডতে তাক সম্পূৰ্ণ কৰা গ'ল। আমি ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰণালয়ৰ ওচৰত আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

প্ৰধান সম্পাদকৰ কাৰ্য্যালয়
উত্তৰ শৰণীয়া
গুৱাহাটী, অসম

মহেশ্বৰ নেওগ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সম্পাদকীয়

অসমৰ পৰ্ব্বতে-ভৈয়ামে বাস কৰা জনজাতীয় সমাজত, নগাভূমি আৰু উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতিসমূহৰ মাজত প্ৰচলিত সাধুকথাবোৰৰ কিছু সংগ্ৰহ কৰি 'অসমৰ জনজাতীয় সাধু'ত ঠাই দিয়া হৈছে। অসমৰ ভৈয়ামৰ জনজাতি-সমূহৰ ভিতৰত দেউৰী, মিৰি (মিচিং), সোণোৱাল, কছাৰী আৰু ৰাভাসকলৰ মাজত প্ৰচলিত সাধু আৰু পৰ্ব্বতীয়া জনজাতিসকলৰ ভিতৰত মিকিৰ, খাচি, গাৰো, কুকি আৰু লুচাইসকলৰ সাধু ইয়াত দিয়া হৈছে। উত্তৰ-পূব সীমান্ত অঞ্চলত বহুত জনজাতিৰ বাস। একোটা জনজাতীয় লোকৰ ভিতৰতে আকৌ উপভাগ বা উপজাতি আছে। এই সকলোবোৰ জনজাতিৰ সাধু এই পুথিত ঠাই দিবলৈ যত্ন কৰা হৈছে। উত্তৰ-পূব সীমান্ত অঞ্চলৰ যিবিলাক জনজাতিৰ সাধুৱে ইয়াত ঠাই পাইছে, সেইবিলাকৰ অৱস্থান আৰু অন্যান্য বৈশিষ্ট্যৰ বিষয়ে সুসংক্ষেপে পৰিশিষ্টত কোৱা হৈছে। ইয়াৰ বাহিৰেও বৰ্ত্তমান নগাভূমি নামেৰে সুকীয়া ৰাজ্য হলেও, চিৰদিন অসমৰ ভিতৰুৱা হৈ থকা নগাপাহাৰৰ জনজাতীয় সমাজৰো কেইটামান সাধু এই পুথিত যোগ দিয়া হৈছে। অসম, নগাভূমি আৰু উত্তৰ-পূব সীমান্ত অঞ্চলৰ (নেফা) জনজাতীয় লোকৰ সাধুৱে পুথিখনত সমানে ঠাই পাইছে যদিও 'অসমৰ জনজাতীয় সাধু' বুলি পুথিখনৰ নামকৰণ কৰা হৈছে এই বুলিয়েই যে ৰাজনৈতিক প্ৰয়োজনত অসমৰ ৰাজ্যপালৰ অধীনে নগাভূমি আৰু উত্তৰ-পূব সীমান্ত অঞ্চল বেলেগ প্ৰশাসনৰ তলত আছে যদিও স্বৰূপতে সাংস্কৃতিক আৰু সহজ সম্বন্ধৰ ফালৰপৰা এই দুই অঞ্চল যাউতি-যুগীয়া ৰূপে অসমৰে অঙ্গ।

সাধুকথাবোৰৰ সৰহ ভাগেই যি সমাজৰপৰা লোৱা হৈছে, সেই সমাজৰ একোজন শিক্ষিত ডেকাই সংগ্ৰহ কৰি লিখি পঠিয়াইছে, তাকৰ ভাগহে ইংৰাজীৰ যোগেদি অসমীয়া ভাঙনি কৰি দিয়া হৈছে। নিজৰ সমাজৰ সাধু-কথাবোৰ সংগ্ৰহ কৰোঁতে সংগ্ৰাহকসকলে নিশ্চয় সামাজিক পৃষ্ঠভূমি আৰু

পৰম্পৰাৰ প্ৰতিও চকু ৰাখিছে, গতিকে সাধুকথাবোৰ বৈশিষ্ট্যপূৰ্ণ আৰু প্ৰতিনিধিত্বমূলক হৈছে বুলি ধৰিব পাৰি।

'অসমৰ জনজাতীয় সাধু'ত ঠাই পোৱা সাধুকথাবোৰ নানা-বিষয়ক। সৃষ্টি-পাতনি, আকাশৰ চন্দ্ৰ-সূৰ্য্য আদি গ্ৰহ নক্ষত্ৰৰ কথা, মানুহৰ জন্ম-মৃত্যু, দেৱ-দেৱীৰ মানুহৰ প্ৰতি করুণা আৰু ক্ৰোধ, ভূত-প্ৰেতৰ হিংসা, জীৱ-জন্তুৰ উৎপত্তি, মানুহৰ সৈতে প্ৰকৃতি আৰু ইতৰ জীৱ-জন্তুৰ সম্বন্ধ, মানুহৰ দৈনন্দিন জীৱনৰ ঘটনা, চৰাই চিৰিকটি আৰু আন আন জন্তুৰ ৰূপৰ বা আকৃতিৰ ব্যাখ্যা, ভাই ককাইৰ কাজিয়া, প্ৰতিহিংসা আৰু প্ৰতিশোধ, মাহীমাকৰ সতীয়া-পুতেক-জীয়েকলৈ হিংসা আদি বিবিধ বিষয় এই সাধুকথাবোৰৰ বিষয়-বস্তু হৈছে।

একেটা বিষয় অৱলম্বন কৰি ৰচিত সাধুকথা বেলেগ বেলেগ সমাজত পোৱা যায়। পিছে সেই দৃষ্টিৰে সকলোবোৰ তেনে সাধু সংগ্ৰহ কৰা হোৱা নাই।

সাধুকথাবোৰ বিষয় অনুসাৰে সজোৱা হোৱা নাই। আকাশ আৰু চন্দ্ৰ-সূৰ্য্য সম্পৰ্কীয় সাধুকথা, নাইবা খেতি-বাতি সম্পৰ্কীয় সাধু,—সাধুকথাবোৰ এনেকৈ ভগোৱা হোৱা নাই। এনেকৈ সজালে এটা জনজাতিৰ সেই সাধুটোৰ সৈতে আন এটা জনজাতিৰ সেই সাধুটোৰ কিমান পাৰ্থক্য আৰু কোনখিনিত প্ৰভেদ, গৱেষক আৰু অনুসন্ধিৎসুসকলে জনাৰ সুবিধা হয় যদিও সাধাৰণ পাঠকৰ পক্ষে নিশ্চয় আমনি লগা হৈ পৰিব। সাধুবোৰ পঢ়ি যাতে সকলোৱে আনন্দ পায় আৰু পঢ়িলে যাতে নামুৱায়, সেই কথা মনত ৰাখিহে সজোৱা হৈছে। সেই বাবে একোটা জনজাতিৰ সাধুবোৰ কোনো ঠাইত একেলগে আৰু কোনো ঠাইত সানমিহলিভাৱে আছে।

আৰম্ভণিতে সূচী-পত্ৰত ক্ৰমিক পৃষ্ঠা অনুসাৰে সাধুৰ নাম, সংগ্ৰাহকৰ নাম আৰু অনুবাদ হলে, অনুবাদকৰ নাম দিয়া হৈছে। পৰিশিষ্টত সাধুবোৰ বৰ্ণানু-ক্ৰমিকভাৱে সজাই জনজাতিৰ নাম আৰু সেই জনজাতিৰ ভৌগোলিক অৱস্থানৰ বিষয়েও উল্লেখ কৰা হৈছে।

সাধুকথাবোৰ কেবাজনো লেখকে লিখা, গতিকে প্ৰত্যেকে নিজ অভিৰুচি অনুসাৰে বৰ্ণনা কৰিছে। ইংৰাজী সংগ্ৰহৰপৰা অসমীয়ালৈ মুকলি ভাঙনি কৰা সাধুকেটাও কেবাজনে ভাঙিছে, তাতো সংগ্ৰাহকৰ লগতে অনুবাদকৰো লিখন-ৰীতিৰ বৈশিষ্ট্য অলপ সোমাইছে, গতিকে বৰ্ণনা-ৰীতি আৰু প্ৰকাশ-ভঙ্গীৰ ফালৰপৰা সাধুবোৰ একে গঢ়ৰ হোৱা নাই।

য'ত পোনাই-পজখাই নিদিলে ভালকৈ অৰ্থ প্ৰকাশ নহয় বা অৰ্থৰ অস্পষ্টতা সুগুচে, ঘাইকৈ তেনে স্থলতহে সম্পাদকৰ কৰ্ত্তব্য আৰু দায়িত্ব অনুসাৰে সম্পাদনা কৰা হৈছে আৰু ব্যাকৰণৰ ফালৰপৰা দেখা আসোঁৱাহ যথাসাধ্য দূৰ কৰা হৈছে। ইয়াৰ বাহিৰে লেখকৰ ৰচনাত অন্য সাল-সলনি কৰা নাই।

সাধুবোৰৰ প্ৰকৃত ৰূপ যাতে অব্যাহত থাকে তালৈ লক্ষ্য ৰাখি সাধুবোৰৰ যোগেদি নীতি উপদেশ দিয়াৰ চেষ্টা কৰা নাই, নাইবা সাধুবোৰ কৌতুহলোদ্দীপক কৰিবলৈকো ৰং-ৰহন সনা নাই।

জনজাতীয় সাধুকথা সংগ্ৰহৰ বাবে আমি অনেক জনলৈ অনুৰোধ জনাই অসম সাহিত্য সভাৰ নামত চিঠি-পত্ৰ লিখিছিলোঁ, দুখৰ বিষয় বহুতৰেপৰা পত্ৰৰ প্ৰাপ্তি-স্বীকাৰকে পোৱা নহ'ল। আনহাতে নেফাৰ উদীয়মান কেবাজনো লেখকে সাহিত্য সভাৰ এই প্ৰচেষ্টাৰ সাধুবাদ কৰি চিঠি-পত্ৰ লিখি আমাক উৎসাহ দিয়ে আৰু সাধুকথা সংগ্ৰহ কৰি আমালৈ পঠায়। এই সকলোলৈকে আমাৰ কৃতজ্ঞতা জনালোঁ। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াৰপৰা 'অসমৰ জনজাতীয় সাধু'ৰ সংগ্ৰহ আৰু সম্পাদনা কাৰ্য্যত সততে পোৱা দিহা-পৰামৰ্শ আৰু সহযোগৰ স্বীকৃতি জনাবলৈ পাই আনন্দ পাইছোঁ।

নবজীৱন প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীকালীচৰণ পালে ক্ষিপ্ৰগতিৰে ছপাৰ কাম আগ বঢ়াই নিয়াতহে ইমান সোনকালে পুথিখন প্ৰকাশ হৈছে। শ্ৰীপালৰ সহযোগৰ শলাগ ললোঁ।

অসম সাহিত্য সভাই জনজাতীয় সাধু সংগ্ৰহ আৰু সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰাত সাহিত্য সভাৰ নিৰ্দ্দেশৰ প্ৰতি শ্ৰদ্ধাৰ বাবেই নিজৰ অযোগ্যতালৈ পিঠি দি এই ভাৰ বহন কৰিবলৈ আগবাঢ়িছিলোঁ। প্ৰতিশ্ৰুত কাৰ্য্য সম্পাদন কৰিবলৈ পাই অনৃণী হোৱা বুলি ভাবিছো—ত্ৰুটি-বিচ্যুতিৰ কথা ভৱা নাই। মহাকবি কালিদাসক সুঁৱৰি কবিৰ ভাষাৰেই কওঁ, "আ পৰিতোষাদ্ বিদুষাং ন সাধু মন্যে প্ৰয়োগবিজ্ঞানম্।"

গুৱাহাটী
১৫ আগষ্ট ১৯৬২

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

# ভূমিকা

পৃথিৱীৰ সকলো দেশৰ সকলো জাতিৰ মাজত সাধুকথাৰ চলতি আছে। আদিম অৱস্থাত হাবিৰ মাজত থকা আৰু উন্নত সভ্যতাৰ মাজত মহানগৰীত বাস কৰা সকলোৰে মাজত পুৰণিকলীয়া সাধুকথাবোৰ মুখে মুখে চলি থকা দেখা যায়। সাধুকথাবোৰ বহুত দিন মুখ বাগৰি আহোঁতে অলপ সাল-সলনিৰ ভিতৰেদি পাৰ হৈ গৈছে। কোনো কোনো সাধুত নতুন কথা যোগ হয় যদিও সাধুৰ পুৰণি জকাটো চিনিব পৰা হৈয়ে থাকে।

ইংৰাজী ভাষাত সাধুকথাবোৰ 'ফেয়াৰী টেলচ্' আৰু 'ফক্ টেলচ্' এই দুটা ভাগত ভগোৱা হয়। তাৰে 'ফেয়াৰী টেলচ্'বোৰ ঘাইকৈ লৰা-ছোৱালীৰ বাবে। অসমীয়াত তেনেকৈ ভাগ কৰাৰ সুবিধা নাই। দুয়োবিধকে 'সাধুকথা' এই সাধাৰণ নামেৰেই চলোৱা হৈছে। জহকালি জোনাক ৰাতি চোতালত বহি নাইবা জাৰকালি জুহালৰ গুৰিত বহি বুঢ়ীমাকে ঘৰখনত হুলস্থুল লগাই ফুৰা নাতি-পুতিবোৰ গোটাই লৈ সিহঁতৰ আগত সাধুকথাৰ থুমুপাক মেলে। সাধুকথাৰ দৈত্য-দানৱ, ৰাজকোঁৱৰ ৰাজকুঁৱৰীৰ কথাই লৰামতীয়া মন কোনোবা সপোনপুৰী পোৱায়গৈ। সম্ভৱ-অসম্ভৱৰ বিচাৰ কৰিব নোৱাৰা লৰামনে তাতে অপাৰ আনন্দ পায়।

লৰা-ছোৱালীয়ে শুনি ভালপোৱা এনে সাধুকথাৰ বাহিৰেও আৰু কিছুমান সাধুকথা আছে, যিবোৰ লৰা-বুঢ়া সকলোৱে শুনে আৰু শুনি ভাল পায়। এনে সাধুকথাত অনাদি-পাতনৰপৰা আৰম্ভ কৰি ককাই-ভাইৰ কাঁজিয়ালৈকে সকলোবোৰ বিষয় সোমাই থাকে। ভালকৈ চালে সাধুবোৰৰ মাজেদি সমাজত থকা কৌটিকলীয়া বিশ্বাসবোৰ দেখা যায়। কোনো কোনো সাধুত আকৌ প্ৰকৃতিৰ অৱস্থা একোটাৰ, জীৱ-জন্তু, কীট-পতঙ্গৰ স্বৰূপ আৰু কাৰ্য্য-কলাপৰ একোটা ব্যাখ্যাও থাকে। পৃথিৱীৰ উৎপত্তি কেনেকৈ হ'ল, আকাশ আৰু পৃথিৱীৰ সম্বন্ধ কি, আকাশত কিয় এটাহে বেলি ওলায়, ৰাতি বেলি নোলায় কিয়, চন্দ্ৰ-সূৰ্য্যৰ গ্ৰহণ লাগে কিয়, মেঘত বিজুলী ওলায় কিয়, পৃথিৱীত মানুহৰ উৎপত্তি কেনেকৈ হ'ল, মানুহ মৰে কিয়, মানুহৰ সৈতে গছ-লতা আৰু পশু-পক্ষীৰ ককাই-ভাই

সম্বন্ধ থকাতো কিয় এৰা এৰি হ'ল, বান্দৰৰ টপিনা ৰঙা কিয়, জোকে কিয় মানুহৰ তেজ খায়, কৃষ্ণ চৰায়ে নিতৌ বিনায় কিয়, ভালুকৰ জ্বৰ উঠে কিয়, পছুৰ নেজডাল চুটি কিয়, শিলৰপৰা জুইৰ ফিৰিঙতি ওলায় কিয়,—এনেকুৱা এশ এটা প্ৰশ্নই আদিম মানুহৰ মনত ভুমুকি মাৰিছিল আৰু সেই প্ৰশ্নৰ উত্তৰো কল্পনা-প্ৰৱণ তেওঁলোকৰ মনেই দিছিল, প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ তেওঁলোকে একোটা সাধুকথা সাজিছিল। নিজৰ বুদ্ধি-কল্পনা, পাৰিপাৰ্শ্বিকতা আৰু পূৰ্ব্বাপৰ চলি অহা বিশ্বাসৰ ভেটিতে সাধুবোৰে গঢ় লৈছিল। এই বিশ্বাসৰ ভেটিত দেৱতাই মানুহৰ ৰূপ লৈ মানুহৰ সৈতে সমানে সুখ-দুখৰ ভাগ লোৱা, দেৱতাৰ অনুগ্ৰহত মানুহ তৎক্ষণাতে দেৱতা হোৱা আৰু পশু-পক্ষীৰ ৰূপ লোৱা আদি বিষয়ৰ সমাৱেশ দেখা যায়।

এজন সমালোচকে সাধুকথাবোৰ 'অতি পুৰণি কালৰ কবিতাময় ইতিহাস' বুলি কৈছে। মানুহৰ সৈতে প্ৰকৃতিৰ সামঞ্জস্য আৰু নিবিড় সম্বন্ধৰ উচ্ছ্বসিত জয়গানেই কবিতাৰ প্ৰাণ। সমাজৰ আদিম অৱস্থাৰ কবিয়েও তেওঁৰ কল্পনাক সাধুকথাৰ ৰূপ দিওঁতে প্ৰকৃতিৰ সৈতে মানৱৰ ঘনিষ্ঠ সম্বন্ধৰ কথাকে বিবিধ ভঙ্গীৰে প্ৰকাশ কৰিছে।

ভাৰতবৰ্ষৰ প্ৰায়বোৰ জনজাতিৰ মাজত প্ৰচলিত সাধুকথা ফঁহিয়াই চালে তাৰ ভিতৰত কেইটামান প্ৰধান কথা জল্ জল্ পট্ পট্ হৈ ওলাই পৰে। যেনে—সৃষ্টিৰ পাতনিতে গোটেইখন জলময় আছিল (হিন্দু ধৰ্ম্মমতেও সৃষ্টিৰ পূৰ্ব্ব অৱস্থা জলময় আছিল, 'অপ এব সসৰ্জ্জাদৌ'—মনু) তাৰপৰা ক্ৰমে পৃথিৱীৰ উৎপত্তি হৈছে, পৃথিৱীখন কিবা জন্তুৰ পিঠিত আছে আৰু সেই জন্তুৱে গা লৰালেই ভুমিকম্প হোৱা (ভাৰতৰ পৌৰাণিক গজ-কচ্ছপ সম্বন্ধীয় আখ্যান মন কৰিবলগীয়া), কোনোবা ঠাইত থকা কেৱল তিৰোতাৰ ৰাজ্য (মহাভাৰতৰ প্ৰমীলা ৰাজ্য), এজনী দুৰ্ভগীয়া ছোৱালী বিজুলী হোৱা, আগতে মানুহৰ ভাই-ককাই হৈ থাকিও নিজৰ কৃতকৰ্ম্মৰ বাবে বান্দৰ মানুহৰপৰা আঁতৰি বনৰীয়া জন্তু হোৱা (বানৰ=বান্দৰ, মানুহৰ নিচিনা. মানুহ আৰু বান্দৰৰ সৌসাদৃশ্যৰ বাবে) ইত্যাদি কথাবোৰৰ সৰহভাগ এই সাধুবোৰতো পোৱা যাব।

অসমৰ ভৈয়ামৰ জনজাতিসমূহৰ মাজত প্ৰচলিত সাধুকথাবোৰৰ কম বেছি পৰিমাণে ভৈয়ামৰ আন আন লোকৰ মাজত প্ৰচলিত সাধুকথাৰ সৈতে একে। অসমৰ পৰ্ব্বতীয়া জনজাতিসকলৰ সাধুকথাবোৰ প্ৰায়ে নিজৰ ঠাইৰ নৈ পৰ্ব্বত আদি আৰু সামাজিক উৎসৱ আদিৰ আলমত গঢ় লৈ উঠিছে বুলিব পাৰি।

সীমান্ত অঞ্চলৰ সাধুকথাবোৰৰ স্বৰূপ অলপ বেলেগ আৰু সেইবোৰৰ কেইবাটাও ভাগো আছে। নেফাৰ জনজাতিসমূহৰ সাধুবোৰ বুজাত সহায় হব বুলি ইয়াৰ জনজাতিৰ বিষয়ে এইখিনিতে সামান্য আভাস দিব খুজিছোঁ।

নেফা নাম পোৱা অসমৰ উত্তৰ-পূব সীমান্ত অঞ্চল বুৰঞ্জীয়ে ঢুকি পোৱা কালৰেপৰা অসমৰ সীমা-মূৰিয়লি অঞ্চল হিচাপে আছে। ইয়াৰ অধিবাসী প্ৰায় সকলো লোকৰেই ভৈয়ামৰ লোকৰ সৈতে বেপাৰ-বাণিজ্য আৰু ৰাজ-নৈতিক সম্বন্ধ চলি আহিছিল। বৃটিছ শাসনৰ যুগত এই অঞ্চল সুৰক্ষিত অঞ্চল ৰূপে এটা সুকীয়া গোটৰ ভিতৰলৈ যায়।

মহাবাহু ব্ৰহ্মপুত্ৰৰ উত্তৰফালে থকা হিমালয়ৰ পাদদেশৰ প্ৰায় ২৭০০০ বৰ্গ মাইল বিস্তৃত পৰ্ব্বতীয়া অঞ্চলেই 'নেফা' নামে অভিহিত হৈছে। নেফাৰ উত্তৰে তিব্বত, পূবে ব্ৰহ্মদেশ আৰু পশ্চিমে ভোটান।

সীমান্ত অঞ্চল সম্প্ৰতি কামেং, সোৱণশিৰি, চিয়াং, লোহিত আৰু টিৰাপ এই পাঁচোটা ভাগত বিভক্ত। ইয়াৰ মুঠ জনসংখ্যা প্ৰায় চাৰিলাখ (?)। ইয়াৰে কোনো অঞ্চলত বসতি ঘন, কোনো অঞ্চলত তেনেই সেৰেঙা। নেফাৰ চিয়াং অঞ্চলতে বসতি আটাইতকৈ ঘন আৰু সোৱণশিৰি আৰু লোহিত অঞ্চলত বসতি পাতল।

সীমান্ত অঞ্চলত ভোট-বৰ্ম্মী জনগোষ্ঠীৰ বহুত জনজাতিৰ বাস। এওঁ-লোকৰ ভাষা বেলেগ, সাজপাৰ, ৰীতি-নীতি আৰু ধৰ্ম্মবিশ্বাসো বেলেগ। গতিকে প্ৰত্যেক জন-গোষ্ঠীৰে নিজস্ব সংস্কৃতি আছে বুলি কব পাৰি।

ধৰ্ম্মবিশ্বাসৰ ফালৰপৰা চালে নেফাৰ জনসমূহৰ সংস্কৃতি থূলমূলভাৱে দুটা ভাগত ভগাব পাৰি। এটা ভাগত জনজাতিসমূহৰ নিজস্ব ধৰ্ম্মবিশ্বাসৰ ভাগ আৰু ইটো ভাগত বৌদ্ধধৰ্ম্মীসকল আৰু বৌদ্ধধৰ্ম্মৰদ্বাৰা প্ৰভাৱান্বিতসকল পৰে। বৌদ্ধধৰ্ম্মৰ যোগেদি এফালে তিব্বতৰ আৰু তিব্বতীয় লামা পন্থৰ প্ৰভাৱ আৰু আনফালে ব্ৰহ্মদেশৰ প্ৰভাৱ কম বেছি পৰিমাণে পৰিছে। অৱশ্যে এই প্ৰভাৱ আকৌ ওচৰ-চুবুৰীয়া অন্যান্য উপজাতীয় ধৰ্ম্ম সংস্কৃতিৰ প্ৰভাৱত কোনো ক্ষেত্ৰত তল পৰি ৰৈছে। যাতায়াতৰ অসুবিধা আৰু শাসন-সংক্ৰান্ত বাধা-নিষেধৰ বাবে বাহিৰৰ প্ৰভাৱ পোনপটীয়াভাৱে নেফাৰ জনজাতীয় লোকসকলৰ ওপৰত পৰা নাই যদিও, এনে প্ৰভাৱৰপৰা সম্পূৰ্ণৰূপে মুক্ত হৈও থকা নাই। বৃটিছ ৰাজত্বৰ দিনৰেপৰা শাসন কাৰ্য্যৰ বাবে কিছু সংখ্যক লোক নেফাৰ ঠায়ে ঠায়ে আছে। স্বাধীনোত্তৰ যুগত শাসন সংক্ৰান্ত বিষয়ৰ বাহিৰেও নেফাৰ শিক্ষা-স্বাস্থ্য,

যাতায়াত আদি বিবিধ উন্নয়নমূলক কামৰ বাবে অসমৰ বাহিৰৰপৰা অহা শই শই লোক ঠায়ে ঠায়ে আছে গৈ আৰু তেওঁলোকৰ লৈতে সামাজিক আদান-প্ৰদানো হৈছে।

নেফাৰ বহুতো জনজাতিয়ে অসম, তিব্বত আৰু ভোটানৰ লৈতে বেহা-বেপাৰ কৰে। কিছুমানে আকৌ মধ্যস্থৰূপে এফালে দুৰ্গম অঞ্চলৰ জনজাতীয় লোকৰ লৈতে আৰু আনফালে অসম আৰু তিব্বতৰ লৈতে বেহা-বেপাৰ আদিৰ সংযোগ স্থাপন কৰিছে।

ওদালগুৰি, শদিয়া আদি ঠাইত হোৱা বছেৰেকীয়া মেলাবোৰলৈ শই শই জনজাতীয় লোক আহি বেহা-বেপাৰ কৰে। বিবিধ বয়বস্তু কিনি নিয়াৰ লগতে আদৰ্শ আৰু ভাৱধাৰাও বহন কৰি নিয়ে।

মধ্যযুগৰ অসমৰ বৈষ্ণৱ ধৰ্ম্মপ্ৰচাৰকসকলৰ বহুতেই নেফাৰ দাঁতি-কাষৰীয়া অঞ্চলত ধৰ্ম্ম প্ৰচাৰ কৰিছিল। বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱো টিৰাপ সীমান্ত অঞ্চলৰ কোনো কোনো জনজাতিৰ মাজত দেখা যায়।

এনেকুৱা নানা প্ৰকাৰৰ বাহিৰৰ প্ৰভাৱে পূৰ্ব্বাপৰ বিশ্বাস কিছু পৰিমাণে প্ৰভাৱান্বিত কৰা স্বাভাৱিক। গতিকে কিছুমান সাধুকথাৰ জকাটো আগৰ হলেও নতুনকৈ যোগ-বিয়োগ হৈছে বুলি ভাবিবৰ থল আছে।

"মানুহ আৰু সাপ শত্ৰু হ'ল কিয়" সাধুটো খৃষ্টধৰ্ম্মৰ প্ৰভাৱত গঢ় লোৱা বুলি নিঃসন্দেহে কব পাৰি। সেইদৰে কোনো কোনো সাধু ৰামায়ণ আৰু জাতকৰ আখ্যানৰপৰা গঢ় লোৱা বুলিও ক'ব পাৰি।

নেফাৰ জনজাতিসমূহৰ সাধুবোৰ বিভিন্ন প্ৰসঙ্গ আৰু পৰিৱেশত কোৱা হয়। আদি সমাজত প্ৰচলিত সাধুবোৰৰ এভাগক অভং বোলা হয়। এই অভংবোৰ নাচৰ সময়ত আবৃত্তি কৰা হয়।

ছেৰডুক্‌পেনসকলেও নাচোঁতে সাধুকথা কয়। কিছুমান সাধু আকৌ খেতি-চপোৱা বা আন তেনে কোনো উৎসৱত কোৱা হয়। কোনোবোৰ সাধুৰ আবৃত্তিয়ে অলৌকিক কাম কৰে বুলি বিশ্বাস কৰা হয়। এনেকুৱা সাধু ল'ৰা-ছোৱালীৰ আৰোগ্য কামনা কৰি বেমাৰৰ সময়ত উপস্থিত সমজুৱাৰ আগত কোৱা হয়। কিছুমান সাধু ডেকা-চাং মছুপৰ জুহালৰ কাষত বুঢ়া সকলে কয়।

কেইটামান সাধুলৈ লক্ষ্য কৰিলে সিবিলাকৰ বেলেগ বেলেগ ফৈদৰ উৎপত্তি, কোন ফৈদৰ বাবে কি কাম কৰা কিয় নিষিদ্ধ,—এনেবোৰ বিশ্বাসৰ বাহিৰেও পাহাৰৰ হাবি কাটি খেতি কৰা, কপাহ আৰু ধান-খেতি কৰিবলৈ শিকাৰ অৱস্থাৰ

অভাস পোৱা যায়। মানুহৰ হিংসা-খিয়াল সহিব নোৱাৰি দুখ-কষ্টৰ হাত সাৰিবলৈ কেনেকৈ মানুহ ঠাইতে চৰাই-চিৰিকটি হৈ পৰে, এই বিষয়ৰ সাধুত দেখা যায় যে চৰাই-চিৰিকটি হয় যদিও সিহঁতৰ পূৰ্ব্বস্মৃতি লোপ নাপায়, গতিকে সিহঁতে আগৰ কথা সুঁৱৰি বিনাই থাকে।

প্ৰকৃতিৰ সম্পদ আৰু বনৰীয়া পশু-পক্ষীকো যে আদিম লোকসকলে সমানে ভাল পাইছিল, নিজৰ সুখ-দুখৰ ভাগ দিছিল আৰু পশু পক্ষীৰ দুখো অনুভৱ কৰিছিল তাৰে সাক্ষ্য কিছুমান সাধুত পোৱা যায়।

ভালুকৰ মুখেদি ফেন ওলাই থকা আৰু কঁপনি দেখি এজনী উৎপীড়িতা বোৱাৰীয়েই ভালুক হ'ল বুলি কৰা কল্পনাৰ মূলতো মানৱ অন্তৰৰ অনুকম্পাই প্ৰকাশ হৈছে। মৃত্যু-বিভীষিকাগ্ৰস্ত সমাজে মৃত্যুক কি দৃষ্টিৰে চাইছিল, সেই বিষয়ৰ আভাসৰ লগতে বিয়া-বাৰু কৰোৱাৰ সম্বন্ধৰ কথাও প্ৰথম মৃত্যু সাধুটোৰ-পৰা জনা যায়। এনেকৈ অনেক সাধুৱে অনেক কথাৰ ইঙ্গিত দিয়ে।

কিছুমান সাধুকথাৰ অন্য দেশৰ আখ্যান বা সাধুৰ লগত আচৰিত মিল দেখা যায়। 'অনাদি পাতন' ( ১৬৬ পৃঃ ) নামে সাধুটোত আছে যে পৃথিৱী প্ৰলয়ত জলমগ্ন হোৱাৰ পিছত ভগৱানে ম'ৰা, চৰাইক ক'ৰবাত মাটি ওলাইছেনে চাবলৈ পঠাইছিল। এনে এটা আখ্যান কেবা হাজাৰ বছৰৰ আগেয়ে বেবিলনৰ পোৰা ইটাত খোদিত কৰা এখন কাব্যৰ এটা অংশত পোৱা যায়। বৰ্ণনা মতে ৰজা উতা নাপিচ্টিমে গিল্গামিচক এই আখ্যান কৈছে।

• এসময়ত মানুহৰ ওপৰত দেৱতাৰ বৰ খং উঠিছিল, গতিকে দেৱতাই সকলো প্ৰাণীৰে সৈতে জগৎখনক ধ্বংস কৰিবলৈ স্থিৰ কৰিলে। ঈয়া নামে এজন দেৱতাই উতা নাপিচ্টিমক সপোনত এই কথাৰ সম্ভেদ দিলে। প্ৰলয়ৰ আগ-জাননী পাই উতা নাপিচ্টিমে এখন ডাঙৰ নাও সাজি সপৰিয়ালে তাতে উঠিল। ধন-জন আৰু বহুত-জাত জন্তুৰ সঁচো নাৱত তুলি ললে। উতা নাপিচ টিম নাৱত উঠাৰ-লগে লগে প্ৰবল ধুমুহা-বতাহৰ সৈতে দোপাল্পিটা বৰষুণ হ'বলৈ ধৰিলে। দিনে-ৰাতিয়ে ছেদ-ভেদ নোহোৱাকৈ সাতদিন ধাৰাষাৰে বৰষুণ হ'ল। বৰষুণত পৃথিৱী তল গ'ল। পৰ্ব্বত-পাহাৰ, নৈ-বিল একাকাৰ হ'ল। উতা নাপিচ টিমৰ নাওখন ধুমুহা-বতাহে পানীত উটাই-বুৰাই লৈ ফুৰাবলৈ ধৰিলে। সাতদিনৰ পিছত বতাহ বৰষুণ শাম কটাত নাওখন এঠাইত বল গৈ। উতা নাপিচ্টিমে তাতে এসপ্তাহ জিৰণি লৈ, ক'ৰবাত মাটি ওলাইছেনে নাই চাবলৈ

বুলি কপৌ চৰাইক পাঁচিলে। কপৌ চৰায়ে উৰি উৰি চাৰিও ফালে চালে, কিন্তু ক'তো মাটিৰ চিন্-মোকাম নেদেখি উলটি আহিল।

কপৌ চৰাই ঘূৰি অহাত উতা নাপিচ্‌টিমে এইবাৰ এটা ঘৰচিৰিকা চৰাইক মাটি চাবলৈ পাঁচিলে। ঘৰচিৰিকাই বহুত দূৰলৈ উৰি গৈও মাটিৰ চিন নেদেখিলে। ঘৰচিৰিকাও উলটি আহিল।

এইবাৰ উতা নাপিচ্‌টিমে এটা কাউৰীক মাটি চাবলৈ পাঁচিলে। মাটি বিচাৰি কাউৰী বহুত দূৰলৈকে উৰি গ'ল। উৰি উৰি কাউৰীযে দেখিলে ঠায়ে ঠায়ে পানী শুকাই মাটি ওলাইছে। ঘূৰি আহি এই খবৰ কাউৰীয়ে উতা নাপিচ্‌টিমক দিলে। মাটি ওলোৱাৰ খবৰ শুনি তেওঁ নাৱৰ জীৱ-জন্তুবোৰ চাৰিওফালে এৰি দিলে। তাৰপৰাই পৃথিৱীত আকৌ জীৱ-জন্তুৰ সৃষ্টি হ'ল।

মানুহে গছ-লতা আৰু অন্য জীৱ জন্তুৰ সৈতে ঘৰ পতাৰ আৰু সাপ-বাঘ, বান্দৰ-কুকুৰ আদি মানৱ কন্যাৰ প্ৰতি আসক্ত হোৱা, ঘৰ-সংসাৰ কৰি পো-পোৱালি জন্ম দিয়া বিষয়ক সাধুকথাৰো মিল দেখা যায়।

ছিৰি-জাটায়ে ( ছিৰি-জাটাইৰ সাধু ) ককায়েকহঁতৰ খেতিৰ পথাৰত ৰাতি টঙি ৰখোতে এটা বান্দৰৰ সৈতে পীৰিতি কৰিছিল। এদিন ছিৰি-জাটাইৰ সৰুনি ববটো ককায়েক টঙি ৰখিবলৈ গ'ল আৰু টঙিৰ ওচৰত বান্দৰটো দেখি মাৰি পেলালে। বান্দৰটো মৰা শুনি ছিৰি-জাটাই কান্দি-কাটি বাউলী হৈ ঘৰ এৰি গুচি গ'ল। গৈ গৈ তাই এখন আচহুৱা ঠাইত আধা-বান্দৰ আধা-মানুহ এনে এটা পোৱালি জন্ম দিলে। ছিৰি-জাটাই শেষত এগৰাকী দেৱী হ'ল।

এটা মানুহৰ তিনিজনী ভনীয়েকৰ ( এটা মানুহৰ তিনিজনী ভনীয়েকৰ সাধু ) এজনীয়ে সাপ, এজনীয়ে কুকুৰ আৰু এজনীয়ে বাঘৰ সৈতে সহবাস কৰি গৰ্ভৱতী হৈছিল।

এই মানুহটোৰে সৰুজনী ভনীয়েক এটা বাঘৰ সৈতে হাবিত ঘৰ পাতি আছিল। এদিন তাইৰ ককায়েকে বাঘটো মাৰি পেলোৱাত, তাই ককায়েকক খাবলৈ বুলি কণী এটা ভাঙি তাৰ বীজলবোৰ গায়ে মুৰে সানি লৈ আৰু মুখত এখন কটাৰী ভৰাই লৈ এজনী বাঘিনী হৈছিল।

গ্ৰীচদেশৰ পৌৰাণিক আখ্যানত পোৱা যায় হেলিয়চৰ ( সূৰ্য্য ) কন্যা পেচি- ফীক ক্ৰীটৰ ৰজা মীনচে বিয়া কৰাইছিল। পেচিফীয়ে এটা ষাঁড়ৰ সৈতে সহবাস কৰাত আধা-মানুহ আধা-ষাঁড় এটা দৈত্যৰ ( মিনটোৰ ) জন্ম হৈছিল।

গাত দৰব সানি পশু-পক্ষীৰ ৰূপ লব পাৰি—এই বিশ্বাস পৃথিৱীৰ বহুত

ঠাইতে আছিল। গ্ৰীচ দেশৰ কবি আৰু চফিষ্ট লুচিয়ানৰ (খৃষ্টীয় দ্বিতীয় শতিকা) বৰ্ণনাত পোৱা যায় এজন কৌতুহলী যুৱকে মন্ত্ৰ-তন্ত্ৰ শিকিবলৈ বুলি দেশ ভ্ৰমণৰ কাৰণে ওলাইছিল। ডেকাজন গৈ এঘৰ মানুহত আলহী ৰ'ল। আলহী ডেকা গৃহস্থৰ গাভৰু বান্দীজনীৰ প্ৰেমত পৰিল। ৰাতি ডেকাই তন্ত্ৰ-মন্ত্ৰ শিকাৰ অভিপ্ৰায় গাভৰুৰ আগত প্ৰকাশ কৰাত গাভৰুৱে তেওঁক বেৰৰ ফুটাইদি জুমি চাবলৈ ক'লে। ডেকাজনে জুমি চাই দেখিলে যে ঘৰৰ গিৰিহঁতনীয়ে এটা বাকচৰ পৰা মলমৰ টেমা এটা উলিয়াই গোটেই গাতে মলম সানিছে। মলম সনাৰ লগে লগে তাই এজনী চৰাই হৈ কোনোবা প্ৰেমিকৰ ওচৰলৈ ভুকুং কৰি উৰা মাৰিলে। তাকে দেখি ডেকাৰো এবাৰ চৰাই হবৰ মন গ'ল আৰু গাত মলম ঘঁহি দিবলৈ গাভৰুক খাটিলে। গাভৰুৱে লৰালৰিৰ কোবত ভুল কৰি আন এটা মলম ডেকাৰ গাত সানি দিলে। এই মলমটো সনাৰ লগে লগে ডেকা চৰাই নহৈ হ'ল এটা গাধ।

গাধই ইয়াৰ পিছত বহুত ঠাইত বহুত আপদ-বিপদৰ মাজেদি পাৰ হৈ গৈ এটা খেল দেখুওৱা মানুহৰ হাতত পৰিল। গাধটোৱে মানুহৰ দৰে মেজত আহাৰ খোৱা আৰু মানুহৰ দৰে শেতেলীত শোৱা আদি দেখুৱাই মানুহটোৰে ধন ঘটিছিল। পিছে এদিন এগৰাকী বিদেশী মহিলাই গাধটো দেখি বৰ ভাল পালে আৰু গাধটো নি দুৰাতি নিজৰ লগত ৰাখিলে। ইয়াৰ পিছত গাধটো আকৌ মানুহ হল।

এনে ধৰণৰ মিল থকা আৰু বহুত সাধু নানা ঠাইত আছে, সকলোবোৰৰ উল্লেখ নিষ্প্ৰয়োজন।

মুঠতে সকলো দেশৰ সকলো জাতিৰ আখ্যান আৰু সাধুকথাৰ কিছু বিষয়ত মিল আছে।

গুৱাহাটী
১৫ই আগষ্ট '৬২

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

# সমাজলৈ শ্ৰাদ্ধ কেনেকৈ আহিল

মিকিৰসকলৰ অতীজৰ সমাজখনত চোমাংগান অৰ্থাৎ শ্ৰাদ্ধ কৰা নিয়ম বহু দিনলৈকে নাছিল। তেওঁলোকে মানুহবোৰৰ মৃত্যুৰ পিচত কোনো শ্ৰাদ্ধ আদি নকৰিছিল। তেনেকৈয়ে বহু দিন ধৰি চলিছিল।

অতীজতে মিকিৰ সমাজত এজন বৰ দুখীয়া মানুহে বাস কৰিছিল। সেই মানুহজন আছিল টুমুং চমাৰ নামৰ এটা কুলৰ। তেওঁ দুখীয়াও আছিল, অকলশৰীয়াও আছিল। তেওঁৰ কেও কিছু নোহোৱাৰ বাবে কোনেও তেওঁলৈ ছোৱালী নিদিছিল। সেয়ে যৌৱনৰ দুৱাৰদলিত ভৰি দিয়ো তেওঁ মনৰ বেজাৰ মনতে মাৰ নিয়াই বৰলা ভাত খাবলগীয়া হৈছিল।

লোকৰ দৰে তেওঁ শক্তিয়ে অটাৰ সমানকৈ এখন সৰুকৈ আৰা (ৰেট) কাটিছিল। সেই আৰাতে এটি সুৰঙ্গ আছিল। সেই সুৰঙ্গইদি সদায় এজনী সোণ-গুঁই (গুঁইসাপ) ওলাই আহি আৰাত চৰি ঘুৰিছিল আৰু সেই অকলশৰীয়া মানুহজনক অকলে পাই মানুহৰ দৰে সুখ-দুখৰ দুষাৰ কথা পাতিছিল। মানুহজনেও তাৰ দুখৰ কথা গুঁইজনীৰ আগত আদ্যোপান্ত বিৱৰি কৈছিল। সেয়ে তাৰ দুখতে দুখী হৈ গুঁইজনীয়ে সদায় সুৰঙ্গইদি আহি মানুহজনৰ লগত কথা-বতৰা পাতিছিল।

এইদৰে কেইবাদিনো গ'ল। মানুহজনেও কাৰো আগতে এই আচৰিত কথাষাৰ কোৱা নাছিল। মুঠতে কবলৈ হলে সেই দুখীয়া মানুহজনৰ খবৰ বতৰা লওঁতা গাঁৱত কোনোৱেই নাছিল। গতিকে

নিজৰ মনৰ কথা কাকো ভাঙি-পাতি কোৱা নাছিল। যদিও তেওঁ কাকো কথাবাৰ কোৱা নাছিল, গুঁইজনী কৰপৰা আহে, ক'ত থাকে ইত্যাদি কথা এদিন সুধিবলৈ মনতে পাঙি থলে।

এদিন আগৰদৰে গুঁইজনীয়ে সুৰঙ্গইদি ওলাই আহি কথা-বতৰা পাতিবলৈ ধৰিলেহি। সিয়ো সেই দিনাখন মৰণত শৰণ দি সকলোবোৰ কথা গুঁইজনীক সুধিলে। গুঁইজনীয়ে কব নোখোজে, সিয়ো নেৰে। অৱশেষত গুঁইজনীয়ে তাইৰ বিষয়ে সকলোবোৰ কথা মানুহজনৰ আগত আদ্যোপান্ত বিৱৰি কলে।

সেই গুঁইজনী আন কোনো নাছিল—অ'ছিল এজনী যম নগৰৰ পঁৰা অহা বাওনা বুঢ়ী। মিকিৰসকলৰ মতে যমৰ নগৰত বাওনা মানুহে আগতে বাস কৰিছিল। অৱশ্যে সিহঁত যদিও বাওনা আছিল পৃথিৱীৰ মানুহবোৰক দুই চকু পাৰি দেখিব নোৱাৰিছিল আৰু মৃত্যুৰ পিচত যমৰ নগৰলৈ লৈ যোৱা মানুহৰ জীৱবোৰক যমৰজাৰ আদেশ বা বিচাৰ অনুযায়ী দোষীক শাস্তি দিয়াত পাকৈত আছিল। এইবোৰ বিৱৰণ সুধি আমাৰ অকলশৰীয়া ককায়ে গুঁইৰূপী বাওনা বুঢ়ীৰ লগতে যমৰ নগৰখননো কেনেকুৱা চাবলৈ মন মেলিলে। 'এনেই তো মৰিবই লাগিব। গতিকে ইয়াতে মৰিলেও মোৰ কোনো কান্দোঁতা নাই।' ইয়াকে ভাবি তাইৰ লগতে তাকো যমৰ নগৰলৈ নিবলৈ বধ শপত দি খাটিলে। তেতিয়া গুঁইজনীয়ে সকলো কথা বুজাই কলে যে যমৰ নগৰলৈ জীয়া মানুহ যাব নোৱাৰে আৰু কেতিয়াও যোৱা নাই। তালৈ গলেই বাওনাবোৰে তাক বধ কৰি খাই পেলাব। তেতিয়া তো বুঢ়ীৰ সহ্য নহব। ইমান দিনৰ চিনাকি।

কিন্তু আমাৰ অকলশৰীয়া ককাই হলে কোনো মতে গুঁইৰ কথাত মান্তি নহল। বৰং বেচিকৈ কঠাল-এঠা লগাদিহে নিজৰ কথাত লাগিবলৈ ধৰিলে। তাই তাক চকু মুদি নেজত ধৰিবলৈ কলে। তেতিয়া মানুহটোৱে সেইদৰে কৰাত সেই সুৰঙ্গইদি তাক পাতাল পোৱালেগৈ। তাত গুঁইজনীয়ে এজনী বুঢ়ী বাওনাৰ ৰূপ

ধৰি তাক ঘৰত অন্য বাওনাবোৰে নেদেখাকৈ লুকুৱাই থলে আৰু যতে ততে ওলাবলৈ হাক দিলে।

ইফালে গধূলি হোৱাৰ লগে লগে বাওনাবোৰে নিজৰ নিজৰ ঘৰলৈ ঢাপলি মেলিলে। সিহঁতে নিজ নিজ ঘৰলৈ আহি মানুহ মানুহ গোন্ধ পাই বিচাৰি চলাথ লগালে, কিন্তু ক'তো হলে মানুহৰ উম-ঘামকেই নেপালে। বুঢ়ীৰ ঘৰত বাৰে বাৰে ভুমুকিয়াবলৈ ধৰিলে—কিজানি আছেই। বুঢ়ীৰ একেটি ডাবিতে শেনটো অহাদি আহি ফেঁচাটো হৈ উলটি যাব লগীয়া হ'ল। মানুহটো কেইবা-দিনো বুঢ়ীৰ কথা মতে ঘৰতে লুকাই থাকিল। কিন্তু আৰু কিমান দিন থাকিব। এনেকৈ থাকিলেচোন তাৰ যমৰ নগৰ চোৱাই নহব। এদিন বুঢ়ী নোহোৱাৰ চেলু লৈ সি বাহিৰলৈ ওলাই আহিল। তাক দেখি বাওনাবোৰ ভয়তে পেপুৱা লাগিল। এনেকুৱাই নে কি জীৱন্ত মানুহৰ আকৃতি। দেখিলে দেখোন দেহে উজান-ভাটী কৰে।

সি যি হওক, বাওনাবোৰৰ লগত সেই মানুহজন বুঢ়ীৰ যাদুৰ প্ৰভাৱত সহজে মিলিব পৰা হ'ল। সি সিহঁতৰ ( বাওনাবোৰৰ ) লগত মিলি-জুলি থাকিবলৈ ধৰিলে। যমৰ নগৰতো আমাৰ ইয়াৰ দৰে পছু খেদা নিয়ম আছে। বাওনাবোৰে নিজৰ ব্যৱহাৰৰ কাৰণে নাও কাটে। সিহঁতৰ লগত সিয়ো পছু খেদিবলৈ যায়। সেই বাওনা-বোৰৰ পছু হ'ল পানীৰ ভেকুলী আৰু বাঘ হল ডাঙৰ বৰডা ফৰিং। আকৌ বাওনাবোৰৰ নাও কটা গছবোৰ হ'ল আমাৰ পৃথিৱীৰ কলা-কচুৰ এবিধ কচু। এইবোৰ কাম পৃথিৱীৰ ককাইৰ মানত একোৱেই নহয়। এদিনতে হেজাৰ হেজাৰ কচুগছ বগৰাবলৈ ধৰিলে। বাঘ-পছু আদিও অলেখ মৰিবলৈ ধৰিলে। তাকে দেখি বাওনাবোৰৰ মনত মহা ভয় উপজিল। তেনেকৈ দিনে দিনে ইমানবোৰ গছ, পছু, বাঘ আদি মাৰিবলৈ হলেচোন সিহঁতৰ হাবিত সেইবোৰৰ সঁচ কঠীয়াই মৰিব। ইয়াকে ভাবি অতি সোনকালে পৃথিৱীৰ মানুহজনক নিজৰ

ঠাইত থৈ আহিবলৈ বাওনাবোৰে বুঢ়ীক খাটিলে। বুঢ়ীয়েও কিছু দিনৰ পিচত নিম বুলি সিহঁতক আশ্বাস দিলে।

এদিন এটা বাওনা মৰাত তাৰ জ্ঞাতি-কুটুম্বই অন্ত্যেষ্টি ক্রিয়া সমাপন কৰাৰ কিছুদিনৰ পিচত শ্রাদ্ধ কৰা দেখা পালে। তাকে দেখা পাই মানুহজনে বুঢ়ীক তেনেকৈ কিয় কৰে সুধিলে। বুঢ়ীয়ে তেতিয়া শ্রাদ্ধৰ সকলোখিনি নিয়ম ভাঙি পাতি কলে, আৰু লগতে কলে যে বাওনা মৰাৰ পিচত যদি তাৰ শ্রাদ্ধ কৰা নহয়, তেতিযাহলে সি, সি জন্মত তাৰ জ্ঞাতিৰ লগত মিলি খাব নোৱাৰে। সেই কাৰণে শ্রাদ্ধৰদ্বাৰা তাক শুদ্ধ কৰা হয।

যমৰ নগৰৰ বাওনাহঁতৰ এই কাৰ্য্যই অইনবোৰ কামতকৈ মানুহটোৰ মনত ভালকৈয়ে সঁাচ বহুৱালে। তেতিয়াহে তেওঁ তেওঁ-লোকৰ সমাজত যে শ্রাদ্ধৰ নিযম নোহোৱাটো কেনে বেয়া কথা, তাক উপলব্ধি কৰিলে। সেই প্ৰথাটো পৃথিৱীৰ মিকিৰ সমাজত প্রচলন কৰিবলৈ মনতে পাঙি সোনকালে বুঢ়ীৰ আগত পৃথিৱীলৈ অহাৰ ইচ্ছা কৰিলে। বুঢ়ীয়েও ভালকে পালে। এদিন ভাল দিন-বাৰ চাই আগৰ দৰে গুঁইৰ বেশেৰে মানুহজনক পৃথিৱী পোৱালেহি। মানুহজন যমৰ নগৰৰপৰা অহা বুলি শুনি সকলো ৰাইজ গোট খাই তাক বেঢ়ি বেঢ়ি চাবলৈ ধৰিলে আৰু যমৰ নগৰৰ কথা মানুহজনক সমৱেত ৰাইজে খৰচি মাৰি সুধিলে। মানুহজনেও অকপট চিতেৰে যি দেখিছিল, যি শুনিছিল সকলোবোৰ মানুহবোৰৰ আগত বিৱৰি কলে। লগতে মৃতকৰ শ্রাদ্ধ নকৰিলে যে মৃতকে যমৰ নগৰত পৰাচিত নেপায় সেইবোৰ কথাও নিয়ম-কানুনেৰে সৈতে মানুহবোৰক বিতং ভাৱে বুজাই দিলে।

তেতিয়াৰপৰাহে মিকিৰ সমাজত মৃতকৰ শ্রাদ্ধ কৰাৰ নিয়ম প্রচলিত হ'ল। সেয়ে শ্রাদ্ধৰ সময়ত নাচত ব্যৱহাৰ কৰা তম্বৰুত ( এটা এমুখীয়া সৰু ঢোল ) এটা বোল বজোৱা হয় 'টুমুং টুমুং টুমুং খেপ' অৰ্থাৎ টুমুঙৰ নিয়ম। এইদৰে সেই অকলশৰীয়া মানুহজনে এটি ভাল

নিয়মৰ প্ৰবৰ্ত্তন মিকিৰ সমাজত কৰি থৈ গ'ল। পিচৰ কাল ডোখৰত মানুহে তেওঁক বৰ শ্ৰদ্ধা আৰু আদৰ কৰিছিল। সেয়ে কোৱা হয়, 'ৰজাই ভাল পায় যাক, হাতী ঘোৰাও নেলাগে তাক।' ভগৱান সহায় থকাৰ কাৰণেহে সেই মানুহজনে শেষৰ জীৱনত নিজক সমাজত প্ৰতিষ্ঠা কৰি থৈ গ'ল।

---

# উৰতি-ফাংচ আৰু কাম-ফাংচৰ উৎপত্তি

অতীজতে মিকিৰ বা কাৰ্ব্বীবিলাকে ডাঙৰ ডাঙৰ গুহাত বাস কৰিছিল। ভৈয়ামৰ অসমীয়া লোকৰ মাজত যেনেকৈ খেল আৰু ফৈদ আছে সেই মিকিৰসকলৰ মাজতো চমাৰ (ফৈদ) আছে। সেই চমাৰবোৰৰ ভিতৰত ফাংচ চমাৰো এটা। ইয়াৰ দুটা ভাগ আছে। এটা কাম-ফাংচ আৰু আনটো উৰতি-ফাংচ। এই দুটা ঠালৰ কেনেকৈ উৎপত্তি হ'ল তাৰ এটা সাধু আছে।

এখন গাঁৱত এজন অকলশৰীয়া বুঢ়া আছিল। তেওঁ আছিল ফাংচ মানুহ। তেওঁৰ কেওঁ কিছু নোহোৱাৰ কাৰণে এজন মাউৰা লৰাকে তোলনীয়া পো হিচাপে চপাই লৈছিল। বুঢ়াই সেই লৰাটিক বৰ মৰম কৰিছিল আৰু সততে নিজৰ লৰাৰ দৰে ৰাখিছিল। সেই লৰাটি আছিল ফাংচ চমাৰৰ।

মিকিৰসকলে পাহাৰ বৰ ভাল পায় আৰু সেই বাবে পাহাৰীয়া খেতি তেওঁলোকৰ বৰ প্ৰিয়। আনসকলৰ দৰে বুঢ়াৰো এখন আৱা (ৰেট) আছিল। আলু-কচু ধান আদিৰ খেতি কৰিবলৈ বুঢ়া সদায়

তালৈ গৈছিল। বুঢ়াই পুতেকৰ সৈতে বাস কৰিছিল এটি পাহাৰৰ গুহাত। তেওঁ প্ৰায়ে তেওঁৰ তোলনীয়া লৰাটিক মৰমতে লগত নিনিছিল, অইন লগৰীয়াবোৰৰ লগত ঘৰতে এৰি গৈছিল। সেইদৰে কাম কৰি এদিন উভতি আহোঁতে বাটতে চিকাগমাৰী নামৰ এজোপা গছৰ ফেৰেঙনিত এটা বনৰীয়া চৰায়ে বাহ সাজি থকা দেখিলে। সেই চৰাইজনীয়ে সদায় গধূলি হোৱাৰ লগে লগে এবাৰ আৰু ৰাতি নৌপুৱাওঁতেই এবাৰ মাতে। বুঢ়াই সদায় চৰাই-জনীৰ মাত শুনিলেই টোপনিৰপৰা সাৰ পায় আৰু সেইদৰে গধূলি কামৰপৰা উভতি আহে। কিন্তু বুঢ়াই কোনো দিনে সেই চৰাই-জনীনো কি আৰু কিয় তেনেকৈ চিঞৰে এইবোৰ কথা বিচাৰ কৰি চোৱা নাছিল।

এইদৰে কিছুদিনৰ মূৰত বুঢ়াৰ চৰাইজনীলৈ কৌতূহল জাগিল। এদিন বুঢ়াই পথাৰৰপৰা সোনকালে নামি গছ ডালৰ ওচৰ চাপিলে। তেতিয়া চৰাইজনীয়ে গছৰ ফেৰেঙনিৰৰপৰা আকৌ মাতিলে। মাত শুনি বুঢ়াই গছৰ ওপৰৰ ফালে চাবলৈ ধৰিলে। পাচত কিছু দূৰ উঠি গৈ বুঢ়াই ফেৰেঙনিৰ মাজত এটি চৰাইৰ বাহ দেখিলে। বুঢ়াক উঠি যোৱা দেখি চৰাইজনী বাহটোৰপৰা উৰি গ'ল। বুঢ়াই বাহটোৰ ওচৰ পাই তাত এটা ঔটেঙাৰ মান ডাঙৰ কণী দেখিলে। কণীটো বুঢ়াই মাটিলৈ নমাই আনি ঘৰলৈ আলফুলকৈ লৈ আহিল। কিন্তু আচৰিত কথা, সেইদিনাৰপৰা আৰু চৰাইজনী তাত নোহোৱা হল আৰু তাইৰ মাতো কোনেও শুনিবলৈ নোপোৱা হল।

এইদৰে কিছুদিন যোৱাৰ পিচত আচৰিতভাৱে সেই কণীটোৰ-পৰা এটা সুন্দৰ লৰা জন্ম হল। কেঁচুৱাটো দেখি বুঢ়াই অতি যতনেৰে গৰু, মহৰ গাখীৰ খুৱাই ডাঙৰ-দীঘল কৰিবলৈ ধৰিলে। অৱশেষত লৰাটো বুজন হোৱাত বুঢ়াই তাৰ নাম ৰাখিলে 'উৱতি'। 'উৱতি' মানে মিকিৰ ভাষাত কণী। কণীৰপৰা জন্ম হোৱা বাবে নাম থলে উৱতি।

এতিয়া সেই আগৰজন ফাংচ চমাৰৰ লৰাৰ সৈতে বুঢাৰ দুটা ল'ৰা হ'ল। সিহঁত দুয়ো বুঢাৰ মৰমত দিনক দিনে ডাঙৰ হবলৈ ধৰিলে। বুঢায়ো সিহঁতক কাম-বন শিকাই সকলো ফালৰপৰা পাৰ্গত কৰি তুলিলে।

কিন্তু মিকিৰ সমাজত এটা প্ৰথা আছে। কোনেও বিনা কুল বা চমাৰ নোহোৱাকৈ থাকিব নোৱাৰে, গতিকে বুঢাই উৰতিকো সমাজৰ বান্ধত পৰি কুলত তুলিব লগা হ'ল। গতিকে বুঢাই তাক ফাংচ চমাৰতে তুলিবলৈ মনস্থ কৰিলে আৰু তেওঁ বিচাৰকৰ লগত এই বিষয়ে আলোচনা কৰিলে। তেতিয়া সমাজৰ নিয়ম অনুযায়ী উৰতিকো ফাংচ চমাৰতে তুলি ললে।

এইদৰে কিছুদিন যোৱাত বুঢাৰ অন্তিম অৱস্থা আহি পৰিল। তেতিয়া বুঢাই দুয়োটা লৰাকে মাতি আনি নিজৰ যি অলপ সা-সম্পত্তি আছিল দুয়োকো সমানে ভগাই দিলে। কিছুদিনৰ পিচত বুঢাৰ মৃত্যু হ'ল। বুঢাৰ মৃত্যুৰ পিচত এদিন দুয়োটা লৰা বেলেগ বেলেগ হ'ল আৰু নিজৰ মতে নিজে কৰি মেলি খাবলৈ ধৰিলে। এসময়ত বুঢাৰ আগৰটো লৰা বেলেগ ঠাইলৈ কাম কৰিবলৈ সেই গাঁও এৰি গ'ল।

সি গুচি যোৱাৰ কিছুদিনৰ পিচত বিচাৰকে কাৰ্ব্বীৰ আচন্ (সভা) আহ্বান কৰিলে। তাত বুঢাৰ কোনটো তোলনীয়া পোৱে শ্ৰেষ্ঠতাৰ সন্মান পাব সেই বিষয় লৈ আলোচনা চলিল। সদৌশেষত জন্মৰ ফালৰপৰা চাই উৰতিকেই শ্ৰেষ্ঠতৰ আসন দিয়া হ'ল। তেতিয়াই আগৰ এটা ফাংচ চমাৰৰে দুটা ঠাল হ'ল। উৰতিৰ পক্ষক নাম দিয়া হ'ল 'উৰতি-ফাংচ' আৰু কামলৈ গুচি যোৱাৰ নাম ৰখা হ'ল 'কাম-ফাংচ'। তেতিয়াৰপৰাই 'উৰতি-ফাংচ' ডাঙৰ আৰু 'কাম-ফাংচ' সৰু বুলি পৰিগণিত হ'ল।

কাৰ্ব্বীসকলৰ মাজত এতিয়াও উৰতি চমাৰে চিকাগমাৰী গছজোপা নেকাটে আৰু কাটিবও নোৱাৰে। কাৰণ সেই গছ

জোপাতে প্ৰথমে উৰবতিয়ে স্থিতি লৈছিল আৰু সেই আপাহতে উৰবতি-ফাংচ চমাৰে গছজোপাক নিজৰ মাতৃ জ্ঞান কৰে। এই গছৰ কাঠ আন কি কোনো কামতে ব্যৱহাৰ কৰিবও নোৱাৰে। যদিও ফাংচ চমাৰ দুটা ঠালত বিভক্ত হ'ল তথাপি দুয়ো ফৈদৰ মাজতে আদান প্ৰদান এতিয়াও আছে।

---

# বিজুলী আৰু ঢেৰেকনিৰ জন্ম

বহুদিনৰ আগৰ কথা। তেতিয়া মিকিৰৰ বাহিৰে অন্যান্য জাতিয়ে জন্ম গ্ৰহণ কৰা নাছিল। মিকিৰসকলৰ বিশ্বাস মতে তেওঁলোক ভগৱান অৰ্থাৎ হেম্‌আৰনামৰ প্ৰথম সৃষ্টি।

মিকিৰসকলে নীতি-নিয়মেৰে ভালকৈ সমাজ পাতি বাস কৰিছিল। তেওঁলোকৰ মাজত কোনো বেয়া ভাবে ঠাই নেপাইছিল। তেওঁলোক সততে ৰঙিয়াল আৰু শান্তিপ্ৰিয় আছিল। সেই মিকিৰ সমাজত এজন ঐশ্বৰিক গুণসম্পন্ন মানুহৰ আৱিৰ্ভাব হৈছিল। তেৱেঁই আছিল মিকিৰ সমাজৰ এক প্ৰকাৰ মুৰব্বী। তেওঁকো অৱশ্যে গাঁৱৰ মানুহে বৰ ভয় আৰু শ্ৰদ্ধা কৰিছিল। সেই ঐশ্বৰিক গুণৰ মানুহজনেও অইন মিকিৰবোৰৰ দৰে বিয়া-বাৰু কৰালে। তেওঁৰ ল'ৰা-ছোৱালীও এবাহ হ'ল।

মিকিৰসকলৰ জুম এটি অতি প্ৰিয় খেতি। এই খেতিৰ যোগেদিয়ে মিকিৰসকলে অতীজৰেপৰা আজিও প্ৰৱৰ্ত্তি আছে। কিন্তু বৰ আচৰিত কথা এইটোহে যে সেই মানুহজনে খেতি-বাতি

নকৰিছিল। তেওঁ এক প্ৰকাৰৰ পানী-লাউৰ খেতি কৰিছিল। সেই লাউবোৰ সাধাৰণ লাউৰ দৰে ডাঙৰ হৈছিল। মানুহজনে সেই লাউ পূৰঠ হ'লে লাউৰ ভিতৰত ধুনীয়া কঁৰা চাউল পাইছিল আৰু তাৰেই তেওঁ লৰা-ছোৱালীৰে সৈতে সুখেৰে কোনো আহুকাল নোহোৱাকৈ জীৱন নিৰ্ব্বাহ কৰিছিল। তেওঁৰ গাত থকা কেতবোৰ অলৌকিক গুণৰ বাবে এইবোৰ কথা কেৱে তেওঁক সুসুধিছিল আৰু তেখেঁো কাকো কোৱা নাছিল। তেওঁৰ কাম আছিল কেৱল সমাজৰ লগত মিলা-প্ৰীতিৰে থাকি মানুহবোৰৰ মাজত শান্তিৰ বাণী প্ৰচাৰ কৰা। তেওঁ আন কোনো নাছিল, আছিল হেম্ আৰনামৰ এজন প্ৰতিনিধি। সেই ঐশ্বৰিক গুণসম্পন্ন মানুহজনে মিকিৰ-সকলৰ লগত এইদৰে সকলো কামৰে আগ-ভাগ লৈ পাৰ্য্যমানে মিকিৰসকলক থকা-খোৱাকে আদি কৰি সকলো শিক্ষা দি সংসাৰৰ উপযোগী কৰি তুলিছিল। কিন্তু তাৰ মাজতে এটি তেওঁ কৰিব নোৱাৰা কাম আছিল, তেওঁ মিকিৰসকলৰ লগত নাচিব নোৱাৰি-ছিল। সেইটো হেনো তেওঁক ভগৱানে কৰিবলৈ হাক দিছিল। কাৰণ তেনে কৰিলেই ভগৱানৰ আদেশ মতে তেওঁ পুনৰ স্বৰ্গ লৈ যাব লাগিব—এই হোজা, সহজ-সৰল মিকিৰসকলক এৰি।

মিকিৰসকলে পূজা-পাতল, কাজ-কৰম, উৎসৱ-পৰ্ব্ব আদিত ঢোল-বাৰু লৈ নাচ-বাগ কৰা এটা প্ৰধান ধেমালি। ইয়াক বাদ দি কোনো উৎসৱেই হব নোৱাৰিছিল। গতিকে মিকিৰসকলৰ মাজত এই প্ৰশ্নটো জাগিল—মিকিৰসকলৰ মুৰব্বীজনে কিয় নেনাচিব? নাচিবই লাগিব। সৰ্ব্বসাধাৰণতে কোনো দলৰ মুৰব্বী বা ৰজাই প্ৰজাসকলৰ লগত মিলি-জুলি প্ৰজাসকলক বৰ আনন্দ দিয়ে আৰু সেইটোকে প্ৰজাসকলেও কামনা কৰে। সেই মিকিৰসকলে প্ৰত্যেক উৎসৱতে সেই অসাধাৰণ ব্যক্তি জনক ঢোল-বাৰু লৈ নাচিবলৈ অনুৰোধ কৰিবলৈ ধৰিলে। কিন্তু তেওঁ প্ৰত্যেক বাৰে নানান চেলু উলিয়াই গা সাৰি থাকে। কিন্তু সেইদৰে আৰু কিমান দিন

চলিব। মিকিৰসকলো শুদাই এৰা ভকত নহয়। কিবা এটা কথাত লাগিলে তাৰ এটি মীমাংসা নহয় মানে নেৰে। সেয়ে শেষৰ বাৰৰ নাচোনত তেওঁ নিজক সকৰাব নোৱাৰিলে – কাৰণ গাঁৱৰ মানুহ-বোৰক অসন্তুষ্ট কৰি তেওঁ বৰ শান্তি পোৱা নাছিল। এইদৰে ভাবি চিন্তি থাকোঁতে এদিন স্বয়ং হেম্‌আৰনামে সপোনত আহি কলে, 'বাপা, তোমাৰ আৰু পৃথিৱীৰ কাম শেষ হ'ল। এতিয়া মোৰ ওচৰলৈ আহাঁ। গতিকে তুমি এইবাৰৰ উৎসৱত নাচিব লাগিব। তুমি নচাৰ লগে লগে পৃথিৱীত দুটা ভয়াবহ বস্তুৰ সৃষ্টি হব। কিন্তু সি মোৰ পুত্ৰসকলৰ একো অনিষ্ট নকৰে। বৰং বৰষুণৰ আগ-জাননী দি খেতিয়কসকলক নিজ নিজ কামত লাগিবলৈ শিকাইহে দিব।' ইয়াকে কৈ ভগৱানে পুনৰ স্বৰ্গ লৈ গতি কৰিলে।

তেতিয়া তেওঁ ৰাইজৰ আগত সকলোবোৰ কথা আত্মোপান্ত বিৱৰি কৈ বৰ দুখ প্ৰকাশ কৰিলে। কাৰণ তেওঁ মানুহবোৰক বৰ ভাল পাইছিল। এতিয়া তেওঁ ভগৱানৰ আদেশত তেওঁলোকৰ সঙ্গ এৰি যাবই লাগিব। যদিও তেওঁ যাবলৈ স্থিৰ কৰিছিল, তথাপি তেওঁ নিজৰ লৰা-ছোৱালীবোৰৰ ভৰণ-পোষণৰ ভাৰ তেওঁৰ অবিহনে ৰাইজৰ ওপৰতেই দি গ'ল। ৰাইজেও ভগৱানৰ আদেশৰ কথা সুঁৱৰি বিনা বাক্যে সকলোবোৰ অনুৰোধ মানি ললে। তেতিয়াহে তেওঁলোকৰ আঁকোৰ-গজালিৰ ফল বুজি পালে।

নাচোনৰ দিনাখন দিনটো বৰ গম্ভীৰ দিন আছিল। সকলোৱে যেন এজন আদৰৰ মানুহক হেৰুৱাব। লাহে লাহে নাচোনৰ সময় উপস্থিত হ'লহি। সেই মানুহজনে নিজৰ পুত্ৰ-পৰিবাৰৰপৰা বিদায় ললে। কি যে সেই দৃশ্য।

উৎসৱৰ ঠাইত লোকে লোকাৰণ্য হ'ল। ঢুলীয়া কালীয়াই নাচোনৰ আৰম্ভণিৰ সুৰ তুলি দিলে। তেতিয়া সেই মানুহজনে ঢোল আৰু কালিৰ তালে তালে ছেৱে-ছেৱে এনে সুন্দৰ লয়েৰে নাচিবলৈ ধৰিলে যে তাক দেখি সকলো মানুহ অবাক।

তেওঁ এটা এটাকৈ নাচোনৰ সকলোবোৰ নিয়ম-কানুন, সুন্দৰ ভাৱে ঢাল তৰোৱালৰ মাজেদি সমবেত ৰাইজক দেখুৱালে। এনেকৈ অনেক ধৰণৰ নৃত্য কৰিলে। মানুহবোৰৰ মনৰপৰা বিষাদৰ ভাৱ দূৰ হল, তেওঁলোক আনন্দত আত্মহাৰা হ'ল। এনেকুৱা নাচ সিহঁতে কেতিয়াও দেখা নাছিল।

লাহে লাহে ঢোল কালিৰ ছেও খৰ হবলৈ ধৰিলে। নাচোনৰ লয়ো খৰ হ'ল। এইদৰে নাচি থাকোঁতেই পশ্চিম আকাশে কলা বৰণ ধৰিলে। বতাহ বলিবলৈ লাগিল। কিন্তু দৰ্শকৰো সাৰ-সুৰ নাই, নাচোনৰো বিৰাম নাই। নাচিয়েই আছে। নাচোনৰ মাজতে লাহে লাহে নাচনীয়েই ছেৱে ছেৱে আকাশৰ ফালে যাবলৈ ধৰিলে। ইতিমধ্যে খিৰিঙ খিৰিঙ, গুৰুম গুৰুম শবদে আকাশ নিনাদিত কৰিলে। তাৰে মাজে মাজে ক্ষন্তেকীয়া এটা চকু চাঁত মাৰি ধৰা পোহৰে দেখা দিলে। তথাপি ঢুলীয়াৰ বিৰাম নাই, কালীয়াৰ বিৰাম নাই—বজায়ে আছে। ছেও খৰতৰ হৈ গৈছে। এইদৰে ছেৱে ছেৱে উধাই গৈ গৈ পুৰুষজন আকাশত নোহোৱা হ'ল। তেতিয়াহে লাহে লাহে আকাশে প্ৰশান্ত ৰূপ ধাৰণ কৰিলে। তেতিয়াহে মানুহবোৰৰ গালৈ চেতনা আহিল।

এইদৰে আকাশত বিজুলী আৰু ঢেৰেকনিৰ জন্ম হয়। যি ঘেৰেং ঘেৰেং শব্দ হ'ল সেয়ে ঢেৰেকনি আৰু ক্ষন্তেকীয়া উজ্জ্বল পোহৰেই বিজুলী।



# যমডাকিনী চৰাইৰ জন্ম

বহু দিন পূৰ্ব্বে এখন গাঁৱত এহাল বুঢা-বুঢী আছিল। তেওঁলোকে বৰ সুখেৰে জীৱন যাপন কৰিছিল। পাহাৰৰ হাবি-বন পৰিষ্কাৰ কৰি বুঢা-বুঢীয়ে যুটীয়া ভাৱে আৰু গাঁৱৰ অন্য মানুহৰ সহায়ত আৰা কাটি জুম ধানৰ খেতি কৰি পেট প্ৰৱৰ্ত্তাই-ছিল। এনেকৈ গাঁৱৰ গঞাৰ সৈতে ৰং-ৰহইচৰ মাজেদি জুম খেতি কৰাৰ প্ৰথা অদ্যাপিও মিকিৰ সমাজত আছে। এনেকৈ দুয়োৰো সৰু সংসাৰ কতো কেনিও চেক নলগাকৈ চলি গৈ আছে। কিন্তু সুখৰ মাজতো দুখ থাকে, মানুহৰ অন্তৰত অমৃতত গৰল থকাৰ দৰে। বুঢা-বুঢীৰো অমৃতময় মধুৰ সংসাৰখনত গৰল-স্বৰূপে আছিল এটি সন্তানৰ অভাৱ। বুঢা-বুঢীয়ে নানান বেজ লগায়ো কোনো ফল নেপালে। এইদৰে বুঢা-বুঢীয়ে প্ৰায় জীৱনৰ শেষ স্তৰত উপনীত হলহি।

কিছু দিনৰ পিচত তেওঁলোকৰ সংসাৰ খনৰ প্ৰতি হেম্ আৰনামৰ চকু পৰিল। হেম্আৰনামে এজনী ছোৱালী বুঢীৰ কোলাত উপহাৰ দিলে। তাকে পাই বুঢা-বুঢীৰ আনন্দৰ সীমা নোহোৱা হ'ল। তেওঁলোকে তেওঁলোকৰ আলাসৰ লাৰু জীয়েকৰ নাম ৰাখিলে দলাপী। দলাপী দিনক দিনে ডাঙৰ হবলৈ ধৰিলে। যেতেকে বয়স বাঢিল তেতেকে দলাপীৰ ৰূপে গাঁৱৰ দহজনী ছোৱালীক ৰূপত চেৰ পেলালে। হেজাৰে হওক ভগৱানৰ দান!

কিন্তু হৰিষত বিষাদ মিলিল। সেই গাঁৱত কেও কিছু নোহোৱা এজনী অতি হিংসাকুৰীয়া বুঢী আছিল। জানিবা তাহানিৰ সেই কুঁজী বুঢী মন্থৰাহে। তাই সংসাৰ ভঙা-পতা কামত বৰ পাকৈত আছিল। দলাপীহঁতৰ সুখৰ সংসাৰখনৰ আনন্দৰ জেউতি দেখি

তাই দেই পুৰি মৰিব ধৰিলে, সেয়ে তাই তাইৰ অসৎ উপায় ভূতৰ আশ্ৰয় ললে। তাই বৰ ভূতুনী অৰ্থাৎ যাদুকৰী আছিল।

তাই এদিন ছেগ চাই বুঢ়া-বুঢ়ী নোহোৱা অৱস্থাত দলাপীক নিজৰ ঘৰলৈ মাতি নি বৰ আদৰ চেনেহ কৰাৰ দৰে দেখুৱাই এচুঙা মদ উলিয়াই দিলে। দলাপীয়েও বুঢ়ীৰ মৰমত ভোল গৈ মদ খিনি খালে। মদ খোৱাৰ লগে লগে তাইৰ চকুৱে নতুন দৃষ্টি পালে। সেই দৃষ্টিৰদ্বাৰা মানুহৰ ভিতৰ ভাগ দেখা পোৱা হ'ল অৰ্থাৎ হাঁওফাঁও, কলিজা, নাৰী-ভুৰু আদি গোটেই দেখা পোৱা হ'ল। সেই মদৰ চুঙা আচলতে বুঢ়ীয়ে যাদু কৰিহে খাবলৈ দিছিল। তাৰ ফলতেই দলাপীৰ তেনে অৱস্থা হ'ল। তাই এই কথাষাৰ কিন্তু কাৰো আগত নকলে।

কিন্তু এদিন বাপেকৰ লগত কাম-বন কৰি থাকোঁতে অকস্মাতে বাপেকৰ ভিতৰ অংশ দেখিলে। তেতিয়াই বাপেকৰ আগত ভুলক্ৰমে সেই কথাষাৰ কলে। দৈৱৰ দুৰ্বিবপাকত সেই ভূতুনী বুঢ়ীয়েও কথাষাৰ শুনিলে। কথা বুলিলেই বতাহ। ইকাণ সিকাণ কৰি এই কথাষাৰ গোটেই মিকিৰ সমাজতে ৰাষ্ট্ৰ হৈ পৰিল।

তেতিয়া কিয় আজিও মিকিৰ সমাজত তেনে ধৰণৰ মানুহক ভূত বা ভূতুনী বুলি সকলোৱে গণ্য কৰে। কাৰণ ভূত-ভূতুনীহে তেনে গুণৰ অধিকাৰী হব পাৰে। দলাপীৰ এনে কাৰ্য্য-কলাপ দেখি গঞা ৰাইজ খঙত টিঙিৰি তুলা হ'ল। তাতে আৰু ভূতুনীৰ কথা। যাদু-ভূত বুলিলে মিকিৰসকলৰ পেটতে হাত-ভৰি লুকায়।

এদিনাখন গোটেই মিকিৰসমাজে লগ লাগি দলাপী ভূতুনীৰ হাতৰপৰা নিষ্কৃতি পাবলৈ দিহা কৰি সেই উদ্দেশ্যেৰে এখন মেল পাতিলে। তাত দলাপীৰ মাক-বাপেক আৰু গাঁৱৰ বোৱাৰী-জীয়ৰীও উপস্থিত আছিল।

তেতিয়া বাংঠায়ে বিচাৰ আৰম্ভ কৰিলে আৰু দলাপীয়ে তেনেকৈ দেখা পোৱাটো সঁচা হয়নে নহয় মাক বাপেক আৰু দলাপীক

সুধিলে। মাক-বাপেকে সঁচা কথাকে কলে। কাৰণ মিকিৰসকলে জীৱটো গলেও মিছা কব নোৱাৰিছিল। যেতিয়া বাপেক-মাকৰ মুখৰপৰাই প্ৰমাণ হল, তেতিয়া দলাপীক হাবিত মেলি দি আহিবলৈ সকলোৱে ৰায় দিলে।

পিচত দলাপীয়ে নিজৰ কপালকে ধিয়াই হিয়া-মূৰ ভুকুৱাই কান্দি কান্দি গ'ল। সেই চাৰিজন মানুহে দলাপীক এটা ওখ শিলত তুলি দি তাতে এৰি গুচি আহিল। দলাপীয়ে তাতে কান্দি কাতি হেম্ আৰনামক সুঁৱৰি সুঁৱৰি ৰাতিটো কটালে। পুৱতি নিশা হেম্ আৰনামে তাইৰ দুখত দুখী হৈ তাইক বৰ দি এজনী চৰাইলৈ ৰূপান্তৰিত কৰিলে। যদিও তাই ভগৱানৰ কৃপাত চৰাইলৈ ৰূপান্তৰিত হ'ল, তথাপি মাক-বাপেকৰ কথা মনত পৰি এতিয়াও তাই ৰাতি নিজান বননি গহীন কৰি বিলাপৰ সুৰেৰে 'অ-ঐ অ-ঐ' কৰি মাক-বাপেকক আৰু তাইৰ লগৰীয়াবোৰক মাতি ফুৰে।

তাইক ভূতুনী বুলি সকলোৱে বিশ্বাস কৰিছিল, আৰু তায়েই যে হেম্আৰনামৰ কৃপাত চৰাই হ'ল সেই কথাও ৰাইজে বিশ্বাস কৰিলে, কাৰণ তাৰ আগতে তেনেকুৱা চৰাই নাছিল। সেই চৰাইজনীয়ে মাতিলেই গাঁৱত অমঙ্গল হয় বুলি মিকিৰ সমাজে আজিও ভয় কৰে। 'আই অ'-ঐ' মাত শুনিলে মিকিৰসকলে বিপদৰ আগ-জাননী বুলি ভাবে। এনেকৈয়ে পৃথিৱীত যম-ডাকিনী চৰাইৰ জন্ম হল। আজিও আজলী মিকিৰ জীয়ৰীয়ে মনৰ বেজাৰত চিঞৰি ফুৰে গহীন বননি কঁপাই।

---

# ঢেঁকী দিয়া চৰাইৰ জন্ম

অতীজতে মিকিৰ সমাজত এহাল মানুহৰ দুজনী জীয়েক আছিল। তাৰ বাহিৰে সেই মানুহ হালৰ সংসাৰত আপোন বুলিবলৈ কেও কিছু নাছিল। সেয়ে মানুহ হালে জীয়েক দুজনীক বৰ মৰম কৰিছিল। যথা সময়ত বৰজনীৰ এঘৰ ধনী মানুহৰ ঘৰত বিয়া হল আৰু সৰুজনীৰ হল এজন সাধাৰণ মানুহৰ ঘৰত। অৱশ্যে মানুহ জন দুখীয়া বুলিও কথমপি বছৰ জুৰি খাবলৈ খেতিয়ে জুৰিছিল। এইদৰে দুয়োজনী বায়েক ভনীয়েকে নিজ নিজ ভাগ্য অনুসাৰে দিন নিয়াবলৈ ধৰিলে।

কালক্ৰমত বুঢা-বুঢী সিফলীয়া হ'ল। তেওঁলোকৰ মৃত্যুৰ পিচত যি অলপ অচৰপ সা-সম্পত্তি আছিল তাক বৰজনা জোঁৱায়েকে নানা ছল-চক্ৰান্ত কৰি বুঢা-বুঢীৰ ভাগী-যুগীক বঞ্চিত কৰি আত্মসাৎ কৰিলে। মিকিৰ সমাজত এঘৰলৈ উলিয়াই দিয়া জীয়াৰী বোৱাৰীৰ মাক-পিতাকৰ কোনো সম্পত্তিতে হাত নেথাকে। সেয়ে তেওঁ-লোকৰ মৃত্যুৰ পিচত মৃতকৰ ধন-সম্পত্তিবোৰ গাঁৱৰ অঙহী-বঙহীয়ে পায়। অৱশ্যে ঘৰ-জোঁৱাই ৰাখিলে ওপৰৰ কথাখিনি নেখাটে। তেতিয়া কন্যাৰ যোগেদি জোঁৱায়েকে সকলো সম্পত্তি পায়। কিন্তু এই প্ৰথাটো মিকিৰ সমাজত একেবাৰেই নাই বুলিব পাৰি।

ইফালে নিয়তিৰ কুটিল পৰিহাসত সৰু জনীৰ গিৰিয়েক ঢুকাল। তেতিয়া তাই কণ কণ ল'ৰা-ছোৱালী কেইটা লৈ অঠাই সাগৰত পৰিল। তাই কোনোমতে ইয়াৰ ঘৰত তাৰ ঘৰত ধান চাউল খুন্দি দি লৰা-ছোৱালী কেইটাৰে সৈতে অতি দুখত দিন নিয়াবলৈ ধৰিলে আশা বুকুত বান্ধি লৈ। কেতিয়াবা সুখৰ মুখ দেখিবলৈ পাম বুলি আশাতে জীয়াই আছিল।

শেষত গৈ তাই নিগাজিকৈ অতি আপোনজন বুলি ভাবি বায়েকৰ ঘৰতে সদায় সুখে দুখে ধান খুন্দি দি দিনৰ আহাৰ দিনে মুকলি কৰিবলৈ ধৰিলে। বায়েক প্ৰথমতে ভনীয়েকক বৰ মৰম কৰিছিল। শেষত গৈ ধনৰ অহঙ্কাৰত পৰি তাইক ভাল চকুৰে নোচোৱা হ'ল। ভনীয়েকৰ লৰা-ছোৱালী কেইটা দেখিলেই বায়েকৰ মনলৈ ঈৰ্ষাৰ ভাব আহিছিল। ভনীয়েকৰ লৰা-ছোৱালী কেইটা দুখীয়া ঘৰৰ লৰা-ছোৱালী বুলিও বায়েকৰ লৰা-ছোৱালী কেইটাতকৈ দেখনিয়াৰ আৰু চালে চকু-ৰোৱা আছিল। বোধহয় তেনেকুৱা ৰূপহ লৰা-ছোৱালী মিকিৰ সমাজত আজিও ওপজা নাই।

দিন পুৰণি হৈ যোৱাৰ লগে লগে ভনীয়েকৰ প্ৰতি বায়েকৰ ব্যৱহাৰো কঠোৰ হৈ আহিবলৈ ধৰিলে। ভনীয়েকেও অন্য উপায় নেদেখি কোনমতে লৰা-ছোৱালী কেইটাৰ বাবে সদায় বায়েকৰ ঘৰলৈ ধান খুন্দিবলৈ আহিব ধৰিলে। ইফালে দিনৰ দিনটো ধান খুন্দি গধূলি ঘৰলৈ উভতিবৰ সময়ত বায়েকে দিয়ে অকাঁৰী চাউল এমুঠি। তাকে বহুত বুলি লৈ, নিজৰ কপালকে ধিক্কাৰ দি ভনীয়েক ঘৰলৈ যায়গৈ। বায়েকক যদিও মুখ ফুটাই একো কব নোৱাৰে, মনত কিন্তু তাইৰ পেটে পেটে বৰ দুখ। দুখনো নেলাগিব বাৰু কাৰ? তেনেকৈ চকুৰ আগতে ঠগালে তেজ-মঙহৰ মানুহে কেতিয়াও সহ্য কৰিব নোৱাৰে। এইদৰে কিছুদিন যোৱাৰ পিচত ভগৱানৰ অভিশাপত সেই চকুচৰহা মানুহজনী এজনী চৰাই হ'ল।

তাই যদিও চৰাই হ'ল, তথাপি ভগৱানৰ অভিশাপ স্বৰূপে যেতিয়া গোটেই জগত নিস্তব্ধ, তেতিয়া বিৰাম-বিহীনভাৱে ধান খুন্দিবলগা হ'ল। সেয়ে ৰাতি গাঁৱৰ পৰ্ব্বতৰ বুকুত 'ঢেং-ঢেং ক্লো, ঢেং-ঢেং ক্লো' এই শব্দেৰে আজিও ধান খুন্দিবই লাগিছে।

ইফালে সৰুজনীয়ে ন্যায়ত চলাৰ বাবে নিজৰ লৰা-ছোৱালীক ডাঙৰ দীঘল কৰি ঘৰ-সংসাৰ পাতি দি হেম্ আৰনামৰ গুৰিলৈ গ'ল।

এনেকৈয়ে ঢেঁকী দিয়া চৰাইৰ সৃষ্টি হ'ল।

---

# কুকুৰা চৰাইৰ জন্ম

ই বহুদিনৰ আগৰ কথা। মিকিৰসকলে পৃথিৱীত ভগৱানৰ (হেম্‌আৰ) প্ৰথম সৃষ্টি হিচাপে মানুহ হৈ থাকিবলৈ লোৱাৰ সময়তে মিকিৰ সমাজত এহাল বুঢ়া-বুঢ়ীয়ে বাস কৰিছিল। তেওঁ-লোকৰ ল'ৰা-ছোৱালী কোনো নাছিল। বুঢ়া-বুঢ়ীৰ আকালো নাই ভঁৰালো নাই, এনেকৈ বাস কৰিছিল। তেওঁলোকৰ মাজত কোনো কালে কাজিয়া পেচাল নাছিল। ইজনক এৰি সিজনে এখন্তেকো থাকিব নোৱাৰিছিল।

কিন্তু হ'লে কি হব। তেওঁলোকৰ সংসাৰলৈ বিষাদৰ কলা-ডাৱৰ নামি আহিল। বুঢ়া-বুঢ়ীৰ এই মিলনৰ ৰং দেখি গাঁৱৰ মানুহ-বোৰে দু-চকু পাৰি দেখিব নোৱৰা হ'ল। সমাজৰ কাজ-কৰম (চোমাংকান্‌) আদিত দুয়ো বুঢ়া-বুঢ়ী সমানে গৈছিল। সেই চোমাংকানত সাধাৰণতে সকলোবোৰ গাঁৱৰ মানুহ লগ-লগাৰ হেতুকে তাত ঘৰুৱা নানা কথাৰ ভালকৈয়ে আলোচনা হয়। পুৰুষে পুৰুষৰ লগত আৰু তিৰুতাই তিৰুতাৰ লগত ঘৰৰ মেল পাতে। হোৱাটো স্বাভাৱিক। তাত বুঢ়ীক বুঢ়াৰ বিৰুদ্ধে সুযোগ পালেই অন্যান্য তিৰুতাই কথা লগায়, যাতে বুঢ়ীয়ে বুঢ়াক দুচকু পাৰি দেখিব নোৱৰা হয়। ইফালে গাঁৱৰ বুঢ়া-মেঠা আদিয়েও বুঢ়াক নানা ৰকমৰ কথা লগায় বুঢ়ীৰ বিৰুদ্ধে। কিন্তু আমাৰ বুঢ়া-বুঢ়ীৰ হলে কোনো খবৰেই নাছিল। সিহঁতে জানিছিল যে "লোকৰ কথা নুশুনিবা, বাটত নাঙল নেচাঁচিবা।" এই নীতি-বচন ফাঁকিৰ কথাকে সাৰোগত কৰি দুয়ো লোকৰ কথাবিলাক একাণে শুনি ইকাণে উলিয়াই দিছিল আৰু কাজিয়া-পেচাল নকৰিছিল। মানুহবোৰ

কিন্তু শুদাই এৰা ভকত নাছিল। তেওঁলোকে সততে বুঢ়া-বুঢ়ীৰ মাজত কাজিয়া লগাবলৈ অহৰহ চেষ্টা কৰি আহিছিল।

অৱশেষে সেই চেষ্টা একেবাৰে অথলেও নগল। কথাতে কয় "ঘঁহি থাকিলে শিলো ক্ষয় যায়"—ই আৰু মানুহৰ মনহে। গতিকে বুঢ়া-বুঢ়ীৰ মনতো লাহে লাহে ইজনৰ সিজনৰ প্ৰতি কপট ভাব সোমাল। তেওঁলোকৰ মাজতো কাজিয়া-পেচালে ভালদৰে বাহ ললে। ঘৰ খনত অশান্তিয়ে দেখা দিলে। বুঢ়ীয়ে কিবা ভাল কাম কৰিলে, বুঢ়াই তাত ভুল ধৰে আৰু সেইদৰে বুঢ়াই কিবা এটা কাম কৰিলে বুঢ়ীয়ে তাত তৎক্ষণাৎ ভুল ধৰে। এইদৰে প্ৰায়ে কাজিয়া-পেচাল হৈ থকাৰ কাৰণে আগৰ দুয়োৰে দুয়োৰো প্ৰতি থকা মনৰ মৰম ভাৱবোৰ নোহোৱা হ'ল। এতিয়া যি বুঢ়াই বুঢ়ীক এক্ষন্তেক এৰিব নোৱাৰিছিল, সেই বুঢ়াই বুঢ়ীৰ লগত কথা-বতৰা একেবাৰেই কমাই দিলে। বুঢ়ীয়ে কিবা এটা কথা সুধিলে বুঢ়াই ভেকাহি মাৰি দিয়ে আৰু বুঢ়ীয়েও সেইদৰে বুঢ়াক গালি-শপনি পাৰে।

এইদৰে এদিন কাজিয়া লগাত বুঢ়াই তেওঁৰ বন্ধু এজনৰ ঘৰত গৈ কেইবা দিনো থাকিল গৈ। বুঢ়ীয়েও ইফালে ডাঙ্কোপ মাৰি একো নোকোৱাকৈ অকলে ঘৰতে থাকিল। বুঢ়া ঘৰত নথকা অৱস্থাতে এদিন ৰাইজৰ সকলোবোৰ গঞাই মিলি মাছলৈ ওলাল। বুঢ়ীও ঘৰত অকলে অকলে থাকি আমনি লগাৰ কাৰণে মাছলৈ ওলাল। দুৰ্ভাগ্যবশতঃ লৰালৰিৰ কোবত শিমলু তুলাৰে বোৱা মেখেলাখনকে পিন্ধি মাছ মাৰিবলৈ গ'ল। মিকিৰসকলে হেনো আদিতে এই শিমলু গছৰ তুলাৰপৰাও কাপোৰ বৈছিল। ই বৰ পাতল আৰু পানীত তিতিলেই কাপোৰৰ আকৃতি নোহোৱা হৈ যায়। সেই বাবে মিকিৰসকলে সাধাৰণতে এই কাপোৰ ঘৰত হে ব্যৱহাৰ কৰিছিল।

বুঢ়ীয়ে কথাবাৰ মন নকৰি সেই শিমলু (ফাৰকং) তুলাৰে

বোৱা মেখেলা ( পানীং ) খন পিন্ধিয়েই মাছ মাৰিবলৈ বিলত নামিল। মানুহবোৰে আনন্দ মনেৰে মাছ মাৰিবলৈ ধৰিলে, মাছো পালে ঢেৰ। আমাৰ বুঢ়ীয়ে বহুত মাছ পালে। বিলত ঘূৰি ঘূৰি মাছ মৰা হলত মানুহবোৰ বিলৰপৰা উঠি দিহা দিহি যাবলৈ ওলাল। বুঢ়ীৰ তেতিয়াহে গালৈ হুচ আহিল। মেখেলাখনৰ অৱস্থা দেখি তাই লাজতে পানীৰপৰা উঠি আহিব নোৱৰা হ'ল আৰু কাকো মুখ ফুটাই কথাষাৰ কবও নোৱাৰিলে। গতিকে তাই পানীৰ মাজতে থাকিব লগা হল। বাকী মানুহবোৰ বুঢ়ীক ভাল নোপোৱাৰ কাৰণে কোনেও কি হ'ল বুলি এষাৰি মাতো নিদিলে।

অৱশেষত বুঢ়ীয়ে উপায়ান্তৰ হৈ এজনী বুঢ়ীক কথাটো কলে আৰু বুঢ়াক খবৰ দিবলৈ কলে। কিন্তু সেই বুঢ়ী জনীয়ে ঘৰলৈ আহি হিংসাত এই কথা বুঢ়াক নকলে। বুঢ়ীয়ে পানীৰ মাজতে দিনটো কটালে গিৰিয়েকক মাতি মাতি। কিন্তু গিৰিয়েকৰ হলে কোনো ভূৰ্ভঙেই নাই। অৱশেষত নিজৰ কপালকে দূষি বুঢ়ীয়ে হেম-আৰনামৰ সুঁৱৰিবলৈ ধৰিলে। বুঢ়ীৰ করুণ কাকুতি হেম্-আৰনামৰ কাণত পৰিল। হেম্-আৰনামে তাইৰ কষ্ট লাঘৱ কৰিবলৈ তাইক চৰাইলৈ ৰূপান্তৰিত কৰিলে। তাই যদিও চৰাই হ'ল আৰু বুঢ়াই যদিও তাইক পাহৰি গ'ল, তথাপি তাই বুঢ়াৰ মৰমৰ কথা পাহৰিব নোৱাৰিলে। সেয়েহে আজিও বোধ হয় নৈৰ কাষত, বিলৰ কাষত, "অ' ঐ, অ' ঐ" কৰি বুঢ়াকেই মাতি থাকে। এতিয়াও তাই সেইদৰে বুঢ়াক কাপোৰ খুজি থাকে।

প্ৰথমতে চৰাই জনীয়ে সকলো সময়তে মাতি আছিল। কিন্তু এই কথাত হেম্ আৰনামে আমনি পাই তাইক পৰ বুজি মাতিবলৈ হুকুম দিলে। সেই কাৰণে তাই তেতিয়াৰপৰা পৰ ( সময় ) বুজি বুজিহে আটাহ পাৰে। এনেকৈয়ে সেই হতভগীয়া বুঢ়ীজনীয়ে আজিৰ কুকুৰা চৰাই।

---

# ধানৰ উৎপত্তি

অতি প্ৰাচীন কালত এটা মাছমৰীয়া আছিল। সেই মাছ-মৰীয়াটো সদায় বিলত জাল বাবলৈ যায়। এইদৰে বহু দিন বিলে বিলে মাছ মাৰিয়েই সি তাৰ জীৱিকা নিৰ্ব্বাহ কৰিছিল।

এদিনাখন জাল বাই উভতি আহোঁতে একপ্ৰকাৰ দীঘল সিহ থকা গুটি জালত লাগি আহিল। সেই সিহ-দীঘল গুটি লগা গছ মাছমৰীয়াটোৱে যিখন বিলত মাছ মাৰিছিল, তাৰ দাঁতিত গজি আছিল। তাৰ জালখন টানি আনোতে জালৰ আঁহত এথোকা বনৰ গুটি লাগি আহিছিল। তালৈ হ'লে সি সমূলি মন কৰা নাছিল। ঘৰলৈ আনি বস্তুটো দেখিবলৈ ভাল দেখি যতনেৰে বেৰত আঁৰি থলে। সেই মাছমৰীয়াটোৰ এজন বন্ধু আছিল আৰু তেওঁ আছিল মিকিৰ। মিকিৰ মানুহজনৰ সাত-আঠ বছৰীয়া এজনী জীয়েকৰ বাহিৰে তাৰ আপোন বুলিবলৈ কোনো নাছিল।

এদিন সেই মিকিৰ মানুহজন জীয়েকৰে সৈতে মাছমৰীয়াটোৰ ঘৰলৈ মিতিৰ খাবলৈ বুলি গ'ল। মাছমৰীয়াজনেও মৰমৰ বন্ধু অহা দেখি আদৰ-সাদৰ কৰি খুৱাই বুৱাই ৰাখিলে। সেই ছোৱালী-জনীয়ে মাছমৰীয়াৰ ঘৰত উমলি ঘূৰি ফুৰোঁতে অকস্মাৎ সেই বনৰ গুটি খিনি দেখা পালে। দেখা পাই তাইৰ বস্তুখিনি লবলৈ বৰ ইচ্ছা গ'ল। তাই বাপেকক আহি সেই বস্তুটো দি দিবলৈ কুতুৰিলে। পিতাকে নানাৰকমৰ বুজনি দিও তাইক মান্তি কৰাব নোৱাৰি শেষত লাজ মান কাতি কৰি থৈ লাহেকৈ বস্তুটোৰ কথা বন্ধুৱেকৰ আগত কলে। বন্ধুৱেকেও কোনো ওজৰ-আপত্তি নকৰি অকণো কেৰো-ঘেহোঁ নকৰাকৈ ছোৱালীজনীক সেই গুটিখিনি দি দিলে।

তেতিয়ালৈকে সিহঁতৰ কোনেও আন কি পৃথিৱীৰ কোনো মানুহে, সেই গুটিখিনি মানুহৰ খাদ্য বুলি জনা নাছিল। যোৱা কথা গ'ল। এইদৰে দুদিনমান বন্ধুৱেকৰ ঘৰত ভালকৈ খাই বৈ দুয়ো বাপেক-জীয়েক গাঁৱলৈ উভতিল।

গুটিখিনি দেখিবলৈ ভাল যেন দেখি কি বস্তুনো প্ৰমাণ চাবলৈ বুলি এনেয়ে ধেমালিৰ ছলেৰে বাৰীৰ এটা চুকত মাটি অলপ চাহ কৰি তাৰে গুটি কেইটামান ছোৱালীজনীয়ে পুতি থলে। কিছু দিনৰ মূৰত তাৰপৰা ধুনীয়া গছ গজি উঠিল। এইদৰে কিছু দিনৰ পিচত সেই গছৰপৰা বহুতো তেনেকুৱা গুটি পালে। সেই গুটি-বিলাক কিবা খোৱা বস্তু নে কি প্ৰমাণ চাবলৈ বুলি দুয়ো বাপেক জীয়েকে প্ৰথমতে কিছুমান গুটি চৰাই, হাঁহ-পাৰক খাবলৈ দিলে, জানোচা মানুহে খালে কিবা বিপদেই হয়। এদিন ভালকৈ বাকলি গুচুৱাই গুটিবোৰ পানীত সিজালে। সিজোৱা বস্তুখিনি প্ৰথমতে এটা কুকুৰক খাবলৈ দিলে। এইদৰে কেবাদিনো কুকুৰটোক খাবলৈ দিলে। কুকুৰটোৱে সেই বস্তুবোৰ খোৱাৰপৰাই দিনক দিনে তাৰ চেহেৰা বাঢ়ি যাবলৈ ধৰিলে। সিজোৱা বস্তু খাই কুকুৰটো লোদোৰ পোদোৰ হোৱা তেওঁলোকে দেখিলে। তাকে দেখি তেওঁলোকে ভাবিবলৈ ধৰিলে যে মানুহেও এই বস্তু খাব পাৰে আৰু খালে শকত আৱত হব।

ইয়াকে ভাবি বাপেক-জীয়েক দুয়ো মিলি পাহাৰৰ এডোখৰ সমান ঠাই জুৰি-কাটি চফা কৰিলে। মাটিখিনি ভালকৈ কোৰেৰে চহ কৰি গুটি কিছুমান সিঁচি দিলে। কিছুদিনৰ পিচত আগৰ দৰেই সেউজীয়া গছ গজি উঠিল। তাৰো দুই তিন মাহৰ পিচত গছবোৰত থোকে থোকে গুটি লাগিল। গুটিৰ সিহবোৰো আগতকৈ দীঘল আৰু দেখিবলৈ ভাল হ'ল। সেইবোৰ পকিলত কাটি আনি গুটি-বোৰ গছবোৰৰপৰা এৰুৱাই বাকলিবোৰ গুচুৱাই তেওঁলোকেও সিজাই খাবলৈ ধৰিলে। তেতিয়াহে তেওঁলোকে গম পালে এই গুটিবোৰ

ধান আৰু বাকলি গুচুৱাই সিজাই তাকে মানুহে খায়। তেওঁলোকে পৃথিৱীত ধানৰ খেতিৰ প্ৰচলন কৰিলে। শেষত তেওঁলোকৰপৰা সঁচ নি নি অন্যান্য গাঁৱঁৰ মানুহবোৰেও ধানৰ খেতি কৰিবলৈ ধৰিলে। এনেকৈয়ে প্ৰথমে মিকিৰসকলে চক্ অৰ্থাৎ ধান আৱিষ্কাৰ কৰিছিল।

---

# ভালুকৰ জন্ম

অতীজতে কাৰ্ব্বীসকলৰ মাজত টুমুং চমাৰ ফৈদৰ এঘৰ মানুহ আছিল। সেই মানুহ ঘৰত এজন অতি হোজা আৰু নম্ৰ মানুহ আছিল। তেওঁ বস্তুৰ ভাল বেয়া বিচাৰ বৰকৈ নকৰিছিল আৰু যেয়ে যি কয়, তাতে মান্তি হৈছিল্।

ডেকা হ'লত সেই মানুহজনে এখন বেলেগ গাঁৱৰ ৰহাং চমাৰৰপৰা এজনী ছোৱালী বিয়া কৰাই আনিলে। ছোৱালীজনীৰ এটা বৰ দুৰাৰোগ্য বেমাৰ আছিল। তাইৰ সোঁ-ভৰিখনত এটা 'দমক খহু' বেমাৰ আছিল। সেয়ে তাই অন্যান্য গাঁৱৰ লোক বা গিৰিয়েকৰ বাহিৰে ঘৰৰ কোনো মানুহৰ লগত বৰ বেচি ঘনিষ্ঠতা নকৰিছিল। সেই বেমাৰটো সিহঁতৰ গাতো সুঁচৰিব পাৰে বুলি অইন মানুহে সততে তাইৰপৰা আঁতৰি ফুৰিছিল। কিন্তু আমাৰ সেই টুমুং চমাৰৰ ডেকাজনৰ হলে সেইবোৰৰ প্ৰতি কোনো ভ্ৰূক্ষেপেই নাছিল। কেৱল খাব লাগে খাইছিল, থাকিব লাগে আছিল।

সেই মানুহজনৰ দুজনী ভনীয়েক আছিল। সেই ভনীয়েক দুজনীয়ে কিন্তু বৌয়েকক দুচকু-পাৰি দেখিব নোৱাৰিছিল।

গতিকে বৌৱেকক সততে কেটেৰা জেঙেৰা কৰি সিহঁতৰ ঈৰ্ষাৰ হোৰ তুলিছিল। ইফালে বেচেৰী মানুহজনীয়ে নিজৰ কপালকে দূষি সকলোবোৰ গালি-গালাজ নীৰৱে সহ্য কৰি গৈছিল। নহলে তাইৰ দৰে হতভগীয়া বেমাৰী এজনীৰ আন একো উপায় নাছিল। এইদৰে তাইৰ দুখৰ দিন কালৰ চকৰিত ঘূৰি গৈ আছিল।

মিকিৰ মানুহে সততে পাহাৰৰ ওখ টিলাবোৰতহে বাস কৰে। তেতিয়াহে সিহঁতৰ আৰ ( ৰেট্ ) লবলৈ সুবিধা হয়। সেই কাৰণে খোৱা পানীৰ বাবে পাহাৰ বগাই দূৰৰ নিজৰাৰপৰা বাঁহৰ দীঘল চুঙাত ( লাং ঠেক্ ) হোৰা বান্ধি গাঁৱৰ জীয়ৰী-বোৱাৰীবোৰে ঘৰলৈ পানী আনে। এইদৰে এদিনাখন সেই খহুৱা মানুহজনীয়ে তাইৰ ননন্দেকহঁতৰ লগত পানী আনিবলৈ বহু দূৰ গৈছিল। দুৰ্ভাগ্যবশতঃ সেইদিনাখন তাইৰ খহুটোৰপৰা বিষো বাটিছিল। কিন্তু হলেওতো আৰু তাইৰ দৰে দুৰ্ভগীয়া জীৱৰ ৰক্ষা নাই। ননন্দেকহঁতে তাইৰ অসুখৰ কথা সমূলি নেভাবে। এইদৰে তাই বহুত কাষৰি উজোৱা-নমা কৰি গৈ থকাৰ বাবে খহুৰ বিষ অসহ্য হোৱাত প্ৰায় খোজ কাঢ়িব নোৱাৰা হ'ল। তাই কোনো মতেহে মৰি-মুজি নিজৰা পালেগৈ। তাৰপৰা পানী-দুনি বাঁহৰ চুঙাত ভৰাই অলপ জিৰণি লবলৈ মন কৰিলে। কিন্তু ননন্দেকহঁতে তাইক পাৰেমানে গালি পাৰি পানী লৈ যাবলৈ ওলাল। তাকে দেখি তায়ো উপায়ন্তৰ হৈ লাহে লাহে ননন্দেকহঁতৰ পিচে পিচে যাবলৈ ধৰিলে। কিন্তু সেইদৰে কিমান দূৰ যাব। কিছু দূৰ গৈ তাইৰ বৰ অসহ্য হ'ল আৰু খহুৰ বিষত তীৰ-কঁপে জ্বৰ উঠিল। অৱশেষত তাই কাতৰ হৈ এটা শিলৰ গুহাত আশ্ৰয় ললেগৈ। ননন্দেকহঁতে কিন্তু তাইক এৰি থৈ বহু দূৰ পালেগৈ। এতিয়া তাইৰ আৰু সৰ্ব্বনিয়ন্তা ভগৱানৰ বাহিৰে কোনো ৰক্ষা কৰোঁতা নাই। তাই সেই গহীন বনত বিপদৰপৰা ৰক্ষা পাবলৈ ভগৱানক চুলিছিঙি কাকুতি কৰিলে। তাইৰ করুণ কাকূতি ভগৱানৰ কাণত পৰিলগৈ আৰু তেতিয়াই তাই এজনী

প্ৰকাণ্ড ভালুকলৈ ৰূপান্তৰিত হ'ল। তেতিয়াও তাই কঁপিয়েই আছিল খহুৰ বিষত।

কিছু সময়ৰ পিচত ননন্দেকহঁতে বৌয়েকে আহিছে নে নাই উভতি চালে। কিন্তু বৌয়েকক নেদেখি দুয়ো বাই-ভনীয়ে পানীৰ হোৰা বোৰ নমাই থৈ উভতি বিচাৰি গ'ল। কিন্তু সিহঁতে আৰু বৌয়েকক দেখা নেপালে। দেখা পালে কেৱল তাইৰ পানীৰ হোৰাটো, আৰু তাৰে কাষৰ শিলৰ গুহাটোত কেকাই থকা ভালুকজনী। তাকে দেখি দুয়ো ভয়তে ভিৰাই লৰ দিলে পানীৰ আশা এৰি। গাঁৱলৈ আহি সিহঁতে এই আচৰিত ঘটনাটো মানুহৰ আগত বিৱৰি কলেহি। তাকে শুনি ককাযেকৰে সৈতে গাঁৱৰ বাকী মানুহবোৰ যাঠী জোং লৈ শিলৰ গুহাটোৰ ওচৰলৈ গ'ল। মানুহবোৰক তেনে অৱস্থাত দেখি সেই হতভগীয়া তিৰোতাজনীয়ে ভালুকৰ বেশেৰেই তাৰপৰা প্ৰাণৰ মায়াত পলাল। অৱশ্যে মানুহ হৈ থাকোঁতেও তাইৰ মানুহবোৰৰ প্ৰতি বৰ ভয় ভাৱ আছিল। এতিয়াতো পকিল কল সোৱাদ হল, তাইক আৰু পায় কোনে?

এইদৰে ভালুকৰ সৃষ্টি হ'ল। তাই যদিও ভালুক হ'ল তথাপি আগেৰ দুখবোৰ পাহৰিব নোৱাৰি কেঁকাই ফুৰে। টুমুং ঘৰৰপৰা এনেকৈ ভালুকৰ জন্ম হোৱাৰ কাৰণে টুমুংঘৰীয়াক ভালুকৰ বংশ বা হাক্বাম্ চমাৰ বুলি কোৱা হয়।

---

# আৰা-কুৰাৰ উৎপত্তি

মিকিৰসকলৰ ঘাই জীৱিকা আজিলৈকে খেতি। মিকিৰসকলে ঘাইকৈ কোনো এটা পাহাৰৰ টিলা মোকোলাই তাক জুৰি-কাটি কোৰ মাৰি ধান সিঁচি দিয়ে। ধানৰ লগতে মাটিত পোতে আলু-কচু, কোমোৰা, কেৰেলা, আদিও। খোৰাক জোগাবৰ বাবে। এই টিলাবোৰত ধান সিঁচিবলৈ কৰা ব্যৱস্থাকে ৰেটকিনং বোলে। এই ৰেটকিনংবোৰত বিশেষ নিয়মৰ বশৱৰ্ত্তী হৈ অৰ্থাৎ নাচ-গানৰ মাজেদি ধান সিঁচিব লাগে।

এসময়ত এখন মিকিৰ গাঁৱত এহাল ঘাট-মাউৰা লৰা-ছোৱালী আছিল। সিহঁত দুটাৰ আৰু আপোন বুলিবলৈ কেও নাছিল। সিহঁতে কাম কৰিব পৰা নোহোৱা পৰ্য্যন্ত লোকৰ গালি-শপনি খাই অতি কষ্টেৰে ভিক্ষা কৰি বা গছৰ ফল-মূলকেই খাই জীৱন কটাইছিল। এইদৰে সিহঁত লাহে লাহে ডাঙৰ দীঘল হ'ল আৰু নিজে খেতি-বাতি কৰিব পৰা হল। লাহে লাহে সিহঁতৰ কপাল মুকলি হ'ল। গাঁৱৰে দহজনৰ দৰে সিহঁত দুয়ো ককায়েক ভনীয়েক মিলি এটা টিলাত হাবি-বন কাটি কোৰেৰে চহাই ধান, কেৰেলা, কচু আদি পেলালে। যথা সময়ত সেইবোৰৰপৰা সিহঁতে সুখেৰে খাবলৈ ধৰিলে।

লাহে লাহে দুয়ো বিয়াৰ বয়স পালে। তেতিয়া ভনীয়েক জুবুৰীয়ে মৰমৰ ককায়েকক বিয়া কৰাই দিবলৈ মন কৰিলে। সেই কথাষাৰ ককায়েকৰ আগতো এদিন ছেগ চাই ক'লে। কিন্তু ককায়েকে বিয়া কৰাবলৈ প্ৰথমতে মান্তি হোৱা নাছিল, জানোচা বিয়া কৰোৱাৰ পিচত ঘৈণীয়েকে তাৰ অতি চেনেহৰ ভনীয়েকক দুখ

দিয়ে। কিন্তু তাৰ কোনো কথাকে জুবুৰীয়ে নুশুনিলে। তাই ভাবিছিল যে ককায়েকক বিয়া কৰাই দিলে তাইৰ আৰু ককায়েকৰ বৰ সুখ হব। তাইৰ এটা লগৰীয়া বাঢ়িব। তাই ককায়েক আৰু বৌৱেকৰ মৰমৰ মাজত বুৰ গৈ থাকিব পাৰিব। কিমান মধুৰ সেই কল্পনা! আৰু সেই কল্পনাক বাস্তৱত পৰিণত কৰিবৰ বাবেই জুবুৰী খৰ-খেদাকৈ ছোৱালী বিচৰাত লাগিল। ছোৱালীয়ো পালে ওচৰৰে এখন মিকিৰ গাঁৱৰ মোমায়েকৰ জীয়েক এজনী।

এইদৰে তাই যথাসময়ত সমাজৰ দস্তুৰমতে মোমায়েকৰ ঘৰত গৈ ছোৱালী খুজিলেগৈ। মোমায়েকেও ল'ৰাটো পছন্দ কৰিলে আৰু ছোৱালী দিবলৈ মান্তি হ'ল। এতিয়া আৰু আমাৰ জুবুৰীক পায় কোনে! এনেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া। বিয়াৰ কামত তাই খৰ-খেদাকৈ লাগিবলৈ ধৰিলে। সমাজক খুৱাবৰ কাৰণে মদ (হৰ্) সিজালে, ন-কন্যা অৰ্থাৎ বৌৱেকৰ কাৰণে পানীং (মেখেলা)-চাদৰ আদি ববলৈ ধৰিলে। দিনে-ৰাতিয়ে তাই খাটি বিয়াৰ সকলো যোগাৰ কৰিলে। এইদৰে তাই বৰ আশা কৰি বৰ উলহ-মালহেৰে ককায়েকৰ বিয়াখন সমাধা কৰিলে। এতিয়া তেওঁলোকৰ পৰিয়ালত তিনটা প্ৰাণী হ'ল। ঘৰখনলৈ সজীৱতা আহিল আৰু জুবুৰীয়ে মনৰ কথা কবলৈ লগৰীয়া পালে বৌৱেকক।

এফাকি কথা আছে, 'মনে খোজে ৰজা হব, বিধাতা বাধে খুজি খাব'—আমাৰ জুবুৰীৰো গাতো সেই বচনফাকি ফলিয়ালে। তাই যি আশা কৰি বৌৱেকক আনিলে, তাইৰ সেই আশা পূৰ নহ'ল। তাই বৌৱেকৰপৰা বিচাৰিছিল অকণি স্নেহ, একাষাৰ মৌমিঠা মাত। তাৰ পৰিবৰ্ত্তে পালে তাই বৌৱেকৰ অৱহেলা আৰু কেটেৰা-জেঙেৰা। তাকেই বহুত বুলি ভাবি মনৰ বেজাৰ মনতে মাৰ নিয়াই ককায়েক বৌৱেকৰ সুখৰ কাৰণে তেজক পানী কৰি তাই কাম কৰিবলৈ ধৰিলে। জানোচা এফেৰি মৰম পায়েই। কিন্তু যি ককায়েকে তাইক নিজৰ জীউটোতকৈ বেছি মৰম কৰিছিল সেই ককায়েকে

লাহে লাহে বোৱেকৰ ফুচুলনিত মৰম কৰিবলৈ এৰি দিলে। এতিয়া বোৱেকে দ'হ বুলিলেই দ'হ, পাঁচি বুলিলেই পাঁচি। এইদৰে জুবুৰীৰ দিন দুখতে যাবলৈ ধৰিলে। এয়ে আছিল কপালৰ লিখন।

এদিন ককায়েক-বোৱেকে তাইক এটা পাহাৰৰ টিলাত অকলে হাবি-বন কাটি আৱা উলিয়াবলৈ কলে। কিন্তু তাই জানো অকলে সেই কাম কৰিব পাৰিব। কথা শুনি তাইৰ আমঠু কলা পৰি আহিল। হলেও উপায় নাই। সেই কাম নকৰিলে ককায়েক-বোৱেকে তাইক শুদাই এৰিব জানো? এইবোৰ কথাকে ভাবি তাই বেজাৰ মনেৰে হাবি পৰিষ্কাৰ কৰিবলৈ গ'ল। তাই দিনৰ দিনটো ৰ'দ-বৰষুণত থাকি অকলে অকলে হাবি জুৰি যায়—বিৰাম নাই, বিশ্ৰাম নাই। দুপৰীয়া বোৱেকে তাইক এগাল ভাত খাবলৈ দিয়ে। সেই ভাত আঞ্জা আৰু মানুহৰ খাদ্য নহয়। আঞ্জাবোৰ হ'ল কেতবোৰ তিতা গছ-গছনিৰ পাতেৰে সিজোৱা আৰু খাৰৰ পৰিৱৰ্ত্তে চূণৰ পানী দিয়া। সেইবোৰ খাই জানো মানুহ ভালে থাকিব পাৰে? তথাপি তাই ভোকতে হওক বা বোৱেকৰ ভয়তে হওক ভগৱানকে চিন্তি চকু মুদি সেইবোৰকে খাইছিল। খোৱা নোহোৱা পৰ্য্যন্ত বোৱেকে এৰি নাহিছিল আৰু নেখালেও তাৰ প্ৰতিশোধ গালি-শপনি, কিল-ভুকু, ইত্যাদিৰে লৈছিল। ইমানেই অত্যাচাৰ সহিব লগীয়া হৈছিল তাই। এইদৰে তাই বহুতো কষ্ট খাই আৱা কাটি পৰিষ্কাৰ কৰিলে। দুখ-বেজাৰ আৰু কামৰ কষ্টত তাই শুকাই-ক্ষীণাই গ'ল।

এদিন তাই গাঁৱৰ ডেকা-গাভৰু বুঢ়া-বুঢ়ী আদিক ধান সিঁচিবলৈ আমন্ত্ৰণ জনালে। গাঁৱৰ মানুহবোৰেও তাইৰ দুখতে দুখী হৈ সকলোবোৰে তাইক সহায় কৰিবলৈ আৱালৈ গ'ল। সকলোবোৰ মানুহ গোট খালত গোটেইবোৰে শাৰী হৈ তাই লগাই দিয়া 'ৰং ছিমাৰজং আৰং দে,—আচন্নে ৰং কং আৰ পেদুক্ নে।' আদি গীতৰ লহৰে লহৰে সৰু সৰু কোৰেৰে মাটি চহাই যাবলৈ ধৰিলে আৰু

ধান সিঁচাই ধান সিঁচি যাবলৈ ধৰিলে। এই গীতটোৰ মাজেদি সমস্ত জীৱন-বৃত্তান্ত ৰাইজক জনালে আৰু তাকে শুনি ৰাইজেও তাইৰ নিৰ্দ্দেশ মতে জিৰণি নোলোৱাকৈ শাৰী পাতি পাতি কোৰ মাৰি যাবলৈ ধৰিলে। এইদৰে কিছু সময়ৰ পিচত ধান সিঁচা হ'ল আৰু আমাৰ দুৰ্ভগীয়া জুবুৰী আইদেৱেও হেম আৰ্নামৰ আশীৰ্ব্বাদত মানুহৰ ৰূপ সলাই থিতাতে এডাল লতা হ'ল। তেতিযাহে ককায়েক বৌয়েকৰ চেতনা আহিল আৰু হিয়া মুৰ ভুকুৱাই কান্দিবলৈ ধৰিলে। এনেকৈয়ে নিৰ্দ্দয় মানুহৰ মাজৰপৰা তাই হাবিৰ গুছ-লতাৰ মাজত অকণি মৰম বিচাৰি গ'ল। তাইক প্ৰকৃতিৰ হাবি-বনে বুকুত আকোৱালি ৰাখিলে। সেয়েহে তাইৰ করুণ কাহিনীটোক মনত ৰাখি তাইৰ প্ৰতি সহানুভূতি দেখুৱাবলৈ আজিও মিকিৰসকলে ধান সিঁচিবৰ সময়ত তাইৰ গীতটোৰ মাজেদিহে সকলোখিনি কৰে। এনেকৈয়ে মিকিৰ সমাজত আৰা কুৰাৰ নিয়ম যুগে যুগে চলি আহিছে। মিকিৰসকলৰ মতে হেনো জুবুৰীয়ে ৰূপ লোৱা লতা ডাল কাটিলে আজিও তেজৰ দৰে এঠা ওলায়।

---

## কপাহৰ জন্ম

বহুদিনৰ আগৰ কথা। তেতিয়াও মানুহৰ সমাজত কাপোৰৰ ব্যৱহাৰ হোৱা নাছিল। মানুহবোৰে কেতবোৰ গছৰ বাকলি পিন্ধিবলৈহে শিকিছিল আৰু কেতবোৰে উলঙ্গ অৱস্থাতেই আছিল। সেই যুগৰ মানুহবোৰে হাবিৰ ফলমূল সংগ্ৰহ কৰি নাইবা চিকাৰ কৰি বন্য জন্তুৰ মাংসৰে সিহঁতৰ জীৱন নিৰ্ব্বাহ কৰিছিল।

সেইদৰে এজন মিকিৰ মানুহে তেওঁৰ একমাত্ৰ মৰমৰ জীয়েকক লগত লৈ এদিন হাবিয়ে হাবিয়ে ফলমূল সংগ্ৰহ কৰি ফুৰিছিল। এইদৰে বহুদূৰ ঘূৰি ফুৰোঁতে তেওঁলোক এটা পাহাৰৰ এচলীয়া ঠাইত কেতবোৰ বগা ফুল ফুলি থকা দেখিলে। তাকে দেখি জীয়েকৰ ফুলবোৰৰ প্ৰতি বৰ মোহ লাগিল আৰু দেখিবলৈ ভাল কেতবোৰ ফুল গোটাই আনিলে। জীয়েকৰ অনুৰোধ এৰাব নোৱাৰি বাপেকেও অন্যান্য ফল-মূলৰ লগতে বহুতো ফুল গুহাৰ ভিতৰলৈ লৈ আহিল। বাপেক-জীযেকৰ ফুলবোৰ একেলগ কৰাত বহুখিনি হ'ল।

এতিয়া সেই ফুলবোৰ পাই জীয়েকে বাপেকৰ লগত ফল-মূল বিচাৰি নোযোৱা হ'ল। সেই ফুলবোৰৰ পাহিবোৰ সৰু সৰু জৰীৰ দৰে দীঘল-দীঘলকৈ বাটি গোটাবলৈ ধৰিলে। ফুল শেষ হ'লে পুনৰ সেই পাহাৰটোলৈ গৈ দুয়ো বাপেক-জীয়েকে ফুল তুলি আনে আৰু তাকে দিনৰ দিনটো জীয়েকে ফুলবোৰ জৰী বটাদি বটে। পিতাকে গোটাই অনা ফল-মূলকে দুয়ো খাই নিশাটোৰ বাবে জিৰণি লয়। আকৌ ৰাতি নৌপুৱাওঁতেই বাপেক যায় হাবিলৈ ফল-মূল বিচাৰি আৰু জীযেকে বাটে সেই ফুলবোৰৰ জৰী।

এইদৰে বহুদিনৰ মূৰত জীয়েকে বটা জৰীৰে ঘৰৰ চুক এটা ভৰিল। তেতিয়া বাপেক-জীয়েক দুয়ো মিলি জৰীবোৰকে এদলীয়া মোৰেৰে অভ্যাস বশতঃ ববলৈ ধৰিলে। এইদৰে বোৱাত কিছুদিনৰ মূৰত তাৰপৰা এখন গছৰ বাকলিতকৈ নিমজ আৰু পিন্ধি আৰাম লগা ফুলৰ কাপোৰ হ'ল। প্ৰথমৰখন ফুলৰ কাপোৰ ছোৱালীজনীয়ে কঁকালত মেৰালে। মেৰাই বৰ আৰাম পালে আৰু তাইৰ মনটোও বৰ ভাল লাগিল। তাৰ পিচত তাই ফুলৰ কাপোৰ তাইৰ বাপেককো সেইদৰে বৈ দিলে। তাকে দেখি আন আন মানুহ-বোৰেও বৈ লবলৈ ধৰিলে আৰু সেই পাহাৰৰ ফুলবোৰ বৰ আদৰ কৰিবলৈ ধৰিলে।

পিচত লাহে লাহে মানুহে মাটি চহ কৰি সেই ফুলৰ গুটি সিঁচি

নিজৰ ব্যৱহাৰত লগাবলৈ ধৰিলে। পাহাৰত পোৱা সেই বগা ফুলবোৰেই কপাহ (ফলক্) আৰু তাৰ পৰা বটা জৰীবোৰৰ সমষ্টিয়েই কাপোৰ (পে)।

এনেকৈয়ে প্ৰথমতে মিকিৰ সমাজলৈ কপাহ আৰু কাপোৰ আহিল।

---

# মিং চুৰুং জালপং আৰু চেৰ চিং

মিং চুৰুং জালপং আৰু চেৰ চিং দুয়ো প্ৰথমতে বৰ বন্ধু আছিল। দুয়ো একেলগে কাম-বন, অহা-যোৱা আন কি খোৱা-লোৱাও কৰিছিল। সদায় বন্ধুভাৱ। কাৰো মনত অকণো মলি নাই। কেৱল মিলা-প্ৰীতি আৰু আনন্দ। দুয়োৰে মাজত চেনেহৰ জৰীডালৰ বান্ধ টান হৈ পৰিছিল অযাচিতে, অজানিতে। দুয়ো সপোনৰ সৰগ ৰচিবলৈ ইচ্ছা কৰিলে। দুয়ো নলে গলে লগা। গাঁৱৰ ভিতৰত সিহঁতৰ সমান মিল কাৰো নাই। দুয়ো কামিলাও।

মিং চুৰুং জালপঙৰ এজনী ৰূপহী ভনীয়েক আছিল। তাইৰ নাম থেলু আলুনে। থেলু আলুনে ককায়েকৰ অতি মৰমৰ, অতি চেনেহৰ, চকুৰ মণিৰ নিচিনা আছিল। তাই ককায়েকক সকলো কামতে সহায় কৰিছিল। সদায় ককায়েকৰ লগত খেতি পথাৰলৈ (আৰা) যায়, আৰু ককায়েকৰ লগত আলু কচু আদি ৰোৱে। এয়ে সিহঁতৰ কাম। তাকে কৰি সিহঁতে ভাল পায়।

কোনোবা এটা চমাংকান নাচত ৰূপহী থেলু আলুনে আৰু চেৰচিঙৰ মনৰ মিল হয়। দুয়ো দুয়োকো ভাল পাবলৈ ধৰিলে।

দুয়ো দুয়োকে জীৱনৰ লগৰী হিচাপে ভাবি ললে। কথা দিলে দুয়ো দুয়োকে। সিহঁতে কেতিয়াও এৰা-এৰি নহয়। এই কথা গম পাই থেলু আলুনেৰ ককায়েক মিং চুৰুং জালপঙৰ বৰ খং উঠিল। সি হঠাতে তাৰ বন্ধুৰ মৰম প্ৰীতি পাহৰি চেৰচিঙক এনে কামত প্ৰবৃত্ত হোৱা কাৰণে হুল চাঁচিবলৈ ধৰিলে। ইয়াতে চেৰচিঙেও দুখ পাই মিং চুৰুং জালপঙক বেয়া চকুৰে চাবলৈ ধৰিলে। এইখিনিতে সিহঁতৰ বহুতদিনীয়া বন্ধুত্ব আৰু মৰমৰ ডোল ঢিলা হৈ পৰিল। ইটোৱে সিটোক শত্ৰু বুলি ধৰি দেখিব নোৱৰা হ'ল।

থেলু আলুনে গাভৰু ছোৱালী। ককায়েকে তাইক বিয়া দিবলৈ থিৰ কৰিলে। তেওঁ তাইলৈ আন এজন দৰা বিচাৰিলে। কিন্তু সেই বিয়াত তাই অমত হ'ল। তাই কেৱল চেৰচিঙকহে ভাল পায়। এই কথাত তাইৰ ককায়েকে বৰ বেয়া পালে। সেই কাৰণে সি আৰাত কাম-বন নকৰি মন মাৰি বহি থাকিবলৈ ধৰিলে। পিচত উপায় নেপাই তাৰ বৰ খং উঠিল। ককায়েকৰ খং উঠিলে থেলু আলুনেৰ সদায় ভয় লাগিছিল। গতিকে ককায়েকৰ খং দেখি তাই বৰ ভয় খালে আৰু উপায়ান্তৰ হৈ তাই সেই ৰাতিয়েই ঘৰৰপৰা পলাই গ'ল। গৈ বাটতে তাই এজনী কুকুৰা চৰাই দেখা পালে। কুকুৰা চৰাইজনীয়ে তাইক সুধিলে, 'কলৈ যোৱা আইটি ?' তেতিয়া তাকে শুনি তাই কলে, 'ঘৰত মোৰ বিয়া পাতিছে। এই বিয়াত মোৰ মত নাই বুলি জানি ককায়ে খং কৰিছে। গতিকে মই উপায় নেপাই আশ্ৰয় বিচাৰি পলাই আহিছোঁ। কলৈ যাওঁ কব নোৱাৰোঁ।' তাকে শুনি কুকুৰাজনীৰ পুতৌ জন্মিল আৰু নিজৰ ঘৰলৈ তাইক নিব খুজিলে। থেলু আলুনেও কুকুৰাজনীৰ পিচে পিচে খোজ ললে। দুয়ো গৈ গৈ পাহাৰৰ ওপৰত হাবিৰ মাজত কুকুৰাজনীৰ ঘৰ পালে। কুকুৰাজনীয়ে তাইৰ খোৱা-লোৱাৰ দিহা কৰি দিলে। পিচত শুবলৈ পাটী এখন পাৰি দিলে। খাই বৈ থেলু আলুনে পাটীত শুই পৰিল। শুই শুই তাই কুকুৰাজনীৰ লগত কথা পাতিলে। তাই জানিব

পাৰিলে যে কুকুৰাজনীও আচলতে মানুহ; তায়ো তাইৰ দৰেই নিজৰ ভালপোৱা জনক নোপোৱাত বেজাৰেৰে ঘূৰি ফুৰি পিচত কুকুৰা চৰাই হৈ থাকিল। কথা পাতি থাকোঁতেই সিহঁতৰ টোপনি আহিল।

কুকুৰাজনীয়ে নিজৰ আৰাত খেতি কৰে। তাতে তাইৰ ঘৰ, তাতে থাকে। ৰাতিপুৱা থেলু আলুনেই তাইক তাইৰ কামত সহায় কৰে। তেতিয়াৰ পৰা তায়ো কুকুৰাজনীৰ লগতে থাকিবলৈ ললে। এইদৰে দুয়ো সুখেৰে কাল কটাব ধৰিলে। তাত মানুহৰ কোনো সাৰ-সুৰ নাই। কোনো মানুহ তালৈ নেযায়। গতিকে সিহঁতে শান্তিতে দিন কটাবলৈ ধৰিলে। কুকুৰাজনী ৰাতি ৰাতি কৰবালৈ যায়। কিন্তু কলৈ যায় থেলু আলুনে গম নেপায়।

চেৰ চিং আছিল চফল ডেকা। চেৰ চিং থকা গাঁৱতে মিং চুৰুং জালপঙৰো ঘৰ। ভনীয়েকৰ পলায়নত সি ৰাইজক জনাই দিলে যে তাৰ চেনেহৰ ভনীয়েকক যেয়ে বিচাৰি আনিব পাৰে তাৰে লগতে বিয়া দিব আৰু আনিব নোৱাৰাজনক ৰজাৰ হতুৱাই দণ্ড বিহাব। ভনীয়েকক আনি দিব পাৰিলে বিয়াতো দিবই, লগতে অনেক যৌতুকো দিব। কথাটো ৰাজ্যৰ সকলো ঠাইতে বিয়পি পৰিল। সকলোৱে থেলু আলুনেৰ ৰূপৰ কথা জানে। বহুত ডেকাই তাইক পাবলৈ হেপাহো কৰিছিল। গতিকে বহুতো ডেকা তাইক বিচাৰি ওলাল। কিন্তু কোনেও থেলু আলুনেৰ সন্ধেদ নেপালে। পিচত এই কাৰ্য্যত চেৰ চিঙেও যোগ দিবলৈ ইচ্ছা কৰিলে। কিন্তু ক'ত বিচাৰি পায়? ইমানবোৰ ডেকাই যেতিয়া বিচাৰি উলিয়াব পৰা নাই সিনো ক'ত পাৰিব। তথাপি সি এবাৰ চেষ্টা কৰি চাব। কিজানি পায়েইবা। সি এই কাৰ্য্যত আগবঢ়াত মিং চুৰুং জালপঙে ভাল নেপালে। তথাপি সি চেৰচিঙৰ চেষ্টাত আপত্তি নকৰিলে। সিও থেলু আলুনেক বিচাৰি গ'ল।

চেৰচিঙে বাটতে এখন নদী পালে। পাৰ হবলৈ নাও নাই।

কিহেৰে পাৰ হব, ভাবি গুণি থাকোঁতে এটা ঘঁৰিয়ালে আহি কলে, 'মোক ৰং বং ৰজাৰ ঘৰৰ মন্দিৰৰপৰা ধুনীয়া সোণৰ মাদলীটো আনি দিলেহে পাৰ কৰি দিম।' নৈখন পাৰ হলেহে ৰং বং ৰজাৰ দেশ পোৱা যায়। গতিকে ঘূৰি আহোঁতে মাদলীটো আনি দিব বুলি কোৱাত ঘঁৰিয়ালে তাক তাৰ পিঠিত তুলি পাৰ কৰি দিলে।

ইয়াৰ পিচত বহু দূৰ যোৱাত, বাটতে শিয়াল এটাই লগ পাই সিহঁতক কলে, 'এইফালে যাব নোৱাৰ। মই ৰং বং ৰজাৰ পদূলি ৰখীয়া। কিন্তু এটা কথা মই বুজিছোঁ, তোক মই যাবলৈ নিদিয়াটো ভুল হব। গতিকে কথা এটা কওঁ, যদিহে সাপৰ মণি এটা আনি মোক দিব পাৰ, তেনেহলে যাব পাৰ।' পিচত চেৰ চিঙে শিয়ালক ৰজাৰ মন্দিৰৰ সোণৰ মাদলীটো আনি দিবলৈ খাটিলে। শিয়ালো মান্তি হ'ল। ঘূৰি আহোঁতে তাক মণিটো দিব বুলি কৈ তাৰপৰা আগ বাঢ়িল।

ইয়াৰ পিচত সি বহু দূৰ পালেগৈ। এনেকৈ গৈ থাকোঁতে বাটতে বেলি পৰিল। য'তে বাঘৰ ভয়, ত'তে ৰাতি হয়। চেৰচিঙৰ বেলিকাও একে অৱস্থা। ইমান বাধা পাৰ হৈ অহাতো তাৰ বাধাৰ ওৰ নপৰিল। বাটতে প্ৰকাণ্ড ফেঁটী সাপ এটাই ফেঁট তুলি থকা দেখিলে। খাওঁ খাওঁ মূৰ্ত্তি। সাপটো তাক খুটিবলৈ আহিল। অলপ পিচতে সাপটোৱে থমকি বৈ খঙৰে কলে, 'ইয়ালৈ কিয় আহিছ, দেখা নাই এইখন মোৰ ৰাজ্য? ইয়ালৈ কোনো আহিব নোৱাৰে। অৱশ্যে কথা এটা দিয় যদি, তই মোৰ ৰাজ্যৰ মাজেদি 'যাব পাৰিবি। মোৰ সৰু ৰাজকোঁৱৰৰ টান নৰিয়া। গতিকে চছচেং পাহাৰত থকা কুকুৰাজনীৰ আবাৰ পৰা ৰাজগন্ধা ফুল এপাহ আনি দিব লাগিব। আনি দিব পাৰিলে মোৰ চেনেহৰ মণি আৰু বহুতো ধন-সোণ দিম।' এই কথাত চেৰচিঙে আনি দিব বুলি কথা দিলে। তেতিয়া সাপে তাক বাট এৰি দিলে।

সি তেতিয়াও ৰোৱা নাই—গৈ আছে, গৈ আছে। তথাপি কলৈ যাব, নিজেই কব নোৱাৰে, মাথোঁ গৈ আছে। কিমান নৈ কিমান হাবি-

বন পাৰ হৈ গৈছে, তাৰ লেখ জোখ নাই। গৈ থাকোঁতে সি দূৰত এটা পাহাৰ দেখিবলৈ পালে। পাহাৰৰ ওপৰত কিবা এটা টিমিক্-ঢামাককৈ জ্বলি আছে। তাকে লক্ষ্য কৰি সি পাহাৰৰ ওচৰ চাপিল। পাহাৰৰ ওচৰ চাপি দেখিলে অটব্য অৰণ্য। চাকিৰ পোহৰ দেখি সি মানুহৰ ঘৰ থকা বুলি অনুমান কৰিলে। গতিকে সি সেইফালে যাবলৈ ধৰিলে। ইমান হাবি যে কুকুৰৰ মুৰ নোসোমোৱা হাবি। হাবিত সি বাট বিচাৰি অকলে ঘূৰমুটিয়াই ঘুৰিছে। কিছুদূৰ গৈ সি এজনী কুকুৰা দেখিলে। তাৰ পিচত কুকুৰাজনীৰ লগত কথা-বতৰা পাতি তাইৰ লগতে তাইৰ ঘৰলৈ খোজ ললে। ঘৰ পাই কুকুৰা-জনীয়ে তাক হাত-ভৰি ধুবলৈ পানী দিলে। পিচত খোৱাবো দিহা কৰিলে। কুকুৰাজনী বৰ মৰমিয়াল। খোৱা বোৱাৰ পিচত সি লাহেকৈ কথা উলিয়ালে। আগৰপৰা গুৰিলৈকে সকলো বৃত্তান্ত বিবৰি কলে। অৱশেষত সি তাইৰ আৰাত থকা ৰাজ-গন্ধা ফুল পাহ লাগে বুলিও কলে। তাকে শুনি কুকুৰাজনীয়ে কলে, 'ফুল পাবি, কিন্তু তাৰ আগতে ফুল ফুলালৈ বাট চাব লাগিব। ই বৰষুণৰ বতৰতহে ফুলে।' গতিকে সি ৰবলগীয়া হ'ল। বাৰিষা হোৱালৈকে সি কুকুৰাজনীৰ আৰাত থাকিল।

কুকুৰাজনীৰ ঘৰত ৰূপহী থেলু আলুনেক দেখা পাই সি আনন্দিত হ'ল। সি থেলু আলুনেৰ আগত তাইৰ ককায়েকৰ সকলো কথা ভাঙি কলে। তায়ো আপোনজনক ওচৰতে পাই বৰ ৰং পালে। পিচত সি তাইক তাৰ লগত আহিবলৈ খাটিলত তাই মান্তি হ'ল। লাহে লাহে দিন শেষ হৈ আহিলে। ফুল ফুলিবৰ হ'ল। ফুল ফুলিল। ফুল ফুলাৰ লগে লগে কুকুৰাজনীয়েও আগৰ ৰূপ সলাই ধুনীয়া এজনী দীপ্লিপ্ গাভৰু হ'ল। চেৰচিঙে ফুল ছিঙি ললে আৰু ৰূপহী থেলু আলুনে আৰু ইজনী গাভৰুক লগত লৈ তাৰপৰা উলটিল।

সি আহি আহি সাপৰ দেশ পালে। তাত সি সাপটোক ফুল পাহ দিলে আৰু সাপে দিয়া সোণৰ মণি আৰু ধন সোণ লগত লৈ

পুনৰ আগ বাঢ়িল। পিচত শিয়ালক লগ পাই মণিটো দি তাৰপৰা মাদলীটো লৈ আহিল। শেষত সিহঁতে আগৰ নৈখন পালেহি। সিহঁতক দেখি ঘঁৰিয়ালে ওলাই আহি মাত লগালে, 'বোলো মাদলীটো আনিছনে?' চেৰ চিঙে কলে সিপাৰ হৈ সি মাদলীটো দিব। তাকে শুনি ঘঁৰিয়ালে সিহঁতক পাৰ কৰি দিলে। পাৰ হৈ নৈৰ পাৰত চেৰচিঙে ঘঁৰিয়ালক মাদলীটো দিয়াত সেই মাদলীৰ পৰশ পাই ঘঁৰিয়াল গুচি সিও মানুহ হ'ল। সিও আজি মুক্তি পালে। পিচত সুন্দৰ গাভৰু জনীয়ে 'স্বামী' বুলি তাক সাৱটি ধৰিলে। সিহঁতো আগেয়ে দুয়ো দুয়োকে ভাল পাইছিল। দেৱতাৰ শাপত সিহঁত ঘঁৰিয়াল আৰু কুকুৰাৰ ৰূপ ধৰি আছিল। এতিয়া মিলন হ'ল।

এতিয়া চাৰিও আগ বাঢ়িল। আহি আহি সিহঁত গাঁৱত সোমাল। গাঁৱত খলকনি উঠিল। পিচত থেলু আলুনেৰ আৰু চেৰচিঙৰ বিয়া হৈ গ'ল। দুয়ো বৰ সুখেৰে কাল যাপন কৰিলে। থেলু আলুনেৰ ককায়েক মিং চুৰুং জালপঙো সুখী হ'ল। সি তেতিয়া ভনীয়েকক আকৌ হিয়া উবুৰিয়াই মৰম চেনেহ কৰিবলৈ ধৰিলে।

---

# তামোলৰ উৎপত্তি

## ( আৰ্কোং পিৰথে ৱাংৱ )

অতীজতে মিকিৰ জাতিয়ে বিশ্বাস কৰিছিল যে আগেয়ে পৃথিৱীত তামোলৰ গছ নাছিল। মিকিৰ জাতিৰ বিশ্বাস মতে ইয়াৰ বিষয়ে এটি ধুনীয়া সাধুও আছে। পূৰ্ব্বপুৰুষসকলৰ ভাৱধাৰা মতে ই এটা প্ৰকৃত সঁচা ঘটনা যেন অনুমান হয়।

পূৰ্ব্বতে সৰগৰ ইন্দ্ৰপুৰীৰ বাহিৰে আন কোনো ঠাইতে তামোলৰ সৃষ্টি হোৱা নাছিল। আৰ্কেং বা তামোল অকল দেৱতাসকলেহে ভোগ কৰিবলৈ পাইছিল। পৃথিৱীত মানুহে তামোল কি বস্তু, কেনেকুৱা আৰু ক'ত আছে তাৰ বিষয়ে একো নেজানিছিল।' ইয়াৰ পূৰ্ব্বে পৃথিৱীত মানুহে ধূনাছালী নামে লতাৰ বাকলিকেই চোবাই-ছিল। তথাপি তেওঁলোকে তামোলৰ বিষয়ে একো ভু পোৱা নাছিল। ইপিনে স্বৰ্গৰাজ্যত দেৱতাসকলৰ সকলোৱে তামোল খাই ওঠ-মুখ ৰঙা কৰি তামোলৰ সোৱাদ লয়। সেই সৰগত কোনোবা প্ৰৱেশ কৰিলেও একো বস্তু তাৰপৰা আনিব নোৱাৰিছিল। তাতেই অতিথি স্বৰূপে সকলো বস্তুৰ সোৱাদ লব পাৰে, কিন্তু একোকে তাৰপৰা আনিব নোৱাৰে। গতিকে স্বৰ্গ ৰাজ্যৰপৰা তামোল নেলাগে আন কি, আন কিবা কুটা এডালো আন ঠাইলৈ স্থানান্তৰিত নহৈছিল।

পুণ্য আত্মা হলে আৰু পূৰ্ণবয়স্ক হলে সেই সময়ত স্বৰ্গৰপৰা মানুহে ঘূৰি আহিব পাৰে বুলি মানুহৰ বিশ্বাস আছিল আৰু ইয়াক মানিও লৈছিল। এই বিশ্বাসৰ বাবে মানুহে বহুতো পূজা-পাতল কৰিছিল। তেওঁলোকে বিশ্বাস কৰিছিল যে তাত অৰ্থাৎ ইন্দ্ৰপুৰীত দেৱতাসকলৰ নাচ গান উপভোগ কৰি পুনৰ পৃথিৱীলৈ ঘূৰি আহিব পাৰে।

এসময়ত এজন বয়োবৃদ্ধ লোকৰ স্বৰ্গৰাজ্যলৈ যাবৰ উপযুক্ত বয়স হ'ল। দেৱৰাজ ইন্দ্ৰৰ দৰ্শনৰ আশাত এদিন তেওঁৰ ইন্দ্ৰপুৰীলৈ যোৱাৰ কথা স্থিৰ কৰা হ'ল। সময় হ'ল। ইন্দ্ৰপুৰীলৈ যাত্ৰা কৰিলে। তাত গৈ দেখে যে দেৱৰাজ ইন্দ্ৰই হংসৰ পাখিৰ নিচিনা কোমল ৰাজ-সিংহাসনত বহি নানা নাচ-গান চাই বিভোৰ হৈ আছে। দুই কাষত দুগৰাকী গাভৰু। তেওঁলোকেই দেৱৰাজ ইন্দ্ৰৰ পৰিচৰ্য্যা কৰিছে। সম্মুখত তামোল-পাণৰ (আৰ্কেং-বিঠি) ধুনীয়া শৰাই এখন। ইন্দ্ৰ আনন্দতে মতলীয়া। কোনো এজনকে একো কোৱা

নাই। কেতিয়াবা কেতিয়াবা এনেকৈ থাকোঁতে অনেক নিয়মৰ ব্যতিক্ৰম ঘটে। এসময়ত এইদৰে টং হৈ থাকোঁতে তেওঁৰ গুৰুকো সন্মান জনাবলৈ পাহৰি গৈছিল। কাণ্ড দেখি গুৰুৱে ইন্দ্ৰৰ ওপৰত খং কৰি তাৰপৰা গুচি আহিছিল আৰু ভৱিষ্যতে কোনো হিত উপদেশ নিদিবলৈ থিৰ কৰিছিল।

সিদিনা আমাৰ পকামূৰীয়া বুঢ়া ইন্দ্ৰপুৰী পালেগৈ। ইন্দ্ৰই বুঢ়াজনক দেখি স-সন্মানেৰে তেওঁৰ নিজ কাৰেঙৰ ভিতৰলৈ আদৰি আনিলে। পাচত থাকিবলৈ আৰু খাবলৈ সুবিধা কৰি দিলে। ইন্দ্ৰ স্বভাৱতে কোমল মনৰ আছিল আৰু সেয়েহে তেওঁ মানুহকো সন্মান কৰিছিল। বুঢ়াই গৈ দেখে যে দেৱৰাজ ইন্দ্ৰৰ ৰাজ-কাৰেঙৰ পিচ ফালে কিবা দীঘল দীঘল গছ-ভৰা বাৰী এখন, লগতে অনেক খেতি-বাতি। এইবোৰ দেখি বুঢ়াই তবধ মানিলে। কিন্তু বুঢ়া হলে টেঙৰ আছিল। তেওঁ খোৱা-বোৱা শেষ কৰিলত দেৱৰাজৰ গাভৰু দুগৰাকীয়ে একেলগে ওলাই আহি তামোল-পাণৰ শৰাই আগবঢ়াই দি বুঢ়াক তামোল খাবলৈ ইঙ্গিত দিলে। বুঢ়াই কিন্তু খাবলৈ ইচ্ছা নকৰিলে। কাৰণ সেই বস্তু বা আকৌ কি ? তেওঁ আগেয়ে দেখাও নাই আৰু খায়ো পোৱা নাই। খোৱাৰপৰা বা কি হয় তাক আমাৰ পকামূৰীয়া বুঢ়াই টলকিব পৰা নাছিল। তেওঁ খাবলৈ ইচ্ছা নকৰাত গাভৰু দুজনীয়ে খিল-খিলকৈ হাঁহিবলৈ ধৰিলে। হাঁহিৰ ৰোল শুনি দেৱৰাজ ইন্দ্ৰ নিজে বুঢ়াৰ কোঠালৈ সোমাই আহিল। হাঁহি বন্ধ হ'ল। ইন্দ্ৰই সুধিলে—'হাঁহিৰ কাৰণ কি ?' তেতিয়া গাভৰুজনীয়ে কলে, 'মহাৰাজ। এই বুঢ়াজনে তামোল খাবলৈ ইচ্ছা কৰা নাই। জানোচা কিবা অঘটন ঘটে, এই বুলি।' ইন্দ্ৰই তেতিয়া হাঁহি মাৰি কলে, 'আপুনি এই বিষয়ে অকণো ভয় নকৰিব। আহাৰ কৰাৰ পাচত মুখশুদ্ধিৰ বাবে ইয়াক খাব লাগে। আমিও আহাৰৰ পাচত ইয়াকেই খাওঁ। খাওক কোনো ভয় নাই।'

বুঢ়াই কিন্তু তামোল কিবা গছৰ বিহগুটি বুলি খাব খোজা

নাছিল। তথাপি দেৱৰাজ ইন্দ্ৰৰ কথা মতে বুঢ়াই খাওঁ নেখাওঁ মনেৰে শৰাইৰপৰা এখন তামোল হাতত তুলি লৈ মুখত দিলে। তেতিয়াহে বুঢ়াই বুজিলে যে বস্তুটো খাবলৈ বৰ সোৱাদ। সেই বস্তুটো পৃথিৱীত নাই। বস্তুটো পৃথিৱীত খোৱা লতাৰ বাকলিৰ দৰেই লাগে, কিন্তু একে নহয। ই বৰ সোৱাদ। ইয়াক আমাৰ পৃথিৱীলৈকো নিব লাগিব।—বুঢ়াই মনতে ভাবে।

ইয়াকে ভাবি পিচ দিনা বুঢ়াই ইন্দ্ৰৰ ৰাজধানী এৰিবলৈকে মন কৰিলে। ৰাতিও কিছু হ'ল। বুঢ়া বিছনাত পৰিল। কিন্তু বুঢ়াৰ চকুত টোপনি নাই। ইমান কোমল ঢাৰি পাটী পাযো বুঢ়াই ওৰে ৰাতি উজাগৰে কটাব লগীয়া হ'ল। তেওঁৰ ৰাতিটোৰ ওপৰত বৰ খং উঠিল। ৰাতিটো যেন নেযায় নপুৱায়। বুঢ়াই মাথোঁ শুই শুই ভাবে আৰু ভাবে। কেনেকৈনো বস্তুটো পৃথিৱীলৈ আনে। কোনো প্ৰকাৰেও তেওঁ এই বস্তুটো ইন্দ্ৰৰ ৰাজ্যৰ চাৰিসীমাৰ ভিতৰৰপৰা বাহিৰ উলিয়াই লব নোৱাৰে। অতিথিয়ে বিদায় লোৱাৰ লগে লগে ইন্দ্ৰৰ কৰ্ম্মচাৰীয়ে গোটেই মানুহটোকে উলঙ্গ কৰি তালাচ কৰে। তাৰপৰা বস্তুটো আনিবলৈ কোনো উপায় নাই। ভাবি ভাবি বুঢ়া বিমোৰত পৰে। কলেও তো আনিবলৈ নিদিয়ে। গতিকে বস্তুটো কিহতকৈ আনিব তাকে ভাবিলে। আনিব যে লাগিব, সেইটো ঠিক।

গোটেই ৰাতিটো বুঢ়াই উজাগৰে কটাই মাথো তামোল অনাৰ কথাকেই ভাবিলে। অৱশেষত তেওঁ এটা বুদ্ধি সাজি উলিয়ালে। সেইটো কোনোৱে ধৰিব নোৱাৰে, কাৰো সাধ্য নাই। তেওঁ পেটত ভৰাই আনিব। কাৰণ ইন্দ্ৰপুৰীত গলে খাবলৈহে দিয়ে, আনিবলৈ নিদিয়ে। বুঢ়াই মনে মনে ভাবিলে, 'ভালেই হ'ল বুদ্ধিটো। খাবলৈহে দিছে, লবলৈতো দিয়া নাই। তেওঁৰ উত্তৰ দিবলৈ যথেষ্ট যুক্তি আছে।' এইদৰে ভাবি থাকোঁতে ৰাতিপুৱা চৰাই ছিৰ্কতিয়ে গছৰ ডালত বহি গান জুৰিলে। বুঢ়াৰ আৰু কোনো মতে টোপনি

নাহিল। যিহে লগ পাইছে, টোপনি আহে ক'ত? লাহে লাহে ঢাৰি পাটী এৰিলে। পোহৰো হ'ল।

ৰাতিপুৱা বুঢাই ৰাতিয়ে সাজি থোৱা বুদ্ধিটোকে সাৰোগত কৰি লৈ ভাবি থাকিল। পুৱাতে বুঢাই খাই বৈ উঠিল। তামোল খোৱাৰ সময়ত বুঢাই তামোল খাই থাকোঁতে এটা গোটা তামোল গোটে গোটে পেটত ভৰাই ললে। এই কাণ্ড কোনোৱে ধৰা পেলাব নোৱাৰিলে। পিচত বুঢা ওলাল। তেওঁকো উলঙ্গ কৰি পৰীক্ষা কৰি চালে। কিন্তু একো হলে নেপালে। লাহে লাহে বুঢাই সকলোকে নমস্কাৰ কৰি ইন্দ্ৰৰ ৰাজপ্ৰাসাদৰপৰা বাজ ওলাল। ইন্দ্ৰৰ আচাৰ-ব্যৱহাৰ, খোৱা-লোৱা, থকা-মেলা আদি দেখি বুঢাই বৰ ভাল পাইছিল কিন্তু বিদায় বেলিকা এনে অৱস্থাত পৰাতহে বুঢাৰ বেয়া লাগিল। যি হওক তেওঁৰ বুদ্ধিৰে জয় হ'ল। তেওঁ বস্তু আনিলেই।

বুঢা ঘৰ পালেহি। ঘৰ আহি পোৱাত সকলোৱে সৰগৰপৰা ঘূৰি অহা মানুহ বুলি সন্মান কৰিলে। বুঢাৰ জীৱন সাৰ্থক হ'ল। তেওঁ শৌচৰপৰা তামোলটো উদ্ধাৰ কৰিলে আৰু তাক আনি মাটিত ভালকৈ পচাই তাৰপৰা তামোল গছ গজালে। তেতিয়া তেওঁ নিজকে বৰ বুধিয়ক বুলি ভাবি ধইন ধইন মানিলে। বুঢাই পেটত ভৰাই অনাৰ কাৰণে তামোল পচিলে বৰ বেয়া গোন্ধ ওলায়। পিচত লাহে লাহে পৃথিৱীৰ বুকুতো তামোলৰ সৃষ্টি হ'ল আৰু লগতে বুঢাইও পুনৰ আগৰ তেজ বল লাভ কৰি মিচিকিয়ালে।

---

# ফেঁচাৰ সাধু

## ( উখুক মান ফান )

অতি পুৰণি কালৰ কথা। এখন ডাঙৰ হাবিত বহুত চৰাই আৰু জন্তুৱে একেলগে বাস কৰিছিল। এটা ফেঁচাই বান্দৰ এটাৰ সৈতে বন্ধু পাতিছিল। এদিন সেই ফেঁচাটোৱে তাৰ বন্ধু বান্দৰক মৌ বাহ এটাৰপৰা জুই আনিবলৈ পঠালে। বান্দৰটোৱে জুই আনিবলৈ বুলি মৌৰ বাহত হাত দিওঁতেই তাক মৌৱে কামুৰি সাং কৰিলে। বিষত তত নেপাই বান্দৰটোৱে খুব কান্দিবলৈ ধৰিলে। ওচৰৰে গছ এজোপাত উঠি কেৰ্কেটুৱা এটাই গুটি খাই আছিল। বান্দৰক কন্দা দেখি কেৰ্কেটুৱাই গছৰ গুটি এটা বান্দৰৰ গালৈ দলি মাৰি পঠিয়ালে। গুটিটো বান্দৰৰ গাত নেলাগি মাটিত শুই থকা সাপ এটাৰ মূৰত পৰিল। গুটিটো মূৰত পৰাত সাপটোৱে দুখ পাই সেই ঠাইৰপৰা আঁতৰি গৈ এটা গাঁতৰ ওচৰ পালেগৈ। সেই গাঁতটোৰ ওচৰতে বনবীয়া গাহৰি এটা আছিল। সাপটোক দেখি গাহৰিটোৱে ভয় খাই লৰ মাৰিলে। লৰ মাৰোঁতে বাটতে এজোপা কলগছ পাই গাহৰিটোৱে খঙতে দাঁতেৰে খুচি কলজোপা মাটিত বগৰাই পেলালে। কলগছ জোপাতে এটা বাদুলিয়ে কল খাই আছিল। কলগছজোপা পৰি যোৱাত বাদুলীটো ভয়ত উৰি গৈ নৈৰ পাৰত কাণ কোবাই থকা হাতীৰ এটাৰ কাণত সোমাল। হাতীটোৱে কি সোমাল বুলি ভয় খাই লৰ মাৰিলে। হাতীটো লৰি যাওঁতে তাৰ ভৰিত লাগি ডাঙৰ শিল এটা পাহাৰৰপৰা খহি গৈ বাগৰি বাগৰি নৈখনত পৰিল গৈ। নৈৰ পানী যুৰলিত বুচিয়া নামৰ সৰু চৰাই এটাই মাছ খাবলৈ বুলি জোপ লৈ আছিল। শিলটো

বাগৰি গৈ চৰাইটোৰ ঠেং এখন ভাঙিলেগৈ। ভগা ঠেংখনৰেই উৰি গৈ চৰাইটো ওচৰৰে আন এটা শিলৰ ওপৰত বহিলগৈ। ঠেংখন ভগাত খং উঠাত চৰাইটোৱে শিলটোৰ ওচৰতে থকা মিছা মাছ এটাৰ মূৰতে শৌচ কৰি দিলে। চৰাইটোৰ এনে অপকৰ্ম্ম দেখি মিছা মাছটোৰ বৰ খং উঠিল।

সেই ঠাইতে ভাই-ককাই এহালে পানীত মাছ ধৰিবৰ কাৰণে শিলেৰে এটা বান্ধ দি আছিল। মিছা মাছটোৱে খঙত বান্ধটো ভাঙি দিলে। ককাই ভাই হালে তেতিয়া মিছা মাছটোক সুধিলে—'আমি ইমান কষ্ট কৰি দিয়া বান্ধটো কিয় ভাঙিলি ?'

মাছটোৱে কলে—'মোৰ মূৰত চৰাইটোৱে শৌচ কৰি দিয়াত খঙতে ভাঙি দিলোঁ।' তেতিয়া ককাই ভাই দুয়োটাই চৰাইটোৱে কিয় শৌচ কৰি দিলে সুধিলে। চৰাইটোৱেও সেইদৰে শিলটোৱে তাৰ ঠেং ভঙাৰ কথা কলে। এইদৰে শিল, হাতী, বাদুলি, গাহৰি আদি সকলোকে সুধি সুধি ককাই ভাই দুটাই আৰু বাকী সকলো জন্তু গৈ ফেঁচাটোৰ ওচৰ পালেগৈ। ফেঁচাটোৱে জুই আনিবলৈ পঠোৱাৰ কাৰণেই সকলো অঘটন ঘটিবলৈ পালে বুলি ফেঁচাৰ ওপৰত দোষাৰোপ কৰিলে আৰু সকলোৱে ফেঁচাৰ মূৰত কোবাবলৈ ধৰিলে। মাৰোঁতে মাৰোঁতে ফেঁচাৰ গাটো সৰু হৈ গ'ল আৰু মূৰটো ডাঙৰ হ'ল।

---

# উমনলা

এসময়ত উমনলা নামৰ এজন মানুহ আছিল। এটা লৰা জন্ম দিয়েই তেওঁৰ ঘৈণীয়েক মৰিল। ঘৈণীয়েক মৰাত উমনলাই আন এজনী বিয়া কৰালে। মাহীমাকে ল'ৰাটোক মুঠেই দেখিব নোৱাৰিছিল আৰু সেই কাৰণে তাক নাক আৰু কাণৰ বিন্ধাইদি ভাত খুৱাইছিল। বাপেকে কথাষাৰ গম পাই মাহীমাকৰ ওচৰৰ পৰা ল'ৰাটো নি এজোপা গছৰ ওপৰত থলেগৈ। লগতে এটা খাওত ভৰাই এগাল ভাত আৰু এখন দা গছজোপাত ৰাখিলে। সেই গছজোপাতে এজনী চিলনী আছিল। চিলনীজনীৰ কেইটামান পোৱালিও আছিল। বাপেকে গছজোপাত অকলে থৈ যোৱাত ল'ৰাটোৱে কান্দি আছিল। চিলনীজনীয়ে লৰাটোক কান্দি থকা দেখি তাক তাইৰ বাহলৈ লৈ গ'ল আৰু পোৱালি কেইটাৰে সৈতে একেলগে ডাঙৰ দীঘল কৰিলে।

এইদৰে লাহে লাহে লৰাটো ডাঙৰ হ'ল। ডাঙৰ হ'লত এদিন লৰাটো গছৰপৰা নামি আহিল। মাটিলৈ নামি লৰাটোৱে পানী খাবলৈ বাঁহৰ চুঙা এটা কাটিলে। সেই বাঁহৰ চুঙাটোৰ ভিতৰতে সি কেইটামান ধান দেখিলে। তেতিয়া সি ধানকেইটা লৈ ওচৰতে থকা আন মানুহে এৰি যোৱা এখন পথাৰ পালেগৈ আৰু ধান কেইটা তাতে সিঁচি দিলে। লাহে লাহে ধানৰ গজালি ওলাই গছ হ'ল। পিচে এদিন হঠাতে এটা হাতী আহি সকলোবিলাক ধান খাই শেষ কৰিলে। এই কথাত লৰাটোৰ বৰ খং উঠিল। সি হাতীটো মাৰিবলৈ বুলি এটা বুধি পাঙিলে। এদিন সি কিছুমান বাঁহৰ যাঠী সাজিলে আৰু হাতী অহা-যোৱা কৰা বাটত পুতি থলে।

হাতীটো সেইফালে যাওঁতে গাত যাঠীবোৰ লাগি মৰি থাকিল। লৰাটোৱে হাতীটোৰ দাঁত যোৰ উঘালি লৈ আহিল। সেই দাঁতযোৰ সি ঘৰ সাজিবৰ কাৰণে খুটাৰ দৰে পুতিলে। এদিন সেই দাঁতযোৰৰপৰা লৰাটো নথকা অৱস্থাত এজনী ছোৱালী ওলাল। তাইৰ নাম আছিল ন্যাচা। তাই লৰাটোৰ আগৰপৰা আঁতৰি থাকিল, কিন্তু তাৰ কাৰণে ভাত ৰান্ধি থলে। লৰাটোৱে উভতি আহি ৰান্ধি থোৱা ভাত খিনি দেখি কোনেবা ৰান্ধিছে বুলি নেখালে। সদায় সি সেইদৰে ৰান্ধি থোৱা ভাত দেখিবলৈ পালে। তাৰ মনত সন্দেহৰ ভাব উপজিল। এদিন সি কোনে আহি ভাত ৰান্ধে চাবলৈ বুলি ঘৰৰ ওচৰতে লুকাই থাকিল। ছোৱালীজনীয়ে ল'ৰাটো খেতিলৈ গ'ল বুলি ভাবি হাতীৰ দাঁতৰ ভিতৰৰপৰা ওলাই ভাত ৰান্ধিবলৈ ধৰিলে। ল'ৰাটোৱে লাহে লাহে আহি ছোৱালীজনীক থাপ মাৰি ধৰিলে আৰু তাই ক'ৰপৰা আহিছে সুধিলে। ছোৱালীজনীয়ে তেতিয়া হাতী-দাঁতৰপৰা ওলোৱা কথাষাৰ কলে। তাযো লৰাটোৰ বিষয়ে সকলো কথা সুধিলে আৰু সিও কেনেকৈ গছৰপৰা নামি আহিছে সকলো কথা তাইক কলে। তেতিয়া সিহঁত দুয়ো একেলগে ঘৰ পাতি থাকিবলৈ ঠিক কৰিলে। এইদৰে সিহঁত একেলগে থাকিল।

ছোৱালীজনীৰ এখন ছবি আছিল। এদিন তাই ল'ৰাটোক কলে—'তুমি অকলে পথাৰলৈ গলে মোৰ ছবিখন লগত লৈ যাবা।' তাইৰ কথা মতেই ল'ৰাটোৱে সদায় ছবিখন লৈ পথাৰলৈ যায় আৰু মাটিতে সেইখন থৈ দিয়ে। এদিন বতাহে ছবিখন উৰুৱাই নি ওচৰতে থকা এখন গাঁৱৰ 'হুখান গা' নামৰ এজন ৰজাৰ ঘৰৰ ওচৰত পেলালেগৈ। ছবিখন দেখি ৰজাই 'এনে ধুনীয়া ছোৱালী ক'ত আছে, বুলি ছোৱালীজনী বিচাৰিবলৈ ধৰিলে আৰু বিচাৰি বিচাৰি তাই থকা ঠাইত ওলালহি। ৰজাই ছোৱালীজনীৰ ৰূপত মুগ্ধ হৈ তাইক লৈ গ'ল। ইফালে ল'ৰাটোৱে পথাৰৰপৰা ঘূৰি আহি

ছোৱালীজনী নেদেখি কান্দি কান্দি বিচাৰিবলৈ ধৰিলে। অৱশেষত সি গৈ ৰজাৰ ঘৰ ওলাল। ছোৱালীজনীয়ে লৰাটোক দেখি এখন চিঠি লেখি ঘৰৰ চাঙৰ তললৈ পেলাই দিলে। লৰাটোৱে চিঠিখন লৈ পঢ়ি চালে। তাই লৰাটোক কিছুমান বুদ্ধি দি লেখিছে—'তুমি ইয়াৰপৰা গুচি যোৱা আৰু ধেনুৰে চৰাই, কেৰ্কেটুৱা আদি মাৰি সেইবোৰৰ ছালবোৰ গুচুৱাই শুকুৱাই ৰাখিবা। সেই শুকান ছাল-বোৰেৰে এটা চোলা সি লৈ অহা 'প'ই' বিহুৰ দিনা পিন্ধি আহিবা।'

ছোৱালীজনীৰ কথা মতেই ল'ৰাটোৱে তেনেকুৱা এটা চোলা পিন্ধি 'প'ই' বিহুৰ দিনা নাচত যোগ দিলেহি। লৰাটোৰ চোলাটো দেখি ৰজাই সেইটো পিন্ধি নাচিবলৈ ইচ্ছা কৰিলে। ল'ৰাটোৱে ৰজাক চোলাটো দি দিলে। যেতিয়া ৰজাই চোলাটো পিন্ধি নাচিবলৈ ধৰিলে ছোৱালীজনীয়ে ৰজাক বিদ্রূপ কৰি হাঁহি দিলে। ৰজাই লাজ পাই সৈন্যবিলাকক কলে—'মোক কাটি পেলোৱা।' সৈন্যবিলাকেও ধেমালি বুবুজি সঁচাকৈ ৰজাক কাটি পেলালে। তেতিয়া সকলোৱে লৰাটোক ৰজা পাতিলে। ৰজা হৈ লৰাটোৱে সকলো সম্পত্তি আৰু লগতে তাৰ অতি মৰমৰ ছোৱালীজনীও পালে।

এই কথা গম পাই ল'ৰাটোৰ বাপেক আৰু মাহীমাক সিহঁতক চাবলৈ আহিল। মাক-বাপেকক ঘৰৰ চাঙৰ ওপৰলৈ উঠি আহিবৰ কাৰণে এটা হাতী-দাঁত আৰু এজোপা কলগছ দিলে। বাপেকক হাতী-দাঁতেৰে আৰু মাকক কলগছেৰে বগাই আহিবলৈ কলে। বাপেক হাতী-দাঁতেৰে আহি ঘৰৰ চাঙত উঠিল। মাকে উঠিব খোজোঁতেই কলগছ জোপা ভাঙি গ'ল। ইফালে ল'ৰাটোৱে বুদ্ধি কৰি কলগছ জোপাৰ তলত কিছুমান বাঁহৰ জোং পুতি থৈছিল। সেই জোঙৰ ওপৰত পৰি মাহীমাকজনী মৰি থাকিল। বাপেকে তেতিয়াৰপৰা পুতেকৰ লগতে থাকিবলৈ ললে।

---

# দিন-ৰাতি কেনেকৈ হ'ল

## ( ৰাং বুম ৰাংনিয়া মাচাও )

অতীতত ৰাতি বুলি কোনো কথা নাছিল, কেৱল দিন হে আছিল। বেলি আৰু জোন, এটাৰ পিচত এটাকৈ ওলাই গোটেই পৃথিৱীখন পোহৰ কৰি ৰাখিছিল। সেই কালত মানুহৰ দৰে পশু-পক্ষীয়েও কথা কব পাৰিছিল। মানুহৰ দৰেই সিহঁতৰো মাত-কথা আছিল। এদিন দিন আৰু ৰাতি ভাগ কৰিবৰ কাৰণে হাবিৰ মাজত মানুহ আৰু অন্যান্য পশুপক্ষীবিলাকৰ এখন ডাঙৰ সভা বহিল। সেই সভাত বাঘে কলে—'সদায় দিনৰ পোহৰত থাকি ভাল লগা নাই—ৰাতি হলেহে ভাল আছিল।'

তেতিয়া মানুহে কলে—'নহয়, ৰাতি হলে বহুত অসুবিধা, দিন হৈ থাকিলেই ভাল।' বাঘে পুনৰ নিজৰ কথাতে জোৰ দি কলে—'সদায় ৰাতি হলেহে ভাল।'

এইদৰে মানুহ আৰু বাঘৰ মাজত তৰ্কা-তৰ্কি লগাত কাজিয়া লগাৰ উপক্ৰম হ'ল।

তেতিয়া বাঘ আৰু মানুহৰ মাজতে ফেঁচা আহি বহিল আৰু কলে—'তোমালোকে মিছাতে কাজিয়া কৰি মৰিছা। মোৰ মতেৰে আধা দিন আৰু আধা ৰাতি হব লাগে। বেলিটো দিনত আৰু জোনটো ৰাতি ওলাব লাগে।'

তেতিয়া বাঘে খঙত 'তুমি ভুল কৰিছা' বুলি কৈ ফেঁচাৰ মুৰতে এথাপৰ মাৰিলে। বাঘৰ থাপৰ খাই ফেঁচাৰ মুৰটো চেপেটা হ'ল।

মানুহে তেতিয়া আকৌ কলে যে ফেঁচাই কোৱাটোৱেই ঠিক—আধা দিন আৰু আধা ৰাতি হব লাগে। এই বুলি ফেঁচাটোক

মৰম কৰি খাবলৈ দিলে আৰু গাৰপৰা কিছুমান নোম উঘালি ফেঁচাৰ গাত লগাই দিলে। ফেঁচাই বাঘৰ ওপৰত খং কৰি চকু পোন্দোৱাকৈ চাওঁতেই বাঘৰ চকুৰ পোহৰ ফেঁচাৰ চকুত পৰিল আৰু তেতিয়াৰপৰা ফেঁচাৰ চকু ৰঙা হ'ল।

ইমানতে সভা শেষ হ'ল। তেতিয়া মানুহ আৰু সকলো জীৱ-জন্তু 'মাচ্ই-চিন্-ৰা পুম্' নামৰ এখন ঠাইত থকা সিহঁতৰ ভগৱান 'টাইবাখি'ৰ ওচৰলৈ গ'ল। ভগৱানৰ ওচৰত মানুহে সকলো কথা ভাঙি-পাতি কলে। ভগৱানে ফেঁচাৰ মন্তব্যত বৰ সন্তোষ পালে আৰু সেয়ে হব লাগে বুলি কলে। তেতিয়াৰেপৰা আধা দিন আৰু আধা ৰাতি হল।

---

# কাছ আৰু বাঘ

## ( কুংৰা মাচও )

অতি পুৰণি কালত এখন ঠাইত এটা কাছ আৰু এটা বাঘ আছিল। এদিন কাছটো লাহে লাহে বগাই যোৱা দেখি বাঘে কাছক কলে, 'ইমান লাহে লাহে গলে তুমি খোৱা বস্তু ক'ত পাবা ?' বাঘৰ কথাত কাছই উত্তৰ দিলে—'বাৰু কাইলৈ দেখা যাব, কোন জিকিব পাৰে। তুমি পশ্চিম ফালে যাবা আৰু মই পূব ফালে যাম। কোনে বেচি লৰিব পাৰে চাম।' কাছৰ কথাত বাঘ মান্তি হ'ল।

ইফালে কাছই বুদ্ধি কৰি ৰাতিৰ ভিতৰতে ওচৰৰ কেবাটাও পাহাৰত কণী পাৰিলে। ৰাতিৰ ভিতৰতে কণী ফুটি পোৱালি

ওলাল। পিছদিনা চাৰিওফালে কাছৰ পোৱালিবিলাকে চিঞৰিবলৈ ধৰিলে। বাঘে আগদিনাৰ বন্দবস্ত মতে পুৱাই উঠি পশ্চিমমুৱা হৈ লৰিবলৈ আৰম্ভ কৰিলে। বাঘে যিমানেই লৰিছে সিমানেই সকলো ফালৰপৰা কাছৰ মাত শুনিবলৈ পালে—আন কি সি গৈ থকাৰ ফালৰ পৰাও। বাঘ আৰু লৰিব নোৱাৰা হ'ল। সি কেৱল পশ্চিম ফালৰ পৰাহে এবাৰ চিঞঁৰিলে। তেতিয়া কাছ আহি বাঘৰ ওচৰ চাপিল আৰু কলে—'কিয় কালি তুমি কৈছিলা নহয়—মই লাহে লাহে যোৱাৰ কাৰণে বেচি দূৰ যাব নোৱাৰোঁ আৰু খাবলৈ নেপাওঁ। পিচে এতিয়াচোন মই হে সকলো কেইটা পাহাৰৰপৰা চিঞৰিলোঁ। তুমি নোৱাৰিলা কিয়?' বাঘে লাজ পাই কলে—'মই তোমাৰ দৰে পাহাৰত উঠিব নোৱাৰোঁ। গতিকে এঠাইৰ পৰাহে চিঞৰিলোঁ। বাৰু, তুমিয়েই জিকিলা এই বাৰলৈ।'

তেতিয়া কাছই বাঘক কলে—'তুমি মোৰ এটা ঠেঙত বান্ধি বাকী তিনিটা ঠেং গাৰ ভিতৰত সুমাই পানীত ঘূৰাই ফুৰাবা।'

বাঘে কাছৰ কথামতেই কাছক এটা ঠেঙত বান্ধি পানীত ঘূৰাবলৈ ধৰিলে। ঘূৰাওঁতে ঘূৰাওঁতে কাছৰ চাৰিও ফালে খুব ধাৰ হ'ল। তেতিয়া কাছই কলে—'বাৰু যি হ'ল হ'ল, এতিয়া মোক পথালি কৰি লৈ মোৰ গাত হাতেৰে চপৰিয়াবা। মই সৰু যদিও এবাৰ জিকিলোঁ। তুমি বৰ ডাঙৰ বাঘ। এইবাৰ আকৌ পৰীক্ষা কৰি চাওঁ।' তেতিয়া বাঘে কাছৰ গাত চপৰিয়াবলৈ ধৰিলে আৰু তাৰ ফলত বাঘৰ গোটেই হাতখন কাটিলে। তেতিয়া বাঘৰ খুব খং উঠিল আৰু সি ঠেঙৰ জৰীডাল খুলি কাছটো পানীত পেলাই দিলে। কাছই সাঁতুৰি গৈ সিপাৰ পালেগৈ আৰু পুনৰ ফুটনি কৰি কৰি কলে—'মই সৰু বুলি তুমি মোক পানীত পেলাই দিলা, তথাপি মই জিকিলোঁ। বাৰু, পিচত আকৌ এদিন চাম।' তেতিয়া বাঘে কলে 'মোৰ হাত এখন কটাৰ কাৰণে মই সাঁতুৰিব নোৱাৰিলোঁ। সেই কাৰণে তুমি ইমান ফুটনি কৰি কথা কৈছা।' এই বুলি কৈ

বাঘে সেই ঠাইৰপৰা আঁতৰি কাছই নো ক'ৰপৰা চিঞৰিছিল চাবলৈ গ'ল। ইফালে কাছয়ো বাঘে চিঞৰা ঠাই বিচাৰি গ'ল। দুয়ো গৈ প্ৰথমে লগ হোৱা ঠাই পালে আৰু পুনৰ দুয়োৰো দেখাদেখি হ'ল। সেই ঠাইতে এঘৰ মানুহ আছিল। মানুহ ঘৰত এজনী মাইকী মানুহে তাঁত বৈ আছিল। মানুহজনী দেখি বাঘে খাবলৈ ইচ্ছা কৰিলে। বাঘৰ মনৰ ভাব বুজিব পাৰি কাছটোৱে মনে মনে আগবাঢ়ি গৈ বাঘৰ কথা কৈ মানুহজনীক সাৱধান কৰি দিলে। বাঘৰ গম পাই মানুহজনী ঘৰৰ ভিতৰ সোমাই দুৱাৰখন জপাই দিলে। বাঘৰ ইচ্ছা পূৰণ নহ'ল।

কাঁছৰ চক্ৰান্তত বাঘৰ বৰ খং উঠিল আৰু কলে—'তোমাৰ কাৰণেই মাইকীজনীক খাব নোৱাৰিলোঁ, এতিয়া তোমাকে খাম।' তেতিয়া কাছই কলে—'তুমি মোক খাব নেলাগে, মই নিজেই ওপৰৰপৰা মাটিত পৰি ফুটি যাম, তেতিয়া খাবা।' এই বুলি কৈ ওপৰৰপৰা পৰিল আৰু বুদ্ধি কৰি এটা গাঁতৰ ভিতৰত সোমাল। বাঘে কাছক আৰু উলিয়াব নোৱাৰিলে। কাছই গাঁতৰ ভিতৰৰপৰা মাত লগালে—'মই ভুল কৰি গাঁতত পৰিলোঁ—এতিয়া খাব নেলাগে, কালিলৈ খাবা'—এই বুলি কাছ গাঁতৰ ভিতৰতে সোমাই থাকিল। কাছক খাব নোৱাৰা দেখি মাইকী মানুহজনী ওলাই আহি বাঘক কলে—'কাছই সাৱধান কৰি নিদিয়া হলে তুমি মোকো খালাহেতেন। এতিয়া আৰু আমাক খাব নেলাগে—হাবিৰ জন্তু বিচাৰি খাবা।' এই কথাত বেজাৰ পাই বাঘ হাবিলৈ সোমাই গ'ল। ইফালে মাইকী-জনীয়ে গাঁতৰপৰা কাছটো উলিয়াই আনিলে আৰু পুহিবলৈ ললে।

হাবিৰ মাজত বাঘক এজাক বান্দৰে লগ ধৰি সুধিলে—'আমি কেনেকৈ খাম আৰু কি খাম?' বাঘে কলে—'মাইকী মানুহজনীৰ তাত কাছই গছৰ গুটি খাই আছে, তালৈকে সকলোবিলাক যোৱাঁ।" বাঘৰ কথা মতে সকলোবিলাক বান্দৰ গৈ কাছক লগ ধৰি সুধিলে— "তুমি ক'ত খাবলৈ পাইছা? কিবা গুটি খাই আছা বুলি বাঘে

আমাক কলে।' তেতিয়া কাছই কলে, 'নৈৰ পাৰতে এজোপা গুটি লগা গছ আছে। পিচে গছজোপা দেখুৱাই দিলে তোমালোকে খাই শেষ কৰিবা আৰু মোৰো খাবলৈ নাইকিয়া হব। গতিকে নকওঁ, বেয়া নেপাবা।' কাছৰ কথাত বান্দৰবিলাকে কলে—'আমি খাই শেষ নকৰোঁ বাৰু—গছজোপা বাৰু আমাক দেখুৱাই দিয়া।'

তেতিয়া কাছই বান্দৰবিলাকক লৈ গছজোপা দেখুৱাই দিলে। লুভীয়া বান্দৰে গছৰ গুটি দেখি কাছৰ কথালৈ কাণ নকৰি গুটি খোৱাত লাগিল। কাছই তলৰপৰা বান্দৰক গুটি খুজিলে কিন্তু কোনেও কাছৰ কথালৈ কাণ নিদিলে। সিহঁতে গছৰ গুটি খাই শেষ কৰিলে। বান্দৰৰ কাণ্ড দেখি কাছৰ বৰ খং উঠিল আৰু কলে—'বাৰু অহা মাহত কোনে খাবলৈ পাই চাম বাৰু।' এই বুলি কৈ কাছ আঁতৰি গ'ল আৰু বিচাৰি বিচাৰি নদীৰ সিপাৰত ঠিক তেনেকুৱা আৰু এজোপা গছ উলিয়ালে। বান্দৰবোৰে এই কথাৰ গম পাই ভাবিলে—'কাছই পুৱা গধূলি গৈ সিজোপা গছৰো গুটি খাই শেষ কৰিব। গতিকে তাক মাৰিবহে লাগিল।' কাছই বান্দৰৰ বুদ্ধিৰ কথা গম পাই কলে—'সিজোপা গছত বহুত গুটি আছে। কালিলৈ তহঁত গাইপতি এটা এটা কলহ লৈ আহিবি গুটি ভৰাবলৈ।' পিচদিনা বান্দৰেও কাছৰ কথা মতে গাই পতি একোটাকৈ কলহ লৈ ওলালহি।

তেতিয়া কাছই কেইটামান বান্দৰক গছত উঠি গুটিবোৰ পানীত পেলাই দিবলৈ কলে। যেতিয়া গুটিবোৰ পানীত পৰিল কাছই এটা এটাকৈ পানীৰপৰা উলিয়াই গুটি খাবলৈ ধৰিলে। ইফালে বাকী বান্দৰবোৰে ডিঙিত কলহ বান্ধি সাঁতুৰি সাঁতুৰি গুটি ধৰিবলৈ ললে। পিচে সিহঁতে পানীত বুৰ মৰাৰ লগে লগে কলহত পানী সোমাই সিহঁত তললৈ গ'ল। এইদৰে সকলোবিলাক বান্দৰ মৰিল। মাত্ৰ এজনী পেটুলী বান্দৰীহে জীয়াই থাকিল। সেই বান্দৰীৰপৰাই বহুত বান্দৰ হ'ল।

ইতিমধ্যে সেই গছৰ গুটি খাবৰ কাৰণে ওচৰতে কেঁচু বিচাৰি গাঁত

খান্দি থকা এজনী ভেকুলী আহিল। ভেকুলী জনীৰ লেতেৰা হাতেৰে গুটিবোৰ চোৱা দেখি বান্দৰৰ লগত কাজিয়া লাগিল। তেতিয়া ভেকুলী জনীয়ে জাপ মাৰি এটা বান্দৰৰ মূৰতে পৰিলগৈ। তাকে দেখি আন এটা বান্দৰে মাৰ মাৰি দিলে আৰু ভেকুলীজনী জাপ মাৰি আন এটা বান্দৰৰ মূৰতে পৰিলগৈ। এনেকৈ ভেকুলীজনী এটা বান্দৰৰ মূৰত্ জাপ মাৰি পৰে আৰু আন এটা বান্দৰে মূৰত মাৰে। এইদৰে জপিয়াই জপিয়াই ভেকুলীজনী সাৰিল কিন্তু বান্দৰবোৰ নিজৰ ভিতৰতে মৰা-মৰি কৰি মৰিল। শেষত মাত্ৰ দুটা বান্দৰহে জীয়াই থাকিল। তাৰে এটা বান্দৰ গছৰ ওপৰত আছিল আৰু এটা মাটিত। ভেকুলীজনী আকৌ জাপ মাৰি মাটিত থকা বান্দৰটোৰ পেটতে পৰিলগৈ। খঙত বান্দৰটোৱে ভেকুলীজনীক মাৰিবলৈ বুলি জোৰেৰে মাৰ মাৰি দিওঁতে নিজৰ গাত বেয়াকৈ পৰিল আৰু সি থিতাতে মৰি থাকিল। ভেকুলীয়ে জিকিলোঁ বুলি তাৰপৰা গুচি গ'ল আৰু এটা পুখুৰীৰ ভিতৰ সোমাল। গছৰ ওপৰত উঠি থকা বান্দৰটোৱে লগৰবোৰক মৰি থকা দেখি বেজাৰ মনেৰে হাবিৰ ফালে গ'ল। সি গৈ বাঘক লগ পালে। সি বাঘৰ আগত সকলো কথা কলে আৰু তাকো মাৰি পেলাবলৈ অনুৰোধ কৰিলে—'মোৰ লগৰ সকলোবিলাক মৰিল। অকলে জীয়াই থাকিবলৈ মোৰ আৰু অকণো মন নাই। গতিকে তুমি মোক খাই পেলোৱা। নহলে মই গছৰ ওপৰত উঠি পাত খাই থাকিম আৰু তুমি এটা শিলগুটি গৰম কৰি মোৰ গালৈ মাৰি দিবা।' বান্দৰৰ কথাত বাঘে ওচৰতে থকা বাঁহ গছ এজোপাৰপৰা বাঁহ এডাল টানি আনি বান্দৰক উঠিবলৈ দিলে। বান্দৰে বাঁহ গছৰ ওপৰত উঠি মাত লগালে—'মই গছৰ ওপৰত উঠিলো যেতিয়া কেনেকৈ খাবা ?' তেতিয়া বাঘৰ বৰ খং উঠিল। সি শিলগুটি এটা জুইত তপত কৰি বান্দৰৰ গালৈ মাৰি পঠিয়ালে। শিলগুটিটো বান্দৰৰ টিকাত লাগিল। তপত শিলগুটি লগাত বান্দৰৰ টিকা পুৰিলে আৰু ৰঙা হৈ গ'ল।

সেই বান্দৰটোৰপৰাই বহুত বান্দৰ হ'ল। সিহঁতে এদিন মানুহৰ লগত কাজিয়া কৰিলে। বান্দৰে মানুহক কলে—'আমাৰ হাত-ভৰি সকলো একে কিন্তু তোমালোকে আমাৰ দৰে গছৰ ওপৰত উঠিব নোৱাৰা।' মানুহে উত্তৰত কলে—'তোমালোকে কেৱল গছতহে উঠিব পাৰা, আমাৰ দৰে একো কাম কৰিব নোৱাৰা।' বান্দৰে কলে—'আমি খাবলৈ পালেই হ'ল।' মানুহে কলে—'তোমালোকৰ ঘৰ নাই, কাপোৰ নাই। জাৰ হলে আৰু বৰষুণ দিলে কেনেকৈ থাকিবা?' মানুহৰ কথাত বান্দৰে কি কৰিলেনো উম লাগিব সুধিলে। তেতিয়া মানুহে এটা নলা খান্দিলে আৰু কলে—'এই নলাটোৰ ভিতৰত সোমাই থাকা। আমি ওপৰত গছৰ পাত জাবৰ আদি দিম, তেতিয়া উম লাগিব।' সেই মতে বান্দৰ নলাত সোমাল আৰু মানুহেও ওপৰত গছৰ পাত আদি দি ঢাকি দিলে। তেতিয়া মানুহে বান্দৰক সুধিলে 'উম পাইছানে?' বান্দৰে নাইপোৱা বুলি কলত মানুহে গছৰ পাতবোৰত জুই লগাই দিলে। জুইত গোটেইবোৰ বান্দৰ পুৰি মৰিল। মাত্র এটা ধূৰ্ত্ত বান্দৰহে কোনোমতে বুদ্ধি কৰি সাৰিল।

সেই বান্দৰটোৰপৰা আকৌ বহুত বান্দৰ হ'ল। বান্দৰটো গৈ এজোপা গছত বহিল। সি বহা ঠাইতে এটা ভেকুলীও আছিল। ভোকত তৎ নেপাই বান্দৰে ভেকুলীটোক এটা লাউ বিচাৰি আনিবলৈ কলে। ভেকুলীয়ে ক'ৰবাৰপৰা লাউ এটা বিচাৰি আনি বান্দৰৰ ওচৰলৈ আহিল। ইতিমধ্যে ক'ৰবাৰপৰা কেৰ্কেটুৱা এটা আহি বান্দৰ আৰু ভেকুলীৰ মাজতে সোমালহি। ভেকুলীয়ে কিবা কৰ খোজোঁতেই মুখৰপৰা লাউটো সৰি এটা সাপৰ মূৰত পৰিল। সাপটোৱে থত্‌মত্ খাই লৰি গৈ গাহৰিৰ গঁৰাল এটাত সোমাল আৰু তাত থকা গাহৰিটোক কামুৰিলে। গাহৰিটো লৰি গৈ হাতী এটাৰ ওচৰ পালেগৈ। হাতীটোৱে কি আহিছে বুলি ভয়ত লৰি হাবিৰ ফাললৈ গ'ল। কিন্তু বাটতে বাদুলি এটা উৰি আহি হাতীৰ কাণত সোমাল। হাতীটোৱে ভয়ত পাহাৰৰ তললৈ নামি গৈ এটা

ভূতৰ ওচৰ পালেগৈ। হাতী দেখি ভূতে কলে 'মোক ভয় দেখুৱাবৰ কাৰণে আহিছানে কি?' হাতীয়ে কলে—'মোৰ কাণত কিবা এটা সোমাইছে, সেইটো উলিয়াই দিয়া।' তেতিয়া ভূতে হাতীৰ কাণৰ-পৰা বাদুলিটো উলিয়াই দিলে।

তাৰ পিচত হাতীয়ে গৈ গৈ ভেকুলীৰ ওচৰ পাই সকলো সুধিলে আৰু ভেকুলীৰ মুখৰপৰা বান্দৰেই যে সকলো ঘটনাৰ মূল, গম পালে। হাতীটোৱে তেতিয়া বান্দৰ বহি থকা গছজোপা ভাঙি দিলে। সকলো বান্দৰ এটা এটাকৈ গছৰপৰা সৰি পৰিল আৰু বেলেগ বেলেগ ঠাইলৈ লৰি পলাল। বাকীবোৰ জন্তুও বেলেগ বেলেগ ঠাইলৈ গুচি গ'ল। ভেকুলীটো মিছা কথা কৈয়েই গাঁতৰ ভিতৰত সোমাল।

---

# জুই অনা কথা

## (ৱুও মাচও)

এখন হাবিত 'ৱ'মুট' নামৰ এটা চৰাই আছিল। চৰাইটো দেখাত কুলি চৰাইৰ নিচিনা। সেই হাবিতে এটা বৰ ডাঙৰ বাদুলি আছিল। বাদুলিটোৰ ডেউকাৰ তলতে জুই আছিল। এদিন 'ৱ'মুট' চৰায়ে পকৱা এটা পঠাই দিলে বাদুলিৰ ওচৰৰপৰা জুই আনিবৰ কাৰণে। বাদুলি আৰু চৰাইটোৰ মাজতে কেৰ্কেটুৱা এটাই বাঁহ সাজি আছিল। পকৱাটো গৈ 'ৱ'মুট'ৰ কথা কৈ বাদুলিক খুজি অলপ জুই লৈ আহিল। আধা বাট পাওঁতে পকৱাটোৰ মুখৰপৰা সৰি জুই পৰি থাকিল। পকৱাটো আকৌ গ'ল। এইবাৰ জুই লৈ ঘূৰি আহি চৰাইটোৰ ওচৰ পাওঁতেই জুই নুমাই থাকিল। 'ৱ'মুটে' খং কৰিব বুলি পকৱাটো আকৌ বাদুলিৰ ওচৰ পালেগৈ। বাদুলিয়ে আকৌ অলপ জুই দি

পঠালে। এইবাৰ বাটতে কেৰ্কেটুৱাটোক লগ পালে। কিন্তু একো অসুবিধা নোহোৱাকৈ জুই আনি চৰাইটোক দিলেহি। কেৰ্কেটুৱা-টোৱে আমনি কৰাৰ কাৰণে পৰুৱাই তাক ভালদৰেই কামুৰিলে। পৰুৱাৰ কামোৰণিত সি গছৰপৰা সৰি এটা গাহৰিৰ মূৰত পৰিলগৈ। গাহৰিটোৱে ভয় খাই লৰ মাৰিলে। সি লৰি যাওঁতে বাটতে সাপ এটা গচকি থৈ গ'ল। গাহৰিৰ গচক খাই সাপটো বগাই গৈ এটা হৰিণা পহুৰ ওচৰ পালেগৈ আৰু তাৰ ঠেং এখনত মেৰিয়াই ধৰিলে। হৰিণা পহুটোৱে ভয়ত লৰি এটা শৰ পহুৰ ওচৰ পালেগৈ। শৰ পহুটোৱেও সেইদৰে ভয় খাই লৰ মাৰিলে আৰু এটা হাতীৰ ওচৰ পালেগৈ। হাতীয়েও ভয় খাই লৰি যাওঁতে বাটতে এটা কেটেলা পহুৱে পাই হাতীৰ শুৰত এটা কাঁইট সুমুৱাই দিলে। কেটেলা পহুৰ কাঁইটৰ খোচ খাই হাতীটো বৈ গ'ল। তেতিয়া কেটেলা পহুৱে হাতীয়ে কিয় সেইদৰে লৰি আহিছিল সুধিলে। হাতীয়ে শৰ পহুৱে ভয় খুওৱাৰ কথা কলে। কেটেলা পহুৱে এইদৰে সকলোকে সুধি সুধি কেৰ্কেটুৱাৰ ওচৰ পালেগৈ। কেৰ্কেটুৱাই কেনেকৈ পৰুৱাই তাৰ গাত জুই লগাই দিছিল আৰু সেই কাৰণেই যে সি পৰি গ'ল এই সকলো কথা কলে। পৰুৱাক সোধাত কলে 'কেৰ্কেটুৱাইনো কিয় মই অহা যোৱা কৰা বাটত বহি আছিল—সেই কাৰণেই পুৰি দিলোঁ।' তেতিয়া সকলোৱেই পৰুৱাক দোষ দিলে। পৰুৱাক মাৰিব বুলি ভাবি ৰ'মুট চৰায়ে লাহেকৈ মাত লগালে 'বন্ধুসকল, পৰুৱাৰ গাত দোষ নাই। মইহে দোষী, কাৰণ পৰুৱাক মইহে জুই আনিবলৈ কৈছিলোঁ। গতিকে মোক মাৰি সকলোৱে খাই পেলোৱাহঁক। কিন্তু এটা কথা— সিজাওঁতে পাখি মুগুচুৱাকৈ সিজাবা আৰু আধা সিজা হলেই খাবা। তেতিয়াহে খাই ভাল পাবা।' সকলোৱে ৰ'মুটক খাবলৈ পোৱাৰ আশাত কেৰাহী এখনত সিজাবলৈ লাগিল আৰু আধা সিজা হওঁতেই পানীৰপৰা আঁতৰাই মাটিত ৰাখিলে। মাটিত থোৱাৰ লগে লগেই চৰাইটোৱে উৰা মাৰিলে। কোনেও তাক খাবলৈ নেপালে।

---

# চৰাই আৰু পহুৰ সভা

## ( বুও নাই ঙাম মিটিং )

আগতে অৰণ্যৰ চৰাই পহু আৰু আন জন্তুবিলাকৰ ভিতৰত কোন ডাঙৰ বা কোন ৰজা এই বিষয়ে একো ঠিৰাং নাছিল। এদিন চৰাঁই পহু আদি সকলো গোট খাই এখন ডাঙৰ সভা পাতিলে সিহঁতৰ ভিতৰত ৰজা বাছিবৰ কাৰণে। সেই সভাত পহুৱে প্ৰথমে কলে, 'আমাৰ পহু আৰু আন জন্তুবিলাকৰ ভিতৰত কোনো ডাঙৰ হব নোৱাৰে। গতিকে চৰায়ে ৰজা ( আজুং ) হব লাগে। চৰাইৰ ভিতৰত এটা জাত আছে, সেই জাতটোৰপৰাই আজুং হব লাগে।' চৰায়ে তেতিয়া কলে—'বাৰু কোন জাতিটোক ভাল পোৱা, নামটো কোৱা।' তেতিয়া কুলি চৰাইক ( ৱু ৱাছি ) ৰজা পাতিব লাগে বুলি পহুৱে কলে। পহুৰ কথাত সকলো চৰায়ে আপত্তি কৰি কলে যে কুলি বৰ টেঙৰ চৰাই, তাক আজুং পাতিব নেলাগে। পহুৱে কলে —'কুলিৰ মাতটো বৰ ভাল গতিকে কুলিক হে আজুং পাতিব লাগে।' পহুৰ কথাত সকলো চৰায়ে বৰ বেয়া পালে আৰু সিহঁতে খঙত কুলিক খুটিবলৈ ধৰিলে। ফলত কুলি চৰাইৰ নেজডাল দুফাল হৈ গ'ল।

চৰাইৰ কাজিয়া দেখি পহুৱে কলে—'তোমালোকে কাজিয়া নকৰিবা। কাক আজুং পাতিলে ভাল হয় তোমালোকেই ঠিক কৰা। আমাৰ ভোক লাগিছে, হাবিৰ ফালে খোৱাবস্তু বিচাৰি যাওঁ।' এই বুলি পহু সেই ঠাইৰপৰা আঁতৰি গ'ল।

তেতিয়া সকলো চৰায়ে পুনৰ সভা পাতি হেঁটুলুকা ( যুগ্চই ) চৰাইক আজুং পাতিলে। অলপ সময়ৰ পিচত পহু আহি ওলালহি।

ইফালে সকলো চৰায়ে হেঁটুলুকা চৰাইক মাজত লৈ নাচিবলৈ ধৰিলে। পহুৱেও সেই নাচত যোগ দিলে। নাচি থাকোঁতে হঠাতে এবাৰ হেঁটুলুকা চৰাইৰ দীঘল নেজডালত পহুৰ গচক পৰিল আৰু নেজ ডাল ছিগি গ'ল। সকলো চৰায়ে পহুৰ ওপৰত খুব খং কৰিলে আৰু পহুক লাজ দিলে। লাজত পহুৰ মুখখন সৰু হৈ গ'ল।

তেতিয়াৰেপৰা হেঁটুলুকা চৰাইক সকলোৱে ৰজা ( আজুং ) বুলি মনা হ'ল

---

# হাতী কেনেকৈ হ'ল

এসময়ত চালাং আৰু চানাং নামৰ দুজনী বাই-ভনী আছিল। সিহঁতৰ ভিতৰত চালাং ডাঙৰ আৰু চানাং সৰু। সিহঁতৰ মাক সৰুতেই ঢুকাল। বাপেকেই সিহঁতক তুলি-তালি ডাঙৰ দীঘল কৰিছিল। এদিন বাপেকে দুয়োজনী জীয়েকক হাবিৰপৰা ৰিহা সূতাৰ ( ৰি কপ ) গছ কাটি আনিবলৈ পঠালে। দুইজনী বাই-ভনী হোৰা আৰু দা লৈ হাবিলৈ গ'ল। হাবিত গৈ দুইজনীয়ে ৰিহা সূতাৰ গছ কাটি হোৰাত ভৰাবলৈ লাগিল।

ভনীয়েকৰ হোৰাটো ভৰিলতে তাই ঘৰলৈ উলতি যাবলৈ ওলাল আৰু বায়েককো যাবলৈ মাতিলে। কিন্তু বায়েকে তাইৰ হোৰাটো ভৰ্ত্তি নোহোৱাৰ কাৰণে যাবলৈ আপত্তি কৰিলে। ভনীয়েক চানাঙে বায়েকেনো ইমান পৰলৈকে কি কৰিছে চাবলৈ বুলি ওচৰ চাপি গ'ল আৰু দেখিলে যে বায়েকে হোৰাটোত নভৰাই ৰিহা গছবোৰ খাবলৈহে ধৰিছে। ভনীয়েকক ওচৰত দেখি বায়েকৰ খঙ উঠিল

আৰু কলে—'তই ঘৰলৈ যা—দেউতা অকলে আছে খং কৰিব। মই ইয়াতে থাকোঁ।' তাই আৰু কলে—'দেউতাক কবি গৈ কাইলৈ মোৰ কাৰণে এটা ঢাৰি, অলপ পানী আৰু ভাত লৈ আহিব।'

বায়েকৰ আদেশ মতেই ভনীয়েক ঘৰলৈ উলটি গ'ল আৰু বাটে বাটে বায়েকৰ কথাকেই ভাবিবলৈ ধৰিলে। ঘৰ পাই বাপেকৰ আগত সকলো কথা কোৱাত বাপেক আচৰিত হ'ল। সময় গধূলি হোৱাত বাপেকে হাবিলৈ যাবলৈ সাহ নকৰি ঘৰতে জীয়েকৰ কথা চিন্তা কৰি কৰি বহি থাকিল।

পিচু দিনা পুৱাতেই বৰ জীয়েকে খুজি পঠোৱা মতেই ঢাৰি এটা, অলপ পানী আৰু ভাত লৈ বাপেক হাবিলৈ গ'ল। হাবিত গৈ জীয়েকক বিচাৰি নেপালে। যি ঠাইত জীয়েকহঁতে ৰিহা গছ কাটিছিল সেই ঠাইত জীয়েকৰ সলনি শুঁৰ নথকা এজনী মাইকী হাতী আৰু লগত এটা পোৱালিহে দেখিবলৈ পালে। জীয়েকৰ বেজাৰত বাপেক কান্দি কাটি অস্থিৰ হ'ল। উপায় নেপাই সি মেৰিয়াই লৈ যোৱা ঢাৰিটো হাতীটোৰ গালৈ দলিয়াই দিলে। ঢাৰিটো হাতীজনীৰ মুখত লাগি দীঘল শুঁৰ হৈ পৰিল। তাৰ পিচত পানী নিয়া চুঙা দুটা হাতীজনীৰ গালৈ দলি মাৰি দিলে। সেই চুঙা দুটা হাতীজনীৰ মুখত লাগি দুটা দাঁত হ'ল। বাপেকে তেতিয়া ভাত খিনি খাবলৈ বুলি এখন পাতত আগ বঢ়াই দিলে। কিন্তু হাতী জনীয়ে ভাতখিনি নেখালে। উপায় নেপাই ভাত খিনি কৌপাত এখিলাৰে ভালদৰে বান্ধি ওচৰৰে গছ এজোপাত ওলোমাই ৰাখি বাপেক ঘৰলৈ ঘূৰি গ'ল।

তিনদিনৰ পিচত বাপেক পুনৰ সেই ঠাইলৈ আহিল কিন্তু হাতীজনী তাত নেদেখিলে। ওলোমাই থোৱা টোপোলাটো খুলি চাই দেখিলে ভাত খিনি পিঠাগুড়ি হৈ আছে। সি তাৰে অলপ লৈ চেলেকি চাই মিঠা আৰু মুৰত ধৰাৰ নিচিনা পালে। সেইখিনি সি ঘৰলৈ লৈ আহিল আৰু মদ তৈয়াৰ কৰা দেৰাই হিচাপে ব্যৱহাৰ

কৰিবৰ কাৰণে থৈ দিলে। ( টাংচা বিলাকৰ বিশ্বাস মতে তেতিয়াৰ পৰা চাউলৰ গুড়িৰে পিঠা সাজি পূৰণা কৰি লাওপানী তৈয়াৰ কৰা দেৱাই কৰে। এই দেৱাইটোক 'পি' বুলি কয় )।

ডাঙৰ জীয়েক জনী হাতী হৈ যোৱাৰ কাৰণে বাপেকে—

হাঁচুন জাচা ৰাংলাং সে
ইছে চালং আমু কাংকা।

( মোৰ ছোৱালীজনী হাতী হ'ল মই এতিয়া কি কৰিম )—বুলি কৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে।

---

# উচিলিত চৰাই

উচিলিত এবিধ সৰু চৰাই। দেখিবলৈ ঠিক টুনি চৰাইটোৰ দৰে। সি সদায় তাৰ বাহত কণী পাৰি থৈ যায় আৰু চাংখু নামৰ সৰু জন্তু এটাই খাই পেলায়। এদিন উচিলিত চৰাইটোৱে নিজৰ বাহত মনে মনে বহি আছিল। এনেতে চাংখুটো তাৰ বাহৰ ফালে অহা দেখিলে। বাহৰ ওচৰ পাওঁতে দুয়োটাৰ ভিতৰত কাজিয়া লাগিল। তেতিয়া উচিলিতে কলে—'তই সদায় মোৰ কণীবোৰ খাই থৱ। সেইটো ভাল কথা নহয়। এই কথাটোৰ মীমাংসা কৰিবৰ কাৰণে এখন সভা পাতিব লাগিব। তই তোৰ লগৰ সৰু ডাঙৰ সকলো জন্তুকে খবৰ দিবি আৰু ময়ো মোৰ লগৰ সকলো চৰাইকে কম।' উচিলিতৰ কথাত চাংখু মান্তি হ'ল আৰু লগৰ সকলো জন্তুকে খবৰ দিবৰ কাৰণে গুচি গ'ল।

এদিন সিহঁতৰ এখন ডাঙৰ সভা বহিল। চৰাইটোৱে তাৰ লগৰ সকলো চৰাইকে মাতি আনিলে। চৰাইবিলাক আহি

এজোপা গছত পৰিলহি। চাংখুটোৱেও সাপ, জেঠী, বেঙকে আদি কৰি এজাক জন্তু আনি এটা পুখুৰী ভৰ্ত্তি হৈ বহিল। তেতিয়া সিহঁতৰ ভিতৰত এখন ৰণ হ'ল। চৰাইবিলাকে থপিয়াই থপিয়াই এটা এটাকৈ সাপ খাবলৈ ধৰিলে। সাপৰ সংখ্যা প্ৰায় শেষ হবৰ হল। মাত্ৰ অজগৰ সাপটোহে বাকী থাকিলগৈ। সি ডাঙৰ কাৰণে তাক খাব নোৱাৰিলে। বাকীবিলাক এটা এটাকৈ খাই শেষ কৰিলে। অজগৰ সাপটোক খাবৰ কাৰণে চৰাইজাকে এটা ধনেশ চৰাইক মাতি আনিলে। ধনেশ চৰাই আহি অজগৰটোক ধৰি গছৰ ওচৰত থলেগৈ। কিন্তু যিটো ডালত অজগৰটোক থলেগৈ সেই ডালটো ভাগি থাকিল। খণ্ডত চৰাইবোৰে অজগৰটোক টুকুৰা টুকুৰ কৰিলে। তেতিয়া সিহঁতৰ ভিতৰত অজগৰটোক কেনেকৈ ভাগ কৰি খোৱা হব কোৱা-কুই হল। উজুক নামৰ চৰাই এটাই কলে—'আমাৰ ভিতৰত ধনেশ আটাইতকৈ ডাঙৰ। গতিকে তেওঁক ডাঙৰ ভাগটো দিব লাগে।' উজুকৰ কথাত খং উঠি সিহঁতৰ ভিতৰত আটাইতকৈ সৰু বাংচুমটান চৰাইটোৱে কলে—'মই সকলোতকৈ সৰু। মইচোন একেবাৰে কম ভাগ পাম। সেইটো কেনেকৈ হব?' এই বুলি কৈ সি উজুকৰ কপালতে খুব জোৰকৈ খোট মাৰি ফালি পেলালে। তেতিয়াৰ পৰা উজুকৰ কপালত ৰঙা দাগ এটা থাকি গ'ল।

উকেমেচি নামৰ উজুকৰ ভাগিনিয়েক এটাও তাতে আছিল। সি মোমায়েকক কোনে মাৰিলে বুলি সাবটি ধৰোঁতে তাৰ গোটেই গাটো তেজেৰে ৰঙা হৈ গ'ল।

এইদৰে কাজিয়া পেচালৰ মাজতে অজগৰৰ মাংস সিহঁতৰ মাজত ভাগ হৈ গ'ল। মাত্ৰ মূৰটোহে বাকী থাকিল। উচিলিতে অজগৰৰ মূৰটোৰে এটা টুপী সাজি পিন্ধিবলৈ ললে। কিন্তু তাৰ মূৰটো সৰু কাৰণে টুপীটো নেখালে। সি তেতিয়া সকলোকে টুপীটো পিন্ধাই চালে। কাৰো মূৰত নহ'ল, মাত্ৰ ধনেশৰ মূৰত হে ভালদৰে খালে। ধনেশে টুপীটো পিন্ধি নাচিবলৈ ধৰিলে। ধনেশক সেইদৰে নচা

দেখি ফেঁচাৰ খুব হাঁহি উঠিল আৰু ধনেশৰ ফালে চাই হাঁহিবলৈ ধৰিলে। উচিলিতৰ খং উঠিল আৰু সি ফেঁচাৰ মূৰতে খুব জোৰেৰে এটা ভুকু মাৰি দিলে। ফলত ফেঁচাৰ মূৰটো ঘূৰণীয়া হৈ গ'ল। ধনেশে মূৰৰপৰা টুপীটো খুলিব নোৱাৰা হ'ল, আৰু সেইটোৱেই শেষত তাৰ ঠোঁত হৈ পৰিল। সেই কাৰণে ধনেশৰ ঠোঁতটো সাপৰ মূৰৰ দৰে হ'ল।

সভা শেষ হোৱাৰ পিচত উচিলিতে চাংখুৰ লগত কাজিয়াত জিকিলো বুলি নিজৰ বাহলৈ গুচি গ'ল।

---

# ভুইকঁপ কেনেকৈ হয়

টাংচা জনজাতিসকলৰ মতে পৃথিৱীৰ তল ভাগ অসীম জলৰাশিৰে ভৰা। সেই জলৰাশিৰ ৰক্ষক হিচাপে কেইবাজনো দেৱতা বাস কৰে। ইয়াৰ পানী শান্ত আৰু শীতল। ই সদায় নীৰৱ আৰু গম্ভীৰ অৱস্থাত পৃথিৱীৰ তলীত আছে। এই পানী সোৱাদ, ইয়াৰপৰা পৃথিৱীৰ হিত সাধন হয়।

এই দেৱতা কেইজনৰ ভিতৰত লেকা নামৰ এজন দেৱতা আছে। তেওঁ তাত থকা সকলো দেৱতাৰ ভিতৰত উত্তম। তেওঁৰ বিনা অনুমতিত আনবিলাকে একো কাম কৰিব নোৱাঁৰে। তেওঁৰ গুণৰ কথা কৈ অন্ত কৰিব নোৱাৰি। তেওঁৰ মৰম অসীম। তেওঁ সকলো সহিব পাৰে, তেওঁৰ কথাৰ লৰচৰ নহয়, তেওঁৰ খঙো অলপ বেচি।

তেওঁৰ আকৃতি ওপৰছোৱা মানুহৰ দৰে; কিন্তু পাচৰ ফালে সাপৰ নিচিনা। তেওঁ নিজৰ মনতে সকলো কথা জানে। তেওঁৰ

হাত দুখন। হাতত এডাল লাখুটি লৈ তেওঁ পৃথিৱীৰ গতিবিধি নিৰীক্ষণ কৰে।

এই লেকা বা পাতাল-দেৱতা জনৰ মূৰৰ ওপৰত মক্-ফু-ফুন নামৰ এজোপা আম গছৰ নিছিনা গছ আছে। ইয়াৰ গা-গছ আৰু ডালৰ বৰণ সোণ বৰণীয়া। পাত চিৰসেউজীয়া। এই গছজোপাই সুখ-শান্তি দিয়ে। গছজোপা লৰ-চৰ নোহোৱাকৈ থাকে। কল্পতৰু বৃক্ষৰ দৰেই ই পাতাল-দেৱতা লেকাৰ শিৰৰ ওপৰত থিয় হৈ আছে।

এই মক্-ফু-ফুন গছৰ মাত্র চিৰ-সেউজীয়া চাৰিটা ফুনজাক বা পাত আছে। ইয়াৰ ওপৰতেই আমি বাস কৰা এই পৃথিৱী স্থিৰ হৈ ৰৈ আছে। সৃষ্টি-পাতনিৰ আদিতেই ইয়াৰ উৎপত্তি হয়। তেতিয়াৰ পৰাই পাতাল-দেৱতা লেকাৰ শিৰৰ মুকুট হিচাপে শোভা কৰি আছে। মৃত্যু বা প্ৰলয়ৰ ধুমুহা ইয়াৰ ওচৰ চাপিব নোৱাৰে।

আমি বাস কৰা পৃথিৱীখনৰ স্থিতি প্ৰলয় আদি সেই গছ আৰু পাতাল-দেৱতা লেকাৰ ওপৰতেই নিৰ্ভৰ কৰে। সেই পাতাল-দেৱতা লেকাই হৈছে পৃথিৱীৰ সকলো মাটিৰ গৰাকী। পৃথিৱীৰ ওপৰত থকা মাটি, পানী, পৰ্ব্বত, ভৈয়াম, এই সকলোবিলাকতে একমাত্র পাতাল-দেৱতা লেকাৰ ৰাজত্ব বিৰাজমান। তেওঁৰ কোপদৃষ্টি পৰিলে এই সকলোবিলাকৰ গতিবিধি সলনি হৈ যায়। আন কি তেওঁ সকলো ধ্বংসও কৰিব পাৰে। বিশেষকৈ তেওঁৰ ইচ্ছা হলে পৃথিৱীখন শস্যশূন্যও কৰিব পাৰে।

গতিকে তেওঁ মাটিৰ গৰাকী যেতিয়া ইয়াত খেতি কৰাৰ আগতে তেওঁক পূজা-পাতল কৰিব লাগে, নহলে খেতি-বাতি ভাল নোহোৱাৰো আশঙ্কা থাকে। কিন্তু তেওঁৰ সহিষ্ণুতা গুণ বেচি হোৱাৰ কাৰণে সঘনে এইবিলাক কাম নকৰে।

যেতিয়া পৃথিৱীৰ মানুহবিলাকে এই পাতাল-দেৱতাক পূজা-পাতল নকৰা হয় আৰু পৃথিৱীৰ মানুহবিলাক অতি বেয়া হয়, তেতিয়া তেওঁৰ খং উঠে। খঙত তেওঁৰ গা লৰোৱাৰ লগে লগে মূৰৰ ওপৰত থকা

গছজোপাও লৰিবলৈ ধৰে। ইয়াৰ লগে লগে পৃথিৱীৰ মাটি কঁপি উঠে আৰু ভূমিকম্প হয়।

ভূমিকম্প অমঙ্গলসূচক। টাংচা জনজাতিসকলে ভাবে যে পাতাল-দেৱতা লেকাৰ খং উঠাৰ কাৰণেই এই ভূমিকম্প হয়। গতিকে ভূমিকম্প হোৱাৰ পিচদিনা তেওঁলোকৰ কোনো মানুহ খেতিলৈ নেযায় আৰু সকলো কামবপৰা আঁতৰি থাকে। ঘৰতে মৌন ভাৱে পাতাল-দেৱতা লেকাৰ প্ৰতি সন্মান দেখুৱায়।

---

# আগৰ দিনৰ কথা

## ( ইন থুম্ থা মান্ কান্ )

সৃষ্টিৰ পাতনিতে পৃথিৱী বা মাটি বুলি কোনো বস্তু নাছিল। চাৰিও ফালে কেৱল পানীহে আছিল। সেই পানীৰ মাজৰপৰা দুজন ককাই-ভাই ওলাল। তেওঁলোক পানীৰ ওপৰতে ওপঙি ফুৰিছিল। এইদৰে ওপঙি থাকি আমনি লগাত তেওঁলোকে এটা উপায় উলিয়ালে। দুয়ো ককাই-ভায়ে পানীৰ ওপৰতে মলত্যাগ কৰিবলৈ ললে। সেই মলবোৰেই শেষত মাটিলৈ পৰিণত হৈ এই পৃথিৱীখন হ'ল। পৃথিৱীখন তৈয়াৰ কৰাৰ কাৰণে তেওঁলোকক 'গা-মি' বা মাটিৰ মানুহ বোলে।

তাৰ পিচত তেওঁলোকে জোন আৰু বেলি সৃষ্টি কৰিলে। জোন আৰু বেলি দুয়ো পোহৰ আৰু তাপ দি কোমল হৈ থকা পৃথিৱীখন টান কৰিলে। জোন আৰু বেলি সৃষ্টি কৰি তেওঁলোকে এটা মতা আৰু এজনী মাইকী মানুহ সৃষ্টি কৰিলে—মাটিৰেই। মতা মানুহটোৰ বুকুত জোনটো আৰু মাইকী মানুহজনীৰ বুকুত বেলিটো

সুমুৱাই দিলে। তাৰ পিচত সিহঁতে বেলিটো আগত যাবলৈ দিলে আৰু জোনটো পিচত যাবলৈ দিলে। মতা মানুহটোৱে বুকুখন খুলি দিলেই জোনটো ডাঙৰ হয় আৰু লাহে লাহে বন্ধ কৰি দিলেই সৰু হয়।

এদিন ককায়েকজনে আৰু এজনী মাইকী মানুহ মাটিৰেই সাজিলে আৰু এজনী সাজি দিবলৈ ভায়েকে ককায়েকক খাটিলে, কিন্তু ককায়েকে সাজি নিদিলে। ভায়েকৰ খং উঠিল আৰু ওপৰলৈ উৰি গ'ল। ওপৰত গৈ ভায়েকে আকাশখন সৃষ্টি কৰিলে। ইফালে ভায়েকৰ বেজাৰত ককায়েকে এটা পুখুৰীৰ ওচৰলৈ গৈ তাতে মনে মনে ঋহি থাকিল। আগতে সজা মাইকীজনী সিহঁতৰ কাৰণে মাটি চাবলৈ বুলি ওলাই গ'ল। ভায়েকে ককায়েকৰ মাইকীজনী অকলে যোৱা দেখি আকাশলৈ লৈ গ'ল। ককায়েকে কথাষাৰ গম পাই লাজ, খং আৰু বেজাৰত মাটিৰ তললৈ গৈ পাতাল পালেগৈ। পাতালত সি যিফালেই ঘূৰে সেইকালেই পৃথিৱীখন কঁপিবলৈ ধৰে আৰু ভূমিকম্প হয়।

---

# সাপৰ সাধু

## ( পুও মান্‌কান্‌ )

এখন গাঁৱত এজন বৰ নিপুণ চিকাৰী আছিল। সি সদায় হাবিত চিকাৰ কৰিয়েই তাৰ আহাৰ মোকোলাইছিল। এদিন সি চিকাৰ কৰিবলৈ যাওঁতে বাটতে এটা প্ৰকাণ্ড সাপ লগ পালে। সাপটোৱে তাক আগভেটি ধৰি কলে, 'মোৰ আগত ওলাইছা যেতিয়া আজি তোমাক খাম।' ভয়ত চিকাৰীটোৱে এটা বুদ্ধি পাঙিলে—সি

কলে—'মোক খাব নেলাগে—মোৰ ঘৰৰপৰা মোতকৈ ভাল মানুহ এটা আনি দিম, তাকে খাবা।' এই বুলি কৈ সি গাঁৱলৈ ঘূৰি গ'ল আৰু এটা মানুহ আনি সাপৰ আগত দিলেহি। সাপটোৱে মানুহটো জীয়াই জীয়াই গিলি থলে। এইদৰে প্ৰতিদিনে চিকাৰীটোৱে গাঁৱৰপৰা এটা এটাকৈ মানুহ ধৰি আনি সাপটোক দিবলৈ ধৰিলে। এনে কৰাত গাঁৱত মানুহৰ সংখ্যা কমি আহিল। শেষত এহাল বুঢ়া-বুঢ়ী আৰু এটা সৰু লৰাহে থাকিল গৈ। চিকাৰীটোৱে সিহঁতৰ এটাক আনিবলৈ যোৱাত বুঢ়াটো আৰু লৰাটোৰ ভিতৰত তৰ্কা-তৰ্কি লাগিল। বুঢ়াই কয়—'মই যাওঁ'—লৰাই কয়—'মই যাওঁ' শেষত লৰাটোৱেই প্ৰথমে যোৱাটো স্থিৰ হ'ল। চিকাৰীটোৱে লৰাটো নি সাপৰ আগত দিলে। সাপটোৱে লৰাটো জীয়াই জীয়াই নেখাই তাক মাৰি খাবলৈ ইচ্ছা কৰি খুব মৰিয়ালে। কিন্তু লৰাটো নমৰিল। শেষত সাপটোৱে কলে—'তোক মাৰিব নোৱাৰিলোঁ যেতিয়া মই আৰু মানুহ নেখাওঁ।' এই বুলি কৈ এডাল লাঠী, এখন ধেনু আৰু এটা টেমা ( ন্যাচু ) লৰাটোক দি তাক পঠাই দিলে। ঘৰলৈ ঘূৰি আহি লৰাটোৱে সকলো কথা বুঢ়া-বুঢ়ীৰ আগত কলে আৰু টেমাটো দি দিলে। বুঢ়া-বুঢ়ীয়ে মনৰ আনন্দত টেমাটো খুলি চাই দেখিলে যে তাৰ ভিতৰত কিছুমান ধান আছে। লৰাটোৱে লাঠী আৰু ধেনু লৈ আন এখন গাঁৱলৈ গুচি গ'ল। সেই গাঁওখন পাই লৰাটোৱে দেখিলে যে তাৰ মানুহবিলাকক 'ফি-ফাই' নামৰ ৰাক্ষস এটাই খাবলৈ ধৰিছে। প্ৰায় সকলো মানুহ শেষ হ'ল, কেৱল এজনী ছোৱালীহে বাকী আছে। লৰাটোক দেখি ছোৱালী-জনীয়ে 'ফি-ফাই' আহিছে বুলি ভয়ত চকু মুদিলে। তেতিয়া লৰাটোৱে কলে—'ভয় নকৰিবি—উঠ—মই 'ফি-ফাই' নহওঁ।' ছোৱালীজনীয়ে চকু মেলি লৰাটোক দেখি তাৰ ওচৰলৈ যাব খোজোঁতেই 'ফি-ফাই'টো আহি ওলালহি। 'ফি-ফাই'টোক দেখি ছোৱালীজনীয়ে ভয়ত লৰাটোক সাৱটি ধৰিলে। ফি-ফাইটোৱে লৰাটোক কলে—'তই ছোৱালী জনী

এৰি দে। তাইৰ মাক-বাপেকে তাইক মোক খাবলৈ দিছে।' লৰাটো 'ফি-ফাই'ৰ কথাত মান্তি নহল। তেতিয়া সিহঁত দুয়োটাৰ মাজত কাজিয়া লাগিল। কাজিয়া কৰি থাকোঁতে এবাৰ লৰাটোৱে মাটিতে কাঁড় এপাট মাৰি দিলে। মাটি দুফাল হৈ পানী ওলাল আৰু সেই পানীয়েই এখন ডাঙৰ নৈ হ'ল। নৈখনৰ এফালে ফি-ফাইটো থাকিল আৰু আনফালে ল'ৰা-ছোৱালী হাল। লৰাটোৱে ওপৰৰ ফালে আৰু এপাট কাঁড মাৰি পঠিয়ালে। তেতিয়া এটা প্ৰকাণ্ড শিল আহি ফি-ফাইৰ গাত পৰিল আৰু সি মৰি থাকিল। ফি-ফাইটোক মৰাৰ কাৰণে ওচৰৰ সকলো গাঁৱৰ মানুহে লৰাটোক খুব ভাল পালে। সকলো ৰাইজে গোট খাই ছোৱালীজনীৰ লগত তাৰ বিয়া পাতি দিলে।

ইফালে বুঢা-বুঢীয়ে টেমাটোৰ ভিতৰত পোৱা ধানখিনি সিঁচি খেতি কৰিলে। তেতিয়াৰপৰা পৃথিৱীত ধান খেতি হ'ল।

---

## শামুকৰ সাধু

### ( পুনশ্চ মানৃফান )

এসময়ত এজনী মাইকী মানুহে এটা শামুকৰ জন্ম দিলে। লৰাৰ সলনি শামুক এটা জন্ম হোৱা দেখি গাঁৱৰ সকলো মানুহে বৰ অমঙ্গলৰ চিন বুলি—মঙ্গল চোৱা মানুহৰ ওচৰত তাইক চোৱাবলৈ কলে। মঙ্গলতিয়ে মাইকীজনীক শামুকটো পানীৰ কাষত থবলৈ কলে। মঙ্গলতিৰ কথামতে মানুহজনীয়ে শামুকটো নি ওচৰৰে নৈ

এখনৰ পাৰত পানীৰ কাষতে থৈ দিলেগৈ। কিছুদিনৰ পিচত সেই শামুকটোৰ পেটৰপৰা এটা বৰ ধুনীয়া লৰা ওলাল। লৰাটোৱে জন্ম হৈয়েই গান গাব পাৰিছিল আৰু চিংফৌ গান গাই গাই নৈৰ পাৰৰপৰা উঠি আহিছিল। এনেতে এজনী বুঢ়ীয়ে পানী আনিবলৈ গৈ লৰাটোক লগ পালে। বুঢ়ীয়ে লৰাটোক ঘৰলৈ লৈ আহিল আৰু তুলি-তালি ডাঙৰ দীঘল কৰিলে। কিছুদিনৰ পিচত যেতিয়া লৰাটো ডেকা হ'ল, তেতিয়া তালৈ বলি বুঢ়ীয়ে এজনী ছোৱালী বিচাৰিলে।

সেই গাঁৱতে এজন ধনী মানুহৰ এজনী ছোৱালী আছিল। ছোৱালীজনী দেখিবলৈ বৰ ধুনীয়া। এদিন লৰাটোৱে সেই ছোৱালীজনী দেখি তাইকে তালৈ বিয়া কৰাই দিব লাগে বুলি বুঢ়ীক খাটিলেহি। বুঢ়ীয়ে লৰাটোক খং কৰি কলে—'তই শামুকৰ পেটৰপৰা ওলাই কি ইমান ধুনীয়া ছোৱালী বিচাৰিছ?' তথাপিতো লৰাটোৰ কথা পেলাব নোৱাৰি বুঢ়ীয়ে ছোৱালীজনী খুজিবৰ কাৰণে ধনী মানুহৰ ঘৰলৈ গ'ল। ছোৱালীজনীয়ে—শামুকৰ পেটৰপৰা ওলোৱা লৰাৰ কাৰণে ছোৱালী খুজিবলৈ আহিছে বুলি বুঢ়ীক লাজ দিলে। বুঢ়ীযে উপায় নেপাই ঘৰলৈ ঘুৰি আহিল। লৰাটোৰ আগত সকলো কথা কোৱাত—সি নিজেই ছোৱালীজনীৰ বাপেকৰ ওচৰলৈ গ'ল। তেতিয়া ছোৱালীজনীৰ বাপেকে কলে—'তুমি যদি আমাৰ গাঁৱৰ মাজত ছোৱালীজনী অহা-যোৱা কৰিবৰ কাৰণে এটা আলি বান্ধি দিব পাৰা তেতিয়াহে মোৰ ছোৱালী তোমালৈ দিম।'

বাপেকৰ কথাত লৰাটোৰ মনলৈ অলপ আশাৰ ভাব আহিল। সি অতি কষ্ট কৰি গাঁৱৰ মাজেদি এটা ডাঙৰ আলি বান্ধিলে। লৰাটো বৰ বুধিয়ক আছিল। সি দুটা চকাৰে এখন কাঠৰ গাড়ীও সাজিলে। আলি বন্ধা আৰু গাড়ী সাজি শেষ হোৱাত সি ছোৱালীজনীৰ বাপেকৰ ওচৰলৈ গ'ল। বাপেকে তাৰ কামত অতি সন্তোষ পালে আৰু তালৈ ছোৱালীজনী বিয়া দিলে। শামুকৰ পেটৰপৰা

ওলোৱা লৰাই কষ্ট পাব বুলি বাপেকে জীয়েকৰ লগত ধান-চাউল টকা-পইচা আদি বহুত বস্তু দিলে। লৰাটোৱে অশেষ কষ্ট কৰি ঘৰ-দুৱাৰ সাজি খেতি-বাতি কৰি মহাসুখত থাকিল। শেষত ছোৱালীজনীৰ বাপেকৰ দৰেই সিও বৰ ধনী মানুহ হ'ল।

---

# কাছৰ সাধু

এসময়ত এখন গাঁৱত এজনী মানুহে চাৰিটা লৰা আৰু শেষত এটা কাছ পোৱালি জন্ম দিলে। কাছটো জন্ম দিয়াৰ পিচত অমঙ্গলৰ চিন বুলি মাইকী জনীয়ে এজন যাদুকৰৰ ওচৰলৈ গ'ল। যাদুকৰে সকলো চাই চিতি কলে—'তুমি ঘৰলৈ গৈ লৰা চাৰিটা জীয়াই জীয়াই পুতি পেলাবা আৰু কাছটো পুহিবা।' যাদুকৰৰ কথাত মাকজনী আচৰিত হ'ল যদিও—কিজানিবা আৰু বেচি অমঙ্গল হয় বুলি ভাবি ল'ৰা কিটা জীয়াই জীয়াই পুতি পেলালে আৰু কাছটো পুহিবলৈ ললে।

কিছুদিনৰ পিচত কাছটোৰপৰা একো লাভ নোহোৱা যেন দেখি খঙত তাক এদিন পানীত পেলাই দিলে। কাছটো পানীৰপৰা উঠি আহি এজোপা গছৰ ওপৰত উঠিলগৈ। তেতিয়া সি গছত বহি বহি গান গাবলৈ ধৰিলে। এদিন এটা বুঢাই সেইফালে যাওঁতে গছৰ ওপৰত বহি থকা কাছৰ গান শুনি গছৰপৰা কাছটো নমাই ঘৰলৈ লৈ গ'ল আৰু পুহিলেগৈ। কিছুদিন থকাৰ পিচত এদিন কাছই বুঢাক কলে—'মোৰ কাৰণে এজনী ছোৱালী বিচাৰি দিব লাগে।'

কাছৰ কথাত বুঢা আচৰিত হ'ল আৰু সুধিলে—'তই কাছ, তোক আক' ছোৱালী কিয় লাগে?' বুঢাৰ কথাত একো নেমাতি যেনে তেনে এজনী ছোৱালী বিচাৰি দিব লাগে বুলি কাছই

বুঢাক খাটিলে। সেই গাঁৱতে এজন ধনী মানুহ আছিল। বুঢ়া সেই মানুহজনৰ ঘৰলৈ গ'ল আৰু তেওঁৰ জীয়েকক কাছলৈ ধৰিলে গৈ। বুঢাৰ কথা শুনি তেতিয়া ধনী মানুহজনে বুঢাক কলে—'বাৰু কাছই যদি এটা আলি বান্ধিব পাৰে তেতিয়া হলে মোৰ ছোৱালীজনী দিম।' বুঢাই কোৱামতেই কাছই এটা আলি বন্ধালে আৰু ছোৱালীজনীৰ ওচৰলৈ গ'ল। ছোৱালীজনীয়ে কাছৰ লগত বিয়া হবলৈ আপত্তি কৰিলে। তথাপি তাই কলে—'তুমি যদি মই থাকিবৰ কাৰণে এটা ভাল ঘৰ সাজিব পাৰা তেতিয়াহলে তোমাৰ লগত বিয়া হম।'

কাছই আহি বুঢাক ছোৱালীজনীৰ কথা কলেহি। তেতিয়া বুঢাই গাঁৱৰ ৰাইজক খাটি মেলি এটা ঘৰ সজাই দিলে। ঘৰ সজা শেষ হ'লত কাছই গৈ ছোৱালীজনী লৈ আহিল আৰু তাইক নিজৰ ঘৰত ৰাখিলেগৈ।

কিছুদিন সেইদৰে থকাৰ পিচত ছোৱালীজনীয়ে গম পালে যে মানুহ নথকাৰ সময়ত সেই কাছটোৰ ভিতৰৰপৰা এটা মানুহ ওলায়। এদিন তাই ঘৰৰপৰা আঁতৰি ওচৰৰে হাবিৰপৰা চাই থাকিল। কোনো নথকা যেন গম পাই কাছটোৰ ভিতৰৰপৰা এটা মানুহ ওলাই দা আৰু যাঠী লৈ চিকাৰ কৰিবলৈ হাবিলৈ গ'ল। ছোৱালী জনীয়ে সকলো গম পাই ঘৰলৈ আহি দেখিলে যে কাছৰ খোলাটোহে ঘৰত পৰি আছে, তাৰ ভিতৰত একো নাই। তেতিয়া তাই লৰা-লৰিকৈ সেই খোলাটো জুইত পুৰি পেলালে। আধাপোৰা হওঁতেই মানুহটোৱে গম পাই লৰালৰিকৈ ঘৰলৈ ঘূৰি আহিল। খোলটো পোৰাত সি আৰু তাৰ ভিতৰত সোমাব নোৱাৰিলে; ফলত সি মানুহ হৈয়েই থাকিল। সি তেতিয়া আধাপোৰা কাছৰ খোলটো হাতেৰে চেপি দিলে আৰু তাৰ পৰা প্ৰায় এহেজাৰতকৈয়ো বেছি মানুহ ওলাল। সেই মানুহবোৰক সেইটো ঘৰত থাকিবলৈ নোজোৰাত সিহঁত বেলেগ বেলেগ ঠাইলৈ গুচি গ'ল।

# ছাওৰা স্পোৰা আৰু জলকুঁৱৰী

তাহানি কালত গাৰো বা আচিকসকলে কামাখ্যা অঞ্চলত বাস কৰিছিল। সেই সময়ত তেওঁলোকৰ মাজত ছাওৰা স্পোৰা নামে এজন মানুহ আছিল। এদিন তেওঁ হাবিত ঘূৰি ফুৰোতে চংদু নৈৰ পাৰত গছৰ গুটি বুটলি খাই থকা এগৰাকী জলকুঁৱৰীক লগ পালে।

এই নৈখনৰ পাৰত তেতিয়াৰ দিনত প্ৰকাণ্ড প্ৰকাণ্ড একোটা শিল পৰি আছিল।

ছাওৰা স্পোৰাই ৰূপহী জলকুঁৱৰীৰ কাষলৈ নিৰ্ভয়ে গৈ তেওঁৰ হাতত থাপ মাৰি ধৰিলে। তেওঁ মানুহটোলৈ অকণো ভয় নকৰিলে, কিন্তু লাজতে হাত আৰু চুলিৰে মুখখন ঢাকিবলৈ যত্ন কৰিলে। ছাওৰা জলকুঁৱৰীৰ ৰূপত ভোল গ'ল।

জলকুঁৱৰীয়ে ছাওৰাক শিলৰ তলৰ দ পানীত থকা বাসস্থানলৈ লৈ গ'ল। জলকুঁৱৰী লগত থকা বাবে মানুহটোৱে পানীতে মাটিত খোজ কঢ়াদি খোজ কাটি ফুৰিব পাৰিছিল। তেওঁৰ কাণৰ ফুটাত, নাকৰ বিন্ধাত নাইবা মুখেৰেও এটোপা পানী সোমোৱা নাছিল। গাটোও অকণিকে পানীতে তিতা নাছিল। গাত চেঁচাও লগা নাছিল। জলকুঁৱৰীৰ কৃপাত পানীৰ তলতো পৃথিৱীৰ দৰে বতাহ পাইছিল।

ৰঙতে বিভোৰ হোৱা জলকুঁৱৰী আৰু ছাওৰা গৈ যেতিয়া পানী-তলৰ ঘৰ পালেগৈ তেতিয়া ছাওৰাক এটা বিৰাট জীয়া কাছৰ পিঠিত বহিবলৈ দিলে। ঘৰটো চাৰিওফালে বহুমূলীয়া মণি-মুকুতাৰে সজোৱা। অলেখ চিত্ৰ-বিচিত্ৰ মাছে আলহীলৈ অকণো কেৰেপকে

নকৰি ইফালে সিফালে জপিয়াই ফুৰিছে। জলকুঁৱৰীয়ে তেওঁৰ সকলো লিগিৰা লিকচৌক ধুমধামকৈ বিয়াৰ আয়োজন কৰিবলৈ আদেশ দিলে। ছাওৰাৰ স'তে তেওঁৰ উৎসৱ আৰু চিৰাচৰিত প্ৰথা অনুযায়ী বিয়া হব বুলি ৰাজ্যত জাননী দিলে।

ছাওৰা স্পোৰা জলকুঁৱৰীৰ দেশৰ অদ্ভুত অদ্ভুত বস্তুবোৰ আৰু সিহঁতৰ কাৰ্য্যকলাপ চাই অবাক হৈছিল। সি বৰ আমোদেৰে সকলোবোৰ চাই ফুৰিবলৈ ধৰিলে। জল-ৰাজ্যৰ সকলো প্ৰাণীয়ে তাক ৰজা হিচাপে সন্মান কৰি চলিবলৈ ধৰিলে, আন কি কুম্ভীৰ, ঘঁৰিয়াল, সমুদ্ৰ-সৰ্প আদি বিৰাটকায় জন্তুবোৰেও তালৈ সঙ্কোচ কৰি চলিবলৈ ধৰিলে।

মহা ধুমধামেৰে বিয়া হৈ গ'ল। দুকুৰি দিন দিনে-নিশাই এই উৎসৱ চলিল। এই গোটেই কেইদিন পানীৰ ওপৰ ভাগত ধাৰাষাৰ বৰষুণ হ'ল। শিল ধুমুহায়ো থুন্দি আছিল। তিৰবিৰোৱা বিজুলীয়ে পৃথিৱী চমকাই তুলিছিল, গৰ্জ্জনত মাটি কঁপি উঠিছিল। কোবাল বতাহে নৈ-জান-জুৰি ওফোন্দাই পেলাই বানপানীৰ ঢল বোৱাইছিল, ঢউ খেলোৱা পানীত ছাওৰা স্পোৰা আৰু জলকুঁৱৰীয়ে সাপে টনা সুসজ্জিত ৰথত উঠি শোভাযাত্ৰা কৰিছিল। ইয়াত যোগ দিছিল মৎস্যকন্যাহঁতে, বিৰাটকায় জলজন্তুবোৰে, হেজাৰ বিজাৰ মাছ-পুঠীয়ে। সুমধুৰ সঙ্গীতৰ সুৰে গোটেই সাগৰখন মুখৰিত কৰি তুলিছিল।

ছাওৰা স্পোৰা আৰু জলকুঁৱৰীয়ে এইদৰে বিয়া পতাত আগলৈকে পৃথিৱীৰ ডেকা-গাভৰুহঁতৰ সৈতে জলকোঁৱৰ জলকুঁৱৰীহঁতে বিয়া পাতিব পৰা বাট ওলাল। ছাওৰাৰ মানুহৰ লক্ষণ সকলোখিনি অটুট থকাৰ উপৰি সি এতিয়া অনায়াসে পানীৰ অতল তলত বাস কৰিব পৰা হ'ল। কুঁৱৰীৰ প্ৰতি অসীম স্নেহত তাৰ লাহে লাহে গভীৰ পানীৰ মাজতো থাকিবলৈ ভাল লগা হ'ল; জলগৃহ পৃথিৱীৰ ঘৰখনৰ দৰে আপোন যেন লগা হ'ল।

বহুদিনৰ পাচত এদিন ছাওৰাই প্ৰস্তাৱ কৰিলে যে এবাৰ

পৃথিৱীৰ তাৰ আপোন মানুহবিলাকৰ ওচৰৰপৰা অহা যাওক। এই কথাত কুঁৱৰী আনন্দেৰে মান্তি হ'ল। ইফালে ছাওৰাৰ ঘৰৰ মানুহবোৰে বহুদিন তাক বিচাৰি নেপাই পানীত পৰি মৰিল বুলিয়ে ধৰি লৈছিল। তেতিয়া প্ৰথা অনুযায়ী সিহঁতে তাৰ পিন্ধা কাপোৰ-কানিবোৰকে শৰ পৰিবৰ্ত্তে সৎকাৰ কৰিলে। দুয়ো যেতিয়া গাঁৱলৈ আহিবলৈ ওলাইছিল তেতিয়া শ-সৎকাৰৰ পাচৰ কাজ-কামৰ দিহা কৰা হৈছিল। এই সকামক উমাং চোৱা বা চুগানা বোলা হয়। সকামলৈ বুলি বহুত যা-যোগাৰ কৰিছিল। তেনেতে ছাওৰা স্পোৰাক জলকুঁৱৰীৰ স'তে গাঁৱৰ ফালে অহা দেখি আটাইবোৰে বিচূৰ্ত্তি খালে। সিহঁতে তেওঁলোকক আদৰিবলৈ লৰ ধৰিলে। ছাওৰাই তেওঁৰ পত্নীক আত্মীয়-স্বজনেৰে পৰিচয় কৰাই দিলে আৰু তেওঁক সাডম্বৰে অভ্যৰ্থনা কৰিবলৈ অনুৰোধ কৰিলে। কিন্তু মানুহে খোৱা উৎকৃষ্ট খাদ্যসমূহ জলকুঁৱৰীৰ বাবে অতি অখাদ্য আছিল। আগত দিয়া সুখাদ্যবোৰ তেওঁ অকণো ছুব নোৱাৰিলে। গাঁৱৰ হুলস্থূলীয়া পৰিবেশেও কুঁৱৰীক সাগৰ তলৰ শান্তিৰ একণিকাও দিব নোৱাৰিলে।

ছাওৰাৰ আপোন মানুহবোৰে তাক আকৌ পাই বৰ আনন্দ পালে। তাৰ এই আগমনৰ উলাহত সিহঁতে দিনে-ৰাতিয়ে ভোজ-ভাত খাই ৰং-ধেমালি কৰিবলৈ ধৰিলে। শৰাধলৈ অনা বয়-বস্তুবোৰ আনন্দ উৎসৱৰ ভোজত লাগিল। ছাওৰাই হেঁপাহ পলুৱাই মদ-ভাত খালে।

ইফালে ইমান দিনে জলকুঁৱৰীয়ে একোটিকে মুখলৈ নিব পৰা নাই, চকুৰে *টিপকে* মাৰিব পৰা নাই। তেওঁ অধীৰ হৈ ছাওৰাইনো কাহানিকৈ ঘূৰি যোৱাৰ প্ৰস্তাৱ কৰে তালৈকে বাট চাই আছে। উৎসৱত মত্ত ছাওৰাৰ ইফালে কুঁৱৰীৰ লঘোনলৈ কাণসাৰেই নাই। কুঁৱৰীৰ কথালৈ কাণ নিদি সি খোৱা-বোৱাতে মগ্ন থাকিল। আপোন মানুহেও অত দিনৰ মূৰত উভতি অহা তাক আজি থাক, কালি থাক,

কৈ সদায় ৰখাই আছে। কুঁৱৰীয়েও ছাওৰাৰ মৰমতে অকল বতাহ আৰু নিয়ৰ খাইয়ে ধৈৰ্য্যেৰে দিন নিয়াইছে।

ছাওৰা মদতে বুৰ গ'ল। সি মাতাল অৱস্থাত অনবৰত চিঞৰি-বাখৰি গান গাই হুলস্থূল কৰি থকা হ'ল। কুঁৱৰীৰ অনুৰোধ তাৰ কাণত নোসোমায়। বিৰক্ত হৈ কুঁৱৰীয়ে তাক সোনকালে তেওঁৰ লগত উভতি যাবলৈ টানি ধৰিলে। সি আকৌ আৰু কেইদিনমান থাকিবলৈহে টানি ধৰিলে। পেট ভৰি থকা মানুহে ভোকৰ পোৰণি কেনেকৈ বুজিব! কুঁৱৰীয়ে আৰু সা'দিন নোখোৱা-নোবোৱাকৈ কটালে।

ভোকৰ পোৰণি আৰু ভীষণ কোলাহল সহ্য কৰিব নোৱাৰি আৰু ছাওৰাক ঘূৰাই নিয়াৰ আশা নেদেখি এদিন অকলশৰে মনে মনে তেওঁ সাগৰতলীৰ ঘৰলৈ গুচি গ'ল। হতাশাই তেওঁৰ মন আগুৰি ধৰিলে। কিছু সময়ৰ পাচতে ছাওৰাই তাৰ পত্নীক বিচাৰিলে, কিন্তু নেপালে। শেহত লাহে ধীৰে বিচাৰি যাম বুলি থাকিল।

মদৰ ৰাগী আতৰিলত ছাওৰাই কুঁৱৰীক বিচাৰি চ'লাথ কৰিলে। হঠাতে এটা দ-পুখুৰীৰ পাৰ পাই সেয়াই তাৰ জলকুঁৱৰীৰ বাসস্থান বুলি মনতে ধৰি ললে আৰু একো নভবা-নিচিন্তাকৈ পানীত জপিয়াই পৰি তললৈ যোৱাৰ চেষ্টা কৰিবলৈ ধৰিলে। কিন্তু উশাহ নোপোৱাত আকৌ ওপঙি উঠিবলৈ বাধ্য হ'ল। বাৰে বাৰে চেষ্টা কৰিও সি ব্যৰ্থ হ'ল। পানীৰ তলত সোমালেই কলিজা ফাটি যায় যেন হয়। শেষত সি হতাশ হলগৈ। সি বুজিলে যে জলকুঁৱৰীৰ সহায় নহলে কোনো নৰ-মনিচে পানীৰ তলত জীয়াই জীয়াই সোমাব নোৱাৰে। তেতিয়াহে সি কুঁৱৰীৰ প্ৰতি কৰা অবিচাৰ আৰু অপৰাধৰ গুৰুত্ব বুজি পালে। শেষত হতাশ মনেৰে সি গাঁৱলৈ উভতি আহিল।

ছাওৰা স্পোৰাই এটা প্ৰকাণ্ড পুখুৰীৰ পাৰৰ শিল এটাত বিষাদ-মনে বহি থকা জলকুঁৱৰীয়ে দেখা পালে। জলকুঁৱৰীৰ মনত বৰ তিতা লাগিছিল। তেওঁ ততালিকে এটা বিৰাট ঘঁৰিয়ালক তাক টানি

পানীলৈ আনিবলৈ আদেশ দিলে। তাৰ পিচত প্ৰকাণ্ড বামি মাছ এটাক তাক মেৰিয়াই ধৰি নেজেৰে ভীষণভাৱে কোবাবলৈ আদেশ দিলে। সিহঁত তেওঁৰ ভৃত্য। ৰাণীৰ আদেশ সিহঁতে তৎক্ষণাত পালিলে। এই শাস্তিত ছাওবাৰ মৃত্যু হ'ল। তাৰ মৰাশ পানীত ওপঙি উঠিল। আত্মাটো ঘঁৰিয়াল আৰু মাছে জলকুঁৱৰীৰ হাতত দিলেগৈ।

আচিকসকলে বিশ্বাস কৰে যে কোনো জলকোঁৱৰ বা জলকুঁৱৰীয়ে মৰ্ত্ত্যৰ মানৱ-মানৱীক পাবলৈ আকাঙ্ক্ষা কৰিলে সিহঁতৰ আত্মা পানীৰ তললৈ লৈ গৈ দেহাবোৰ ওপঙাই দিয়ে। সেইবোৰ মাছ-মগৰৰ খাদ্য হয়। সেই দেখি, কোনোবা পানীত বুৰি মৰিলে আচিকে কয় যে 'জলকুঁৱৰীয়ে নিলে'।

---

# দঁতাল আৰু কেঁটেলা পহু

এদিনাখন এটা বৰ ডাঙৰ দঁতাল হাতীয়ে ফটিকৰ ধাৰ যেন এটা জুৰিত পানী খাই আছিল। হঠাতে পানীখিনি ঘোলা হৈ গ'ল। দঁতালৰ বৰ খং উঠিল। সি হেন প্ৰাণীটোৱে পানী খোৱা জুৰি ঘোলা কৰিবলৈ কাৰ ইমান সাহ তাকে চাবলৈ আগুৱাই গ'ল। খণ্ডত একো-নাই-হোৱা দঁতালটোৱে বিচাৰি গৈ এটা কেঁটেলা পহু পালে। সি সেইমাত্ৰ জুৰিত গা ধুই তাৰ গাঁতত সোমাবলৈ ধৰিছিলহে। দঁতালে বীৰদৰ্পে গৈ গৰজি উঠিল :

'মই পানীখোৱা জুৰি ঘোলা কৰাটো তয়েই নে ?'

কেঁটেলা পহুটোৱে থমক খাই দঁতালৰ ফালে চালে। তাকে দেখি দঁতালে আকৌ কলে :

'হেৰ অধম, তোৰ ইমান সাহ, মোৰ পানী ঘোলা কৰ। নেজাননে মই প্ৰাণীশ্ৰেষ্ঠ বুলি ?'

এইবাৰ কেঁটেলাই দঁতাললৈ কেৰাহিকে চাই শান্তভাৱে কলে :

'এই জুৰিৰ মই একমাত্ৰ গৰাকী, কোন তই, তোৰ ইমান সাহ, মোৰ জুৰিত পানী খাবলৈ আহ ? য'ৰ ময়ে একমাত্ৰ গৰাকী, তাত থিয় দিবলৈ তোৰ ইমান স্পৰ্দ্ধা ? এই পৃথিৱী আৰু পাতালৰ ময়ে একমাত্ৰ গৰাকী বুলি নেজাননে ? শীঘ্ৰে দূৰ হ', নহলে তোক জীয়াই জীয়াই পুতিম।'

দঁতালে বিস্ময় মানি কেঁটেলা পহুটোলৈ চালে। এধানমান প্ৰাণীটোৰ মুখত এনে বৰ কথা। সি ক'লে :

'ই কি কথা ? সকলো প্ৰাণীয়ে মোক শ্ৰেষ্ঠ বুলি মানিছে। এতিয়া তই ক'ব খোজ তইহে শ্ৰেষ্ঠ। তই যে প্ৰকৃততেই মোতকৈ ডাঙৰ, মুখেৰে ক'লেই নহব, সেই কথাৰ প্ৰমাণ দিব লাগিব।'

এইবাৰ কেঁটেলা পহু খঙত গৰজি উঠিল : 'কি, তোৰ ইমান সাহ। প্ৰাণী-শ্ৰেষ্ঠ মোক অত কথা কৱ ? মোৰ লগত মুখ-চুপতি মাৰিবলৈ তোৰ ইমান সাহ। কিয়, তই দেখা নাইনে তোৰ গোটেই গাটোৱেই জানো মোৰ কেঞা আঙুলিৰ মূৰটোৰ সমান নহয় ? তোৰ শৰীৰৰ নোম এডালেই মোৰ নোমৰ লগত ফেৰ মাৰকচোন ? তেহে প্ৰমাণ পাবি।'

এনে গৰ্ব্বপূৰ্ণ উত্তৰ দি কেঁটেলা পহুৱে তাৰ গাঁতৰ মুখত বীৰদৰ্পে থিয় দি ৰ'ল। তাৰ শৰীৰৰ এছোৱা গাতৰ ভিতৰত, মাত্ৰ আগ-ডোখৰহে বাহিৰত ৰ'ল। দঁতালে কেঁটেলাৰ গৰ্ব্ব-বচন শুনি তাৰ ঠৰঙা-দিয়া কাঁইট এডাল টানিবলৈ যাওঁতে বুজিলে যে এই নোমৰ লগত তাৰ নোম কোন কুটা ? দঁতালক চিন্তিত হোৱা যেন দেখি এধানমান প্ৰাণীটোৱে এইবাৰ অৱজ্ঞাৰ সুৰত ক'লে :

'মোৰ গাটোৰ আগছোৱাৰ নোমৰ প্ৰতাপ দেখিলি ? পাছৰ ছোৱা তো তোৰ সেই চেৰেলা দেহাটোতকৈয়ো বিৰাট। ভুৱন্তে

পলা, নহলে থিতাতে মৰিবি এতিয়া। তোৰ কি দৰকাৰ আছিল মোৰ এলেকালৈ আহি মোৰ ওচৰতে ইমানকৈ বৰ কথা কোৱাৰ ?' ভয়াতুৰ দঁতালে কেঁটেলা পহুৰ কথাতে পতিয়ন গৈ ভয়ত তৰা-নৰা ছিঙি ঢাপলি মেলিলে।

কেঁটেলা পহু আদি গাঁতত বাস কৰা প্ৰাণীসমূহৰ মুখিয়াল গীপি জঙ্গাপা ৰাচিংপা নামৰ এন্দুৰটোৱে গোটেইটো ঘটনা ভালদৰে শুনি ললে। দুয়োটো জন্তুৰ আচল পাৰ্থক্য সি ভালদৰেই জানে। সেই দেখি সেই বিৰাটকায় গহীন গম্ভীৰ হাতীটো ক্ষুদ্ৰ পহুটোৰ ভয়ত লৰি পলোৱা শুনি আৰু ৰ'ব নোৱাৰিলে। একেৰাহে দিনৰ পাচত দিন ধৰি হাঁহিবলৈ ধৰিলে। হাঁহোতে হাঁহোতে চকু চাপ খাই দীঘলীয়া হৈ গ'ল। মুখ জাপ নোখোৱা হ'ল। বুকু ওফন্দিল, মুখে ফেনাবলৈ ধৰিলে। তাৰ সৰ্ব্বশৰীৰ হাঁহিৰ খুন্দাত কঁপিবলৈ ধৰিলে—দিনৰ পাচত দিন। ফলত হ'ল কি—কোনোবা যুগতে কেঁটেলা পহুৰ ভয়ত পলোৱা হাতীৰ কাণ্ড শুনি হাঁহি হাঁহি তত নোপোৱা আজো-ককাৰ বংশধৰহঁতৰ ওপৰ ওঁঠখন আজিও দাং খাই থাকিল, চকুযোৰ আধা মুদা হৈ ৰ'ল।

---

# প্ৰথম মৃত্যু

আদিতে মানুহ অমৰ আছিল। কোনো ধৰণৰ বেমাৰ-আজাৰ বা মাৰাত্মক ধৰণৰ দুৰ্ঘটনা আদিয়ে মানুহক স্পৰ্শ কৰিব নোৱাৰিছিল। আচলতে তেনে বেমাৰ-আজাৰ দুৰ্ঘটনা আদি তেতিয়া নহৈছিলেই। মৃত্যু, অসুখ-অশান্তি, মাৰি-মৰক আৰু মাৰাত্মক দুৰ্ঘটনা মানুহৰ মাজলৈ আহিল দেৱতা আৰু আন আন প্ৰাণীৰ অভিশাপৰ ফলতহে,

কিয়নো মানুহৰ অপকৰ্ম্ম, ভুল-ভ্ৰান্তি, অবাধ্যতা আৰু দৰ্পই মানুহৰ প্ৰতি ঘৃণা আৰু বিদ্বেষৰ সৃষ্টি কৰিলে।

মানুহৰ মাজত প্ৰথম মৃত্যুৰ অভিজ্ঞতা লাভ কৰিলে মেঘাম্ গৈৰিপা নামৰ মানুহটোৱে। তাৰ মাক আছিল আলিমে দিংটিমে; ঘৈণীয়েক গ্ৰিম্‌চি বাচাৰি। ওখই-পাখই প্ৰকাণ্ড মানুহটো। সৰ্ব্ব শৰীৰত শক্তি উপচি প্ৰকাশ হৈ পৰিছে। জীৱনত কাহানিও বেমাৰ কাক বোলে জনা নাই। চিমচাং নৈৰ পাৰত তাৰ ঘাই ঘৰ।'

এদিনাখন মেঘাম্ গৈৰিপাই লগত জীয়েক গৈৰি চিঙ্গেৰিক লৈ হাটলৈ গ'ল। উভতি আহোঁতে গিজাংৱা দিলচিংগিটেল নৈয়েৰে আহিব খুজিলে। শ্বাংমা চাংৰেং নামৰ মানুহ এটাই সেই নৈতে নৈৰ ইপাৰ-সিপাৰ জুৰি এখন জাল পেলাইছে। বাটৰুৱাক দেখি সি ক'লে :

'মোৰ জালৰ কাষেদি তোমালোক নৈ পাৰ নহবা, অলপ আঁতৰেদি যোৱা।'

মেঘাম গৈৰিপা মানুহটো একা-চেকা বিধৰ— টিকনিৰ আগতে তাৰ খঙটো। মাছুৱৈৰ অনুৰোধলৈ কাণ দিয়াৰ সি কোনো প্ৰয়োজন নেদেখিলে। বৰং মনতে দকচি উঠিল : 'ইঃ মই তাতকৈ কেবা গুণেও বলী। তাৰ দৰে নিশকতীয়া এটাই মোক কি কৰিব পাৰে।'

এইবুলি মনতে কৈ বীৰদৰ্পে জীয়েকক লগত লৈ সেইপিনেই পাৰ হবলৈ গ'ল। ফলত বহুত মাছ সিঁচৰতি হৈ জালত নোসোমাই উজাই গুচি গ'ল। শ্বাংমা চাংৰেং খঙত একো নাই হ'ল। সি তাক শাও দিলে : 'তই যেন ডিনা পেনাৰেঙৰ হাতত পৰ, নাইবা ৰাংগা মিক্‌শ্বিম্বাৰ গৰাহত পৰ। ছা' ভিন্না দেৱতাৰ শাওপাত লাগক তোৰ গাত। মাঙ্গা ভিন্না আৰু গিল্‌নে ছা' ডহ্‌বেট দেৱতাই তোক শাস্তি দিয়ক।'

মেঘাম্ গৈৰিপাৰ এইবাৰ ভয় লাগিল। হঠাতে সি ৰাজহাড কঁপোৱা সিৰসিৰণি এটা অনুভৱ কৰিলে। তথাপি সি জীয়েকৰ সৈতে কোবাকুবিকৈ খোজ ললে। সিহঁতে গৈ গৈ অপদেৱতাবোৰে

বাস কৰা পৰ্ব্বত এটাৰ কাষ পালেগৈ। তাত তেতিয়া মিছি ছাল-জঙৰ লগুৱা ৰিমেৰিণকে আগনিশা মেঘাম্ গৈৰিপাকে দেখা অমঙ্গলীয়া সপোন এটাৰে কথা কৈ আছিল। অঙহী-বঙহীৰ আগত সপোনটো এইদৰে বৰ্ণনা কৰি আছিল ঃ

যোৱা নিশা সমাজিকত মোক মেঘাম গৈৰিপাই জীয়াই জীয়াই ধৰি নিয়া দেখিছিলোঁ। সি মোৰ দুয়োখন কাণৰ মাজেদি বিন্ধা কৰি শলখা মাৰি, হাত-ভৰি বান্ধি চোঁচোৰাই নিছিল। সেইদৰে সি শেষত মোক হত্যা কৰি পুৰি খাব খুজিছিল।

সমাজিকৰ কথা এইদৰে কৈ থাকোঁতেই মেঘাম আৰু তাৰ জীয়েক সেইখিনি পালেগৈ। সিহঁতক হঠাতে মুখৰ আগতে দেখি সি ভয় আৰু বিস্ময়ত কঁপি কবলৈ ধৰিলে ঃ

'মই মিছি ছালজঙৰ চাকৰহে। তেওঁহে মোক পৃথিৱীলৈ পঠিয়াইছে। মোৰ গাৰ ছালখনলৈ মন কৰাচোন—এইয়া আঁক-বাঁক থকা, আৰু মোৰ মুখখন পকা ৰঙালাওৰ বৰণৰ। কাবৌ কৰিছোঁ, মোৰ গাত হাত নিদিবা। দিলে ফল ভাল নহব।'

মেঘামে সেই কথালৈ কেৰেপকে নকৰি তাক সমাজিকত দেখাৰ দৰেই বান্ধি পেলালে। এই ঘটনাটো ঘটিছিল আহ্ম্ৰা মেলেংগোকা নামে ঠাইত।

এইদৰে সপোন ফলিয়ালে। ৰিমেৰিণক পৰিয়ালৰ মুখিয়াল। আজিও যদি কাৰোবাৰ সপোন এইদৰে ফলিয়ায় তেনেহলে আচিক সকলে তাক ফলিওৱা সপোন বুলি কয়।

গৈৰিপা আৰু তাৰ জীয়েকে বন্দীটোক লৈ নিজবাটে গৈ থাকিল। গৈ গৈ সিহঁতে বিচুবা নৈৰ পাৰত ৰলগৈ। সেই নিশাই মেঘাম গৈৰিপা হঠাতে মৰি থাকিল। মিছি ছালজঙে তেওঁৰ ভৃত্য বিমোৰিণকক বন্দী কৰি নিয়াৰ অপৰাধত এই শাস্তি বিহিলে। পৃথিৱীত মানুহৰ সৃষ্টি হোৱাৰ পাচত এইটোৱেই প্ৰথম মৃত্যু। এতিয়াৰ পৰাই মানুহৰ মৃত্যু আৰম্ভ হ'ল।

বাপেক মৰা দেখি ছোৱালীজনীয়ে ৰাউচি জুৰি কান্দিবলৈ ধৰিলে। ইতিমধ্যে বন্দী পলাই পত্ৰং। তাক ধৰিবলৈ কোনেও সাহকে নকৰিলে। গৈৰিপাৰ প্ৰেতাত্মাই তাৰ হাত-ভৰিৰ বান্ধ খুলি দিলে, কিন্তু তাৰ কাণৰ ওপৰত মৰা শলাৰ বিন্ধা তেনেকৈয়ে ৰৈ গ'ল।

মেঘামৰ শটো গাঁৱলৈ আনিয়া হ'ল। তাত গাঁৱৰ নিয়মমতে লাও-পানীৰে শটো ধুওৱা হ'ল আৰু তাৰ ঘৰৰ সমুখতে কবৰ দিলে। শৱ-সংকাৰৰ পাচত তাৰ আত্মাটোৱে লগত দিয়া গলপতাধাৰ আৰু গৰুৰ মঙহখিনি লৈ ঘৰৰ ভিতৰ সোমাল। সেই সময়তে ঘৈণীয়েক গ্ৰিমচি বাচাৰিয়ে গিৰিয়েকৰ ভাগিনিয়েকটোক লগত লৈ ওচৰতে নৈত জাকৈ বাবলৈ গৈছিল। লৰা-ছোৱালীকেইটাই ঘৰত চুকতে ধেমালি কৰি আছিল। বাপেকক ঘৰলৈ অহা দেখি আনন্দত সিহঁতে কিৰিলি পাৰি নাচিবলৈ ধৰিলে। 'দেউতা আহিল, দেউতা আহিল।' —বুলি মাকক ৰিঙিয়াবলৈ ধৰিলে।

মাকেও তাৰেপৰাই দবিয়ালেঃ 'হেৰ, বাপেৰ কেতিয়াবাই মৰিল, আহিব ক'ৰ পৰা?' এইবুলি কৈয়ে তাই আকৌ জাকৈ বাবলৈ লাগিল।

গৈৰিপাৰ আত্মাটোৱে তাৰ ঘৈণীয়েকৰ এনে আচৰণ দেখি লাজ পালে। তাৰ ভাগিনিয়েকৰ সৈতে অকলে মাছ মাৰি থকা কথাটো সি বাৰু নেপালে। সি খঙতে আত্মাৰ অস্থায়ী নিবাস মংৰু মংৰাম নামৰ পৰ্ব্বতটোৰ ফালে গুচি গ'ল।

ঘৰলৈ উভতি আহি গ্ৰিমচিয়ে গৰুৰ মঙহ আৰু গলপতাধাৰ দেখিবলৈ পালে। তাই এতিযাহে পতিয়ন গ'ল। মনৰ দুখতে তাই গিৰিয়েকক বিচাৰি ওলাল। গিৰিয়েক যোৱা বাটেদিয়েই তাই যাবলৈ ধৰিলে। বাটতে তাই গছ এজোপা দেখিলে। গছজোপাক চাই গিৰিয়েকক সেইবাটে যোৱা দেখিছিলনে সুধিলে। গছ-জোপাই ক'লেঃ

'সি কেতিযাবাই এই ঠাই পাৰ হৈ গ'ল। এয়া চোৱাঁ, সি খেমালিতে মোৰ ঠেঙুলি এটা কাটি পেলাইছিল। এতিয়া তাত আকৌ নতুনকৈ গজালিও ওলাল। বহুত দিন হ'ল।'

তাই আকৌ যাবলৈ ধৰিলে। গৈ গৈ লঠঙা গছ এজোপাৰ মুৰত বহি থকা আহ্‌টাকুমে' নামৰ ৰঙামূৰীয়া ক'লা পোকটোক গিৰিযেকৰ কথা সুধিলে। আহ্‌টাকমে'য়ে ক'লে ঃ

'সি দেখোন কাহানিবাই গ'ল্। সি যাওঁতে মই গছজোপাৰ পাতবোৰ কুটিবলৈ লৈছিলোঁহে, এতিয়া চোৱাঁ, গছত এখিলাও পাত নাই।'

তাই আকৌ আগ বাঢ়িল। বহুতদূৰ যোৱাৰ পাচত এঠাইত দেখিলে এটা মকৰাই তাৰ নতুনকৈ সজা জালখলত বৰ আৰামেৰে ওলমি আছে। তাকো সেই একে কথাকে সুধিলত সি উত্তৰ দিলে ঃ

'এই জালখন সাজিবলৈ লোৱাৰ বহুত আগতেই সি এই ফালেদি গৈছে। এতিয়া মই জালো সাজিলোঁ, আৰু জালত ওলমিও আছোঁ।'

তাই আকৌ যাত্ৰা আৰম্ভ কৰিলে। যাওঁতে বাটত এইবাৰ তাইৰ ভৰিৰ তলৰ বালিবোৰক সুধিলে, কিমান আগতে তাইৰ গিৰিয়েকে সেইবোৰ খচকি গৈছে। বালিয়ে উত্তৰ দিলে ঃ

'সি এই বাটেদি কাহানিবাই গ'ল। চোৱাঁ তাৰ খোজৰ চিনো মচ খাই গৈছে।'

গ্ৰিমচিযে অকণো নোৰোৱাকৈ খোজ দিলে। বাটত এটা কেঁকোৰা লগ পাই তাকো সেইদৰে সুধিলত সি ক'লে ঃ

'কেতিয়াবাই গ'ল। মই এই গাঁতটো খান্দিবলৈ লওঁতেই তাক যোৱা দেখিছিলোঁ। এতিয়া গাঁতটো ধুনীয়া ঘৰ হৈ উঠিল, দেখিছা ?'

মানুহজনীয়ে আকৌ গৈ গৈ এটা পৰ্ব্বতৰ মাজেদি সৰকি ডেগীয়া নামৰ অমৰ আত্মা থকা ঠাইখিনি পালেগৈ। তাত এটা বৃশ্চিকক লগ পাই গিৰিয়েকৰ কথা সোধাত ক'লে,

'মই এই বাহটো সাজিবলৈ নৌ-লওঁতেই সি এই ফালেদি গৈছেহি, এতিয়া মোৰ বাহ সজা সম্পূৰ্ণ হ'ল।"

এইবাৰ গৈ গৈ তাই ঝুমখেতিৰ বাবে ঠাই-চিকুণোৱা আদি মানুহটো—বনেপা জেনেপাক লগ পালে। সি তেতিয়া হাবি কাটি আছিল। তাক সোধাত ক'লে যে সি গছবোৰ কাটি থাকোঁতেই মানুহটো এইফালে গৈছিল। এতিয়া কটা গছবোৰৰ ডাল-পাত শুকাই খৰ্খৰীয়া দিছে।

গ্ৰিমচি বাচাৰীয়ে তাতো নৰৈ আগুৱাই থাকিল, বহুত অগম্য ঠাই পাৰ হৈ গৈয়ো তাই হতাশ হোৱা নাই। অৱশেষত গৈ গৈ মংৰু মংগ্ৰামৰ ঠাই পালেগৈ। তাত তাই গিৰিয়েকক লগ পালে। তাক উভতি যাবলৈ বহুতো কাকূতি-মিনতি কৰাতো সি মান্তি নহল। সি তাইক কলে ঃ

'মই যাওঁতে তেতিয়া তই মোক তোৰ স্বামী হিচাপে নাইবা আপোনজন হিচাপে গ্ৰহণ নকৰিলি। তই মোৰ ভাগিনটোত যে বিয়া সোমাব খুজিছ মই বুজিছোঁ। মই সম্পূৰ্ণ অনুমতি দিছোঁ। সি মোৰ সকলো সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব, মাথোন মোৰ সা-সম্পত্তিবোৰ ভালদৰে চলাই-মেলি থাকে যেন। মোৰ সকলো দায়িত্ব আৰু কৰ্ত্তব্য তাৰ ওপৰতে দিলোঁ। যদি তই আৰু সি মোৰ সকলো শ্ৰাদ্ধ-শান্তি ঠিকমতে কৰ আৰু মোৰ শ্মশানত স্মৰণ-দণ্ড পোত, তেতিয়াহলে মই মোৰ সেই অতি চেনেহৰ বংশটোতে আকৌ উপজিম। তোৰ লগত আৰু উভতি নেযাওঁ। আকৌ উভতি আহিবলৈকে মই মোৰ বৰ্ত্তমানৰ যাত্ৰা অকলশৰেই শেষ কৰিব লাগিব। কিন্তু তই বিশ্বাস কৰ আমি আকৌ লগ হ'মহঁক—বাৰে বাৰে নানা জীৱনত, নানা ৰূপত। এতিয়া ঘৰলৈ উভতি যা আৰু মই কোৱা মতে কৰগৈ। নিজৰ কৰ্ত্তব্য ভালদৰে কৰিবি আৰু ল'ৰা-ছোৱালীকেইটাৰ আপডাল কৰাত হেলা নকৰিবি। যা উভতি যাগৈ। মই মোৰ যাত্ৰা শেষ কৰিব লাগিব।'

গ্ৰিমচি বাচাৰীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে। অকলশৰে ঘৰলৈ উভতি যোৱাৰ কথা ভাবি তাই বাউলী হ'ল। গিৰিযেকৰ অমৰ আত্মাটো আগুৱাই গৈ অদৃশ্য হৈ যোৱা চাই চাই তাই বহুত বেলি কান্দিলে। শেষত অকলেই ঘৰলৈ উভতি আহিল। গিৰিয়েকৰ ইচ্ছামতে তাই তাৰ ভাগিনিয়েকত বিয়া সোমাল।

তেতিয়াৰপৰাই আচিক সমাজত নিয়ম হ'ল যে কাৰোবাৰ ভাগিনিযেক যদি তাৰ শহুৰেকৰ ঘৰৰ আইনসন্মত অধিকাৰী হয়, তেতিয়াহলে সি মোমাযেকৰ ঘৈণীয়েক নাইবা তাৰ শাহুৱেক বিধবা হলে বিয়া কৰাব পাৰে। বিয়া নকৰালেও শহুৰেকৰ সকলো সম্পত্তি আৰু তেওঁৰ এটাই কেউজনী ঘৈণীয়েকৰে সি গৰাকী হয়। এনে গৰাকীক নোক্ৰম বোলে। 'নোক্' মানে ঘৰ আৰু 'ক্ৰম্' হ'ল মৃতকৰ কবৰৰ ওপৰত পোতা শিল। য'ত এই শিলটো পোতা হয় তাৰপৰা লৰচৰ কৰাটো নিষিদ্ধ। এই নিয়ম প্ৰথম মৃতক মেঘাম্ গৈৰিপাৰ মৃত্যুৰ পাচৰপৰা আচিক সমাজত প্ৰচলন হয়।

# অনাথ জেৰেং

বহুতদিনৰ আগেয়ে গাৰো দেশত জেৰেং নামে এটা ঘাট-মাউৰা ল'ৰা আছিল। পাঁচ বছৰ বয়সতে তাৰ মাক-বাপেক হালেই ঢুকায়। তাক তুলি-তালি লবলৈ বংশ-পৰিয়ালৰ কোনোৱেই নাছিল। গাঁৱতো কোনেও তাৰ ভৰণ-পোষণৰ ভাৰ নললে। অকণমান ল'ৰা-টোৱে নিজেই হাবিত ফল-মূল, আলু-কচু বিচাৰি পেটৰ ভোক মাৰিবলৈ ধৰিলে। এদিনাখন ডাঠ হাবিত সোমাই এজোপা গছত পকা ফল লাগি থকা পালে। খপ্‌খপ্‌কৈ গছত উঠি মুঠিয়ে মুঠিয়ে ফল খাই সি পেটৰ পোৰণি মাৰিলে।

জেৰেং গছত উঠি থাকোঁতেই এহাল মানুহখোৱা ভয়ঙ্কৰ জীৱ সেইখিনি ওলালগৈ। সিহঁতৰ শৰীৰটোৰ আধা মানুহ, আধা বাঘৰ আকৃতিৰ। সিহঁতক মাচ্ছাড়ু বুলি কয়। সিহঁতে ওপৰলৈ চাই তাক পকা ফল কেইটামান পাৰি দিবলৈ কাও-বাও কৰিলে। জেৰেঙে ৰংমনে মান্তি হৈ গছজোপা ভীষণ ভাৱে জোকাৰিবলৈ ধৰিলে। পকা পকা ফলেৰে গছৰ তল ভৰি পৰিল। কিন্তু সিহঁতে সেইবোৰ মুবুটলি সেইবোৰ বেয়া ঠাইত পৰা বুলি ক'লে। সিহঁতে তাক ক'লে, "পকা পকা চাই দুটামান হাতেৰে ছিঙি ভৰিৰ আঙুলিৰ চেপাত লৈ তললৈ নমাই দিয়াঁ।" প্ৰথমতে জেৰেঙৰ অলপ সন্দেহ হ'ল। সি ভয়ঙ্কৰ জন্তু দুটালৈ চাই সিহঁতৰ কথাত মান্তি নহ'ল। শেষত সিহঁতে যেতিয়া তাক একো অপকাৰ নকৰোঁ বুলি আশ্বাস দিলে, তেতিয়াহে সি সেইদৰে দুটামান ফল দিবলৈ ঠিক কৰিলে; কিন্তু যেই ভৰিটো আগবঢ়াইছে জন্তু দুটাই খপ্‌কৈ তাক টান মাৰি নমাই লৈ গ'ল। তাক বান্ধি-ছাটি এটা টোমত ভৰাই ঘৰলৈ নিলে। তাত জেৰেঙৰ সমনীয়া সিহঁতৰ এটা ল'ৰা আছিল।

পাছদিনা মাচ্ছাড়ু দুটাই পুতেকক কলে যে সিহঁত এতিয়া পথাৰলৈ যাব আৰু সি যেন জেৰেঙক কাটি-বাছি ভালকৈ ৰান্ধি-বাঢ়ি থয়। সিহঁতে গধূলি আহি খাবহি। সিহঁত হাল বাবলৈ যোৱাত পোৱালি মাচ্ছাড়ুৱে জেৰেঙক ক'লে, "আমি মাচ্ছাড়ুবোৰ ক'লা, তোমালোক মানুহবোৰৰ গাৰ বৰণ বগা। কেনেকৈ বগা কৰিলা মোক ক'বানে?"

জেৰেঙে উত্তৰ দিলে, "আমি উতলা পানীৰে গা ধোওঁ, তুমি মানুহৰ নিচিনা বগা হ'ব খোজা যদি মোক মোকোলাই দিয়া, মই তোমালৈ পানী তপতাই তোমাক বগা কৰি দিম।"

পোৱালি মাচ্ছাড়ুৱে তাক ততালিকে মোকোলাই দিলে। জেৰেঙেও পানী উতলাবলৈ ধৰিলে। পানীখিনি টগবগাই উতলিলত সি পোৱালিটোক ক'লেঃ "তুমি এতিয়া উদং গাৰে চাঙৰ তলত গৈ বহি থাকাঁ, মই ওপৰৰপৰা তপত পানী ঢালি দিম।"

বেচেৰা পোৱালিটোৱে তাৰ কথাতে পতিয়ন গৈ সেইদৰে বহিলগৈ। উতলা পানী ঢালি দিয়া মাত্ৰকতে বেচেৰা পোৱালি মাচ্ছাডুটো চট্‌ফটাই মৰি থাকিল।

জেৰেঙে লৰালৰিকৈ মাচ্ছাডুৰ কাপোৰ-কানিসোপা পিন্ধি গাত ক'লা ছাই সানি মাচ্ছাডুৰ নিচিনা বৰণ কৰি ল'লে। তাৰ-পিছত পোৱালিটোৰ মঙহকে সিজাই মাক-বাপেক হাললৈ থৈ দিলে। সিহঁতেও আহি গপাগপ পুতেকৰ মঙহকে অকণো সন্দেহ নকৰাকৈ খাই পেলালে। খাই উঠি এনেয়ে এবাৰ ক'লে, "মঙহবোৰ আমাৰ পোৱালিৰ গাৰ নিচিনা গোন্ধাইছে।"

জেৰেঙে তৎক্ষণাত মাত লগালে, "পিতাই, মই তোমালোকে কৈ যোৱা ধৰণেই লৰাটো মাৰি সিজাইছোঁ। বোধহয় বান্ধি থাকোঁতে মোৰ গাৰ ঘামৰ টোপাল তাত পৰিছিল।"

মাক-বাপেকে আৰু একো নামাতিলে।

কিছুপৰৰ পাছত জেৰেঙে বৰ বেজাৰলগা যেনকৈ থকা দেখি মাচ্ছাডুহঁতে তাৰ কি হৈছে সুধিলত সি ক'লে ঃ

"মই তোমালোকৰ একমাত্ৰ ল'ৰা। তোমালোকো বুঢা হৈছাহঁক। কাহানিবা ঢুকাই থাকিবা, তেতিয়া মোৰ কি হ'ব? তোমালোকৰনো সা-সম্পত্তি ক'ত কি আছে মই এতিয়ালৈকে একোটোকে নাজানো। তোমালোকৰ মোলৈ এধানিও মৰম নাই যেনহে পাইছোঁ।"

মাক-বাপেকেও তাৰ বেজাৰ দেখি সিহঁতৰ সাঁচতীয়া সকলো-খিনি তাক দেখুৱালে। পাছদিনা মাচ্ছাডুহঁত পথাৰলৈ যোৱাৰ ছল চাই জেৰেঙে সেই সকলোবোৰ অয়-অলঙ্কাৰ, টকা-পইছা, কানি-কাপোৰ নি নৈৰ সিপাৰ কৰি থৈ আহিল।

কেইদিনমানৰ পাছত জেৰেঙে মাচ্ছাডুহঁতক তাক নৈত গা ধুবলৈ নিব লাগে বুলি খাটনি ধৰিলে। সেইখিনি পোৱাত সি তাক সাঁতোৰ শিকাই দিব লাগে বুলি ক'লে। আচলতে জেৰেঙ সাঁতোৰাত

বৰ পাকৈত। তাৰ পেৰ্‌পেৰ্‌ণিত থাকিব নোৱাৰি মাক-বাপেকে তাক পানীত নামিবলৈ দিলে। জেৰেঙে এটা ডুব দিয়েই তীৰবেগে সাঁতুৰি সাঁতুৰি সিপাৰত উঠিল। পাৰত উঠি সি তাৰ ভেশচন গুচাই চিঞৰি চিঞৰি মাচ্ছাডুইতক ক'লে ঃ "তহঁতে নিজৰ পুতেৰৰে মঙহ খালিহঁক। চা, মই সেই ধৰি নিয়া মানুহৰ ল'ৰাটোহে। তহঁতৰ সকলো ধন-বিত মই লৈ আহিলোঁ। তহঁতৰ প্ৰৱঞ্চনাই তহঁতক খালে।"

ইপাৰত মাচ্ছাডুইঁত খং আৰু ক্ষোভত জ্বলি-পুৰি মৰিবলৈ ধৰিলে, কিয়নো সিহঁতৰ এটায়ো সাঁতুৰিব নাজানে। জেৰেঙে আকৌ চিঞৰি চিঞৰি ক'লে ঃ "যদি তহঁত এই পাৰলৈ আহিব খুজিছ, তেনেহলে একোটা ডাঙৰ কলহত সোমাই আহ, কলহৰ তলীখন ফুটাই ললে বেছি কোবত উটি আহিব পাৰিবি।"

অকৰা মাচ্ছাডুইঁতে সি কোৱামতেই কৰিলে। ফলত দুয়োটা পানীত বুৰি মৰিল।

জেৰেঙে নিশ্চিন্ত হৈ সকলো সামৰি-সুতৰি গাঁৱলৈ বুলি খোজ ল'লে। নৈৰ পাৰে পাৰে যাওঁতে এটা অজগৰ থকা গুহা পালে। সি তৎক্ষণাত সেই বিৰাট অজগৰটো মাৰি পেলালে। সি সাপটো ফালি মঙহবোৰ উলিয়াই আকৌ জোৰা দি ৰ'দত শুকুৱাই এটা মোনা তৈয়াৰ কৰিলে। তাতে তাৰ মণি-মুকুতা, টকা-সিকা আৰু কানি-কাপোৰবোৰ ভৰালে। ৰাতি সি নিজেও তাৰ ভিতৰতে সোমাই শুই থাকিল।

জেৰেঙে থাকিবলৈ লোৱা গুহাটো এজন ধনী খেতিয়কে ঝুম খেতি কৰা পথাৰৰ ওচৰতে। খেতিয়কৰ দুজনী বৰ ধুনীয়া ছোৱালী আছিল। এদিন ছোৱালী দুজনীয়ে পথাৰৰ ভাটৌ আৰু ঘন-চিৰিকাবোৰ খেদি ফুৰোঁতে সেই গুহাৰ কাষেদি গ'ল। সিহঁতক দেখি তাৰে সৰুজনী ছোৱালীত তাৰ মন খালে। ছোৱালীজনীয়ে যেতিয়া চৰাই খেদিবলৈ চিঞৰে তেতিয়া সি তাৰ সাপৰ ছালৰ মোনাৰ ভিতৰৰপৰা সিঞৰে। কিন্তু ইজনী ছোৱালীয়ে চিঞৰিলে নিমাতে

থাকে। কৌতূহল ৰাখিব নোৱাৰি সৰুজনী ছোৱালী গুহাটোৰ ভিতৰলৈ সোমাই গ'ল। গৈ দেখিলে যে জেৰেং সাপৰ ছালৰ ভিতৰৰ পৰা ওলাই আহিছে।

জেৰেং সিমান দিনে এটি শুৱনি তজবজীয়া ডেকা ল'ৰা হৈ পৰিছে। কিচ্‌কিচীয়া চুলি আৰু সুঠাম বাহুৰে সি এটা শুৱনি ডেকা। ছোৱালীজনীয়েও ততালিকে তাক পছন্দ কৰিলে। জেৰেঙে তাৰ সকলো সম্পত্তি দেখুৱাই তাইক ক'লে: "যদি তুমি মোলৈ আহিব খুজিছা, তেনেহলে কেইদিন মান তুমি লুকাই থাকাঁ আৰু তোঁমাৰ মাৰা দেউতাৰাই তোমাক বিচাৰি পালে ক'বা যে তুমি এটা অজগৰক বিয়া কৰাব খুজিছা।"

ঘৰলৈ গৈ ছোৱালীজনীয়ে জেৰেঙে কোৱামতেই কৰিলে। তাই ভঁড়াল ঘৰ এটাত লুকাই থাকিল। মাক-বাপেক, আত্মীয়-স্বজনে আটায়ে তাইক বিচাৰি চলাথ কৰিলে। ক'তো নেপাই তাই হেৰাল বুলিয়ে ভাবিলে। শেষত গৈ ঘৰৰে বনকৰা ল'ৰা এটাই তাইক ভঁড়ালত বিচাৰি পালে। তাৰপৰা উলিয়াই আনিলত মাক-বাপেকে তাইক এনে আচৰণৰ কাৰণ সুধিলে। তেওঁলোক বৰ বিচলিত হৈ পৰিছিল।

"আইজনী, তুমি কেলেই লুকাই আছিলা?"

ছোৱালীজনীয়ে লাজ-লাজকৈ ক'লে: "আমাৰ পথাৰৰ ওচৰৰে গুহা এটাত এটা অজগৰ আছে, মই সেইটোলৈকে বিয়া সোমাব খোজোঁ। তোমালোকে মোক তালৈকে দিবানে?"

কথা শুনি মাক-বাপেক হাল সেইপিনেই ভঁয় পৰিল। তেওঁলোকে নিজৰ কাণকে বিশ্বাস কৰিব নোৱাৰিলে। অলপ তত আহিলত তাইক ক'লে: "আই, তুমি অতি ৰূপহী আৰু উপযুক্ত কন্যা, আমি তোমাৰ জোখৰ দৰা বিচাৰি ফুৰিছোঁ, কিন্তু তুমি এইবোৰ কি কৈছা? অজগৰ এটাত কিয় বিয়া সোমাব খুজিছা আমি বুজিবই পৰা নাই।"

ছোৱালীজনীৰ কিন্তু একে কথা। কাৰো কথা তাইৰ কাণৰ গুৰিয়েদিয়ে নগল। তালৈ বিয়া নিদিলে তাই নাখাই নবৈ মৰিব বুলিয়েই কলে। শেষত মাক-বাপেকে উপায়ান্তৰ নেদেখি তাইৰ মততে মত দিলে। নিয়মানুযায়ী তাইক এটা স্বকীয়া ঘৰ সাজি দিয়া হ'ল। ন-কইনাই তেতিয়াই আটাইতকৈ বলী লগুৱাবোৰক অজগৰক ধৰি আনিবলৈ পাচিলে। সিহঁতে তাই কৈ দিয়া মতে গৈ দেখিলে যে সাপটো নিথৰ হৈ পৰি আছে। সিহঁতে তাক মৰা বুলিয়ে ভাবিলে। দাঙি ধৰিলতে কেৰ-মেৰ কৰাতহে গম পালে জীয়া বুলি। যি নহওক, সিহঁতে তাক কইনাৰ ঘৰৰ ভিতৰত নি থলে। জেৰেঙৰ পৰিচয় কইনাৰ বাহিৰে কোনেও নাজানিলে। আটায়ে সেইটো জীয়া সাপ বুলিয়ে ভাবিলে। কাষ চাপিবলৈ কোনেও সাহেই নকৰিলে। সেইদৰেই সিহঁতৰ বিয়া হৈ গ'ল।

বিয়াৰ দিনাই মাজনিশা কইনাজনীয়ে চিঞৰ এটা মৰা শুনি সকলোৱে সাৰ পালে। বাপেকে কেইটামান মানুহক কইনাৰ ঘৰলৈ পঠিয়ালে, কিনো হৈছে বুজ লবলৈ। জলঙাইদি জুমি চাই সিহঁতে দেখে যে এজন অতি শুৱনি ডেকাৰ স'তে কইনা বহি আছে। মানুহবোৰে লৰি গৈ বাপেকক খবৰ দিলে। তেওঁ সিহঁতৰ কথাত পতিয়ন নগল। নিজে গৈ জুমি চাই দেখে যে কথা সঁচা। জীয়েকৰ সৰ্ব্ব শৰীৰত অলঙ্কাৰে তিৰবিৰাইছে। গোটেই কোঠালীটো মণি-মুকুতা আৰু দামী কাপোৰেৰে ভৰি আছে। আটাইবোৰ দেখি-শুনি তেওঁ যিমান আচৰিত হ'ল, সিমানেই সুখীও হ'ল।

বায়েকজনীয়ে ভনীয়েকৰ সৌভাগ্য দেখি নিজৰ ভাগ্যও পৰীক্ষা কৰিবলৈ মন কৰিলে। তায়ো ভনীয়েকৰ দৰে লুকাই থাকি কে'দিনমানৰ পাছত ওলাই অজগৰলৈ বিয়া সোমাবলৈ জেদ কৰিলে। তাইকো সেইদৰে হাবিৰপৰা এটা সঁচাসঁচি অজগৰ ধৰি আনি বিয়া দিয়া হ'ল।

বিয়াৰ দিনা মাজনিশা বিকট চিঞৰ শুনিও কোনো মানুহে তালৈ যাবলৈ সাহ নকৰিলে। পাছদিনা ৰাতিপুৱা গৈ কিন্তু ন-কইনাক তাত বিচাৰি নাপালে। অজগৰটো মাৰি পেট ফালিলত ন-কইনাৰ মৃতদেহ ওলাই পৰিল।

সৌভাগ্যৱতী সৰু জীয়েকে কিন্তু তাইৰ গিৰিয়েকৰ আচল ৰহস্য মানুহৰপৰা লুকায়ে ৰাখিলে। মানুহে দুই বাই-ভনীৰ ভাগ্যৰ বৈষম্য দেখি কথাটো সঁচা বুলিহে ভাবিলে।

কালক্রমত জেৰেঙৰ ফালৰপৰা সৰু জীয়েকৰ কেবাটাও ধুনীয়া বলী আৰু ওখমনৰ ল'ৰা-ছোৱালীৰ জন্ম হ'ল। তাৰে কোনোটোহঁত ৰজা হ'ল, কোনোটোহঁত ডাঙৰ বিষয়া, সাহসী যোদ্ধা, আৰু কোনোজনী ভাগ্যৱতী কুঁৱৰী হ'লগৈ।

## বান্দৰ আৰু কাছ

বান্দৰ আৰু কাছ দুয়ো বৰ বন্ধু। এটাক এৰি ইটো থাকিব নোৱাৰে। দুয়ো সদায় একেলগে একেখন হাবিতে থাকে। বান্দৰ হাবিৰ গছত থাকে, কাছ সেই হাবিৰ কাষতে থকা বিলখনত থাকে।

এদিন বান্দৰে কাছক কলে,—"বন্ধু, আমি মাছ ধৰিবৰ বাবে ঠোহা সাজোঁগে বলা। পথাৰত মাছৰ বৰ উজান উঠিছে। দুটামানকৈ ঠোহা পাতিব পাৰিলে মাছ ঢেৰ খাবলৈ পোৱা যাব।" কাছই ভাবিলে কথাটো মিছা নহয়। দুয়ো ঠোহা সাজিবৰ বাবে বাঁহ কাটিবলৈ গ'ল। বান্দৰে ভাল ভাল চাই কেইবাডালো বাঁহ কাটিলে। কিন্তু কাছই এডালো বাঁহ কাটিবলৈ নাপালে। দুষ্ট বান্দৰে হোজা কাছক পাই বৰ জুলুম কৰি মাৰিছিল। এইজোপা বাঁহ মোৰ বোপাইৰ, সেইজোপা মোৰ মোমাইদেউৰ বাঁহ, সৌজোপা মোৰ জেঠপেহাৰ বাঁহ বুলি প্ৰত্যেক জোপা বাঁহকে কাটিবলৈ বান্দৰে কাছক বাধা দিছিল। অৱশেষত দুখে-বেজাৰে বাঁহ নকটাকৈ কাছি ঘৰলৈ উভতি গ'ল।

আবেলি বান্দৰে বঢ়িয়া ঠোহা কেইটামান লৈ ঠোহা পাতি-বলৈ কাছক মাতিলে। ইফালে কাছই বান্দৰৰ কামত নলগা পেলনীয়া বাঁহৰ চোচনিবোৰকে গোটাই লৈ বৰ ডাঙৰকৈ সজা ঠোহা এটা লৈ তাৰ লগত পথাৰলৈ ওলাল। বান্দৰে কাছৰ কাণ্ড দেখি হাঁহিবলৈ ধৰিলে। পথাৰ পাই বান্দৰে মাছ অহা জানবোৰত ঠোহা পাতিলে। কাছক হলে বাঁহজোপা কটাৰ দৰে—এইটো মোৰ

বোপাইৰ জান, সেইটো মোৰ ককাইদেউৰ জান, আৰু সৌটো মোৰ মোমাইদেউৰ জান বুলি নানা চলাহি কথা কৈ ঠোহা পাতিবলৈ ঠাইকে নিদিলে। ঠোহা পাতিবলৈ আহি পুনৰাই ঠোহা ওভোতাই নিয়াতকৈ কোনোমতে ওচৰৰে গাহৰিয়ে গা ধোৱা ঘাটতে ভালকৈ ঠোহা পাতি কাছ বান্দৰৰ সৈতে ঘৰলৈ আহিল।

পিচদিনা বান্দৰে কাছক নমতাকৈ তাৰ ঠোহাবোৰ চাবলৈ গ'ল। কিন্তু ক'তো মাছ লগা দেখা নাপালে। কোনোটো ঠোহাত কেৱল বেং-পোৱালিহে লাগি আছে, কোনোটো ঠোহাত কেইটা-মান পানীসাপ আৰু কোনোটো ঠোহাত কেচুবোৰহে সোমাই আছে। তাৰ ঠোহাত মাছ লগা নেদেখি বান্দৰে কেচু আৰু বেং-পোৱালিবোৰ ধৰি ধৰি খাবলৈ ধৰিলে। এনেতে দূৰত কাছই ঠোহা পতা ঠাইৰ পিনে কিবা এটা কোবোৱাৰ দৰে ধুম ধুম শব্দ আৰু গাহৰিয়ে কন্দাৰ দৰে কন্দাও শুনিবলৈ পালে। তাকে শুনি বান্দৰে বুজি পালে যে তাৰ বন্ধু কাছৰ ঠোহাত নিশ্চয় কিবা এটা পৰিছে। ইয়াকে ভাবি বান্দৰে দূৰৰপৰা চিঞৰি সুধিলে,—"অ বন্ধু, কি কোবাইছা ?" সিফালৰপৰা কাছই উত্তৰ দিলে, "এ বন্ধু নকবা, এটা সৰু বেং-পোৱালি ঠোহাত পৰিছে, তাকে কোবাইছোঁ।' তাকে শুনি বান্দৰে ভাবিলে, ইনো কি কথা। সামান্য বেং-পোৱালিকনো ইমান কোবাই মাৰিব লাগিল নে ? মোৰচোন ঢেৰ বেং-পোৱালি ঠোহাত সোমাইছে। এই বুলি নিজৰ ঠোহাৰ বেং-পোৱালিবোৰ টপাটপ খাবলৈ ধৰিলে। কিন্তু বাৰে বাৰে তেনেদৰে কোবোৱা আৰু গাহৰিৰ চিঞৰৰ নিচিনা শুনি সি থাকিব নোৱাৰিলে। সি ভাবিলে, ই কথাই কথা নহয়—সিনো বাৰু ইমানকৈ কি জন্তু, কি মাছ মাৰিছে যে তাৰ চিঞৰো গাহৰিৰ চিঞৰৰ সমান। এবাৰ চাই অহাই যাওক, কিজানি আমাৰ বন্ধু কাছই মোক এনেদৰে ঠগিব ধৰিছে, সামান্য বেং-পোৱালি বুলি। এইবুলি কাছই ঠোহা পতা ঠাইলৈ গৈ দেখে যে তাৰ ঠোহাত

প্ৰকাণ্ড গাহৰি এটা পৰিছে আৰু তাকে ডাঙৰ টাঙোনেৰে কোবাব ধৰিছে। কাছই এতেপৰে অকলে গাহৰিটো মাৰিব পৰা নাই। কাছৰ অনুৰোধত বান্দৰ আৰু কাছ দুয়ো লগলাগি গাহৰিটো মৰিয়াই মাৰিলে। গাহৰিটো মৰিলত সিহঁতে দুয়ো ধৰাধৰিকৈ বোকাৰপৰা তুলি বামলৈ নি খাবলৈ যো-জা কৰিলে। এনেতে দুষ্ট বান্দৰে কলে, "বন্ধু, ইমান ডাঙৰ গাহৰিটো এনেকুৱা বেয়া ঠাইতনো কেনেকৈ খাবা ? তাতে বামত থকা উঁই-পৰুৱাবোৰেচোন আমি খোৱাৰ আগতে খাই শেষ কৰিবহি। গতিকে গছৰ ওপৰত উঠি খোৱাহে আমাৰ ভাল হব। কাৰণ তাত আমাক দিগদাৰ দিবলৈ একোৱে নাপায়। গছৰ ওপৰত উঠি খাবলৈ বৰ ভাল হব।" কাছ গছৰ ওপৰত উঠি খাবলৈ মান্তি নহল, কাৰণ সি গছত উঠিব নোৱাৰে। দুয়ো একেলগে বহি খাব নোৱাৰিলে কেনে কথা হব বান্দৰক সেই কথা কাছই বুজাই কলে। বান্দৰে কলে, "কোনো কথা নাই। মই তোমাক ওপৰলৈ তুলি নিম। তুমি মোৰ নেজত কামোৰ মাৰি ধৰিবা, চাবা যাতে মাজ-বাটতে মুখখন মেলি নিদিয়া। নহলে তললৈ পৰি যাবা। দুয়ো উঠিব পাৰিলে সমানে ভগাই খোৱাত বৰ সুবিধা হব।" বান্দৰৰ কথাত এইবাৰ কাছ মান্তি হ'ল।

বান্দৰে গাহৰিটো গছৰ ওপৰত তুলি থৈ কাছক নিবলৈ নামি আহিল। তাৰ পাচত নেজডাল আগবঢ়াই দি কাছক ভালদৰে নপৰাকৈ কামোৰ মাৰি ধৰিবলৈ কলে। কাছয়ো ভালদৰে কামোৰ মাৰি বান্দৰৰ নেজত ধৰাত বান্দৰে গছৰ ওপৰলৈ তুলিবলৈ ধৰিলে। কিন্তু ইমান গধুৰ কাছটো নেজেৰে দাঙিব নোৱাৰি। কাছৰ কামোৰ সহ্য কৰিব নোৱাৰি বান্দৰে কলে, "বন্ধু, মোৰ নেজ ছিগিব এতিয়া। এৰি দিয়া, এৰি দিয়া, মই মৰিলোঁ ঔ।" এই বুলি কোৱাৰ লগে লগে কাছই মুখখন মেলি দিয়াত সি মাটিত ধুম কৰি পৰিল।

এইদৰে এবাৰ দুবাৰকৈ তিনিবাৰ চেষ্টা কৰিও কাছক গছৰ ওপৰলৈ তুলি নিব নোৱাৰি পিচত বান্দৰে কলে, "বন্ধু, কোনো কথা নাই। মই তোমাৰ ভাগৰ মঙহবোৰ গছৰ ওপৰৰপৰা তললৈ পেলাই দিম। তুমি মাটিত পৰিব নিদিয়াকৈ ওপৰলৈ মুখ মেলি ধৰি ৰাখিবা। তেতিয়া হলে তুমি তাৰপৰাই তোমাৰ ভাগৰ মঙহবোৰ পাই থাকিবা।" বান্দৰৰ কথাত কাছ মান্তি হ'ল। কাৰণ গছত উঠিব নোৱাৰাৰ বাবে তাৰো বৰ লাজ লাগিছিল। সেয়ে নিজৰ অপাৰগতাৰ কথা ভাবি সি বান্দৰৰ কথাত মান্তি হবলৈ বাধ্য হ'ল। বান্দৰ গছৰ ওপৰলৈ উঠিল, কাছ মাটিত থাকিল।

গছত উঠি বান্দৰে—এয়া মঙহ এডোখৰ যায়—বুলি মাটিত কাছৰ মুখলৈ চাই গাহৰিৰ হাডবোৰহে পেলাই দিয়ে আৰু নিজে যিমান পাৰে মঙহবোৰ উলিয়াই পেট ভৰাই খায়। কেবাবাৰো মঙহ বুলি হাডবোৰহে দি মঙহ নিদিয়াত কাছৰ বৰ খং উঠিল। হেঁপাই আনে তিৰী, শিয়াল হয় গিৰি। ইফালে বাৰে বাৰে হাড পৰি কাছৰ দাঁত দুপাৰি প্ৰায় ভাগোঁ ভাগোঁ হ'ল। মঙহলৈ আশা কৰি থাকিলে পিছত সকলো আশা মিছা হব ভাবি খঙে বেজাৰে কাছ বিললৈ গুচি গৈ কেনেকৈ লাঠুৱা বান্দৰটোক এপালি দিব পাৰি তাৰে উপায় চিন্তা কৰিবলৈ ধৰিলে। মঙহ খাই বান্দৰৰ পিয়াহ লগাত পানী খাবলৈ বুলি সি সিহঁতৰ পুৰণা ঘাটলৈ আহিল। বান্দৰে ঘাটত মহা আনন্দেৰে তলমুৰকৈ পানী খাবলৈ ধৰিলে। এয়ে সোণালী সুযোগ বুলি ঘাটত পানীৰ তলত লুকাই থকা কাছই মনে মনে অলপো গম নোপোৱাকৈ ওপৰলৈ উঠি আহি বান্দৰৰ তলপেটত কামোৰ মাৰি ধৰি কবলৈ ধৰিলে, "হে বন্ধু, কাছৰ কামোৰো সেই গছৰ ওপৰত খোৱা গাহৰিৰ মঙহৰ দৰে বৰ সোৱাদ নহয়নে? তুমি মোক গাহৰিৰ মঙহৰপৰা বঞ্চিত কৰিলা। এতিয়া মই তোমাৰ মঙহেৰে পানীৰ তলত বৰ ভোজ পাতিম। বৰ মজা হব, নহয়নে? এতিয়া মানে কিজানি গাহৰিৰ মঙহ খাই তোমাৰো বৰ তেল হৈছে।"

কাছৰ কামোৰত বান্দৰে তত্ নেপাই এইবাৰৰ বাবে ক্ষমা কৰিবলৈ অনুনয় বিনয় কৰি কান্দি কান্দি কবলৈ ধৰিলে। কিন্তু কাছই কোনোমতে নেৰিলে। বান্দৰ পিছত কাছৰ কামোৰত মৰি থাকিল। কাছই বান্দৰৰ দেহটো পানীৰ তললৈ নি তাৰে বৰ ভোজ এটা পাতিলে।

কাছৰ কাণ্ড দেখি হাবিৰ বান্দৰবিলাকৰ বৰ খং উঠিল। এদিন আটাইয়ে একে লগ হৈ থিৰ কৰিলে যে হাবিত যিমানবিলাক বান্দৰ আছে প্ৰত্যেকে একো সোঁহাকৈ পানী পিলে বিলৰ পানী শুকাব। তেতিয়া পানীৰ ভিতৰত থকা কাছটো সহজে ধৰিব পৰা যাব। কাছক এশিকনি দিবই লাগিব। লগতে সকলোকে জনাই দিলে যে যাতে ঘৰৰপৰা আহোঁতে প্ৰত্যেকে একোজোপা তুলা লৈ আহে। কাৰণ পানী পিওঁতে যাতে মলদ্বাৰেদি পানী ওলাই যাব নোৱাৰে সেই কাৰণে আগতে ভালদৰে সকলোৱে তুলাৰ সোপা দি বন্ধ কৰি লব লাগিব।

যেনে কথা তেনে কাম। পিচদিনা ৰাতিপুৱা আটাইবিলাক বান্দৰ গোট খাই পানী পিবলৈ বুলি বিললৈ আহিল। প্ৰত্যেকে নিজৰ নিজৰ মলদ্বাৰত টানকৈ তুলাৰ সোপা দি একেলগে বিলৰ পাৰত বহি তলমূৰকৈ পানী পিবলৈ ধৰিলে। হাজাৰ হাজাৰ বান্দৰে সমানে পানী পিবলৈ লাগিল। সিহঁতৰ মাজত এজনী বুঢ়ী বান্দৰী আছিল। তাই হলে পানী পিয়া নাছিল। কাৰণ তায়ে আটাই-তকৈ বুঢ়ী। তাইক ৰখীয়াকৈ কোনপিনে কাছ ওলাইছে চাই থাকিবলৈ বুলি বামতে ৰাখিছিল।

হাজাৰ হাজাৰ বান্দৰে সমানে তলমূৰকৈ বিলৰ পাৰত পানী পি থকা দেখি বুঢ়ী বান্দৰীৰ বৰ হাঁহি উঠিল। হাঁহি ৰাখিব নোৱাৰি তাই বৰকৈ হাঁহি দিলে। তাই এইদৰে হঁহা দেখি কিছুমানে মূৰ দাঙি চালে। তললৈ মূৰ কৰি পানী খোৱা শাৰী শাৰী বান্দৰ দেখি সিহঁতবো বৰকৈ হাঁহি উঠিল। সিহঁতে এনেকৈ

হাঁহি দিলে যে সেই হাঁহিত সিহঁতৰ মলদ্বাৰত দিয়া তুলাৰ সোপা সুলকি গৈ পেটৰ ভিতৰত থকা পানীবোৰ ওলাই ছিটিকি পৰিবলৈ ধৰিলে। সিহঁতৰ এই অৱস্থা দেখি সকলোৰে হাঁহি উঠিল আৰু শেষত সকলোৰে একে দশাই হ'ল। বান্দৰবিলাকৰ পেটৰপৰা পানীবোৰ ওলাই গৈ পিচত বিলৰ পানী আগৰ দৰে পূৰ হ'ল। পুনৰ দ্বিতীয় বাৰ চেষ্টা কৰি পানী পিবলৈ ধৰিলে। এইবাৰো সেই আগৰ দৰেই দশা হ'ল। এইবাৰো বিলৰ পানী শুহিব নোৱাৰিলে। এইবাৰো বুঢ়ী বান্দৰী জনীয়ে আগতে হাঁহি দিছিল।

বাৰে বাৰে বুঢ়ী বান্দৰীজনীৰ বাবেই এনেকুৱা অৱস্থা হয় বুলি কামৰ সময়ত তেনেদৰে নাহাঁহিবলৈ সিহঁতে তাইক বৰ ডাবি ধমকি দিলে। পুনৰাই হাঁহিব লাগিলে তাক এই হাবিৰপৰা খেদি দিব বুলি কৈ আকৌ এবাৰ সিহঁতে পানী পিবলৈ আৰম্ভ কৰিলে। তিনিবাৰে নিবাৰ, সিহঁতৰ চেষ্টাৰ ফলত কোনোমতে কামটো হৈ উঠিল। বিলৰ ভিতৰত কাছটো ওলাই পৰিল। তাক ধৰি বান্ধি বান্দৰবিলাকে বামলৈ তুলি আনিলে। এতিয়া কাছটো ধৰি কি কৰিব, সিহঁতে গুণা-গঁথা কৰিলে। বান্দৰৰ মঙহ খাই তেল হোৱা কাছৰ মঙহ খাবলৈ বঢ়িয়া হ'ব। দিনটো শ্ৰম কৰি এতিয়া ইয়াৰে আজি বৰ ভোজ পাতিব লাগিব। জুইৰে নুপুৰিলে কাছটোক কেনেকৈ মাৰিব পাৰি? জুইৰে পোৰাই যাওক। লগে লগে বান্দৰ-জাকে কাঠ-খৰি বুটলি জুই ধৰিবলৈ লাগিল। তাকে দেখি কাছই খোলাৰ ভিতৰলৈ মূৰটো সুমুৱাই কলে, "পিছে মোক পুৰিবলৈ বৰ ডাঙৰকৈ জুই ধৰিবা। কাৰণ সৰুকৈ জুই ধৰিলে সেই জুই সুমুৱাবলৈ মোক এখন্তেক সময়ো নালাগিব। কাৰণ ইমান সময় পানীত থাকি থাকি এতিয়া মোৰ গাত ঢেৰ পানী গোট খাইছে।" তাকে শুনি এটা বান্দৰে তাৰ গাটো লাৰি চাই দেখিলে গাটো বৰ চেঁচা। গাৰপৰা অলপ অলপকৈ নিজৰি ওলোৱা পানী দেখি সিহঁতে তাৰ গাত বহুত পানী আছে বুলি বিশ্বাস কৰিলে। সঁচাই

তাক জুইৰে পুৰি মাৰিব নোৱাৰি। ডাঙৰকৈ জুই ধৰিলেও সি এক নিমিষৰ ভিতৰতে জুই সুমুৱাই দিব পাৰিব। সেয়ে এইবাৰ দাৰে কাটি মঙহ ভগাই খাব খুজিলে। তেতিয়া কাছই কলে যে তাক কাটিবলৈ সৰু দা ললে নচলিব। বৰ কুঠাৰৰ সমান দাঁ হলেহে হব। সৰু দা হলে তাৰ লোৰে গঢ়া গাত লাগি দা ভাগি যাব। তাকে শুনি বান্দৰবোৰে তাৰ গাটো কোবাই চালে। তাৰ গাটো কোবোৱাটো টাক্-টাক্কৈ শব্দ হ'ল। ইমান টান লোহা কিহেৰে কাটিব পাৰি বুলি সিহঁত বৰ বিমোৰত পৰিল। পিচত বহুত ভবা-গুণা কৰি স্থিৰ কৰিলে যে এনেও নোৱাৰি তেনেও নোৱাৰি, হাত-ভৰি বান্ধি পানীতে পেলাই দিয়া যাওক। কাৰণ হাত ভৰি বন্ধা থাকিলে সি নিশ্চয় মৰিব। তাকে শুনি কাছই বৰকৈ চকু পানী মুচি মুচি ফেকুৰি ফেকুৰি কান্দি দেখুৱালে আৰু এইবাৰৰ বাবে ক্ষমা কৰিবলৈ বান্দৰবিলাকক অনুৰোধ জনালে। কিন্তু সিহঁত কোনোমতে মান্তি নহল। বংশৰ শত্ৰু কাছক সিহঁতে কিয় ক্ষমা কৰিব? এইবুলি হাত-ভৰি বান্ধি দ পানীৰ মাজলৈ নি তাক পানীত পেলাই দিলে। পানীত পেলাই দিয়াৰ লগে লগে কাছই আনন্দতে চিঞৰি ক'লে,—"হেৰ মূৰ্খ বান্দৰহঁত, মোৰ মঙহ খা-হি এতিয়া। বান্দৰৰ মঙহ খাই তেল হোৱা কাছৰ মঙহ খাবলৈ বৰ সোৱাদ হৈছে।" নিজৰ মূৰ্খতা বুজি পাই বান্দৰজাকে লাজতে মুৰে কপালে হাত দি বহি ইস্ ইস্ আস্, আস্ কৰিলে।

ভৰিৰ বান্ধ দাঁতেৰে কামুৰি ছিঙি পেলাই কাছ মুকলি হ'ল।

---

## বনৰজা আৰু কেঁটেলা পহু

বুলবুল চৰাই বনৰীয়া প্ৰাণীসকলৰ চকিদাৰ। কৰবাত কিবা অঘটন ঘটিবৰ উপক্ৰম হোৱাৰ আগতে আৰু কোনো ঠাইত জন্তু-জানোৱাৰ আহিলে সেই ঠাইৰ সকলো প্ৰাণীকে বুলবুল চৰায়ে সজাগ কৰি দিয়ে। সেয়ে বিপদে আপদে আগ-জাননী প্ৰচাৰ কৰি দিয়াৰ বাবে সকলো চৰায়ে, আন কি জন্তু-জানোৱাৰ বিলাকেও তাক চকিদাৰ বুলি মাতে।

এদিনাখন বনৰজা দঁতাল হাতী নৈ এখনলৈ গা ধুবলৈ আহিল। চকিদাৰে তাকে দেখি নৈৰ ওপৰৰ ঘাট বিলাকত কোন ক'ত আছে ঘাটৰপৰা আঁতৰি যাবলৈ জাননী দিলে। কাৰণ বনৰজা গা ধুবলৈ আহিছে। ওপৰত আনে গা ধুলে পানী ঘোলা হব।

ওপৰৰ ঘাটত এটা কেঁটেলা পহুৱে গা ধুই আছিল। চকিদাৰৰ সাৱধান বাণী শুনি আজি বনৰজাক অলপ জুলুম কৰা যাওক বুলি নৈৰ মাজলৈ গৈ সি পানীবোৰ ঘোলা কৰিবলৈ ধৰিলে। নৈৰ গোটেই পানী ঘোলা কৰা দেখি বনৰজাৰ বৰ খং উঠিল। চকিদাৰক পাঁচি তৎক্ষণাত হুকুম পঠালে যে, "ওপৰত কোনে গা ধুইছে? আগতে ৰজাই গা ধুবলৈ আহিছে বুলি জাননী দিয়া সত্ত্বেও সেই জাননী নেমানি এনেদৰে বাহাদুৰি কৰি পানী ঘোলা কৰি গা ধুই আছে। কোনে এনেকৈ বনৰজাক অপমান কৰিছে? মোতকৈ সি কিমান ডাঙৰ জন্তু যে গোটেই নৈৰ পানী তাৰ গা ধোওঁতে ঘোলা হব লাগে?" চকিদাৰে কেঁটেলা পহুৰ ওচৰলৈ গৈ বনৰজাই কোৱা কথাখিনি তাক কলে। তাকে শুনি কেঁটেলা পহুৱে ডক্কোপ মাৰি এইবুলি কৈ পঠালে, "বনৰজাই মোক কি বুলি ভাবিছে? তাৰদৰে দহোটা হাতীকো মই অকলে বলে পাৰিম। বনৰজাৰ তো কথাই নাই।"

এই কথা শুনি বনৰজাৰ বৰ খং উঠিল। সি ভাবিলে, "জন্তুৰ ভিতৰত হাতীয়েই আটাইতকৈ ডাঙৰ। সেই কাৰণে বনৰজাৰ দৰে উচ্চ আসন লাভ কৰিবলৈ আমি সমৰ্থ হৈছোঁ। এতিয়া আকৌ বলে-বীৰ্য্যে বুদ্ধিয়ে-গুণে আমাক বলে পৰা আমাতকৈ ডাঙৰ জন্তু ক'ৰপৰা ওলালহি ? নাই নহয়, তাৰ সেই বৰ কথাৰে ভয় কৰিম বুলি ভাবিছে নেকি ? সিনো কিমান ডাঙৰ জন্তু, মোৰ গাৰ নোম এডালৰ সমানেই হওকচোন বাৰু, তেতিয়াহে পতিয়াম যে তাৰ গাত জন্তুৰ তেজ আছে বুলি।" এই বুলি ভাবি গাৰ নোম এডাল উভালি দি চকিদাৰক কৈ পঠালে, "মই তাক মোৰ এই গাৰ নোমডালৰ সমানেই নেদেখোঁ। তাক সোনকালে ঘাটৰপৰা উঠি ঘাট মুকলি কৰিবলৈ ক'গৈ যা। নহলে মই যাব লাগিলে একেগছকতে তাৰ পেটৰ নাড়ীকিডাল উলিয়াই দিম।" চকিদাৰে বনৰজাৰ নোমডাল লৈ কেঁটেলা পহুক দি দিলে আৰু বনৰাজে কোৱা সকলো কথা তাৰ ওচৰত বিবৰি কলে। কেঁটেলা পহুৱেও ভাবিলে, "চোৱা তাৰ গেলা-গপটো ? মোক গাৰ নোমৰ লগতহে ৰিজায়। বনৰজা হ'ল বুলিনো ইমান ভেম দেখুৱাব লাগেনে ?" এইবুলি নিজৰ গাৰ কাঁইট এডাল উভালি চকিদাৰৰ হাতত দি ক'লে—"যা, এইডাল মোৰ নোম বনৰ ৰজাৰ হাতত দেগৈ" চকিদাৰে কেঁটেলা পহুৰ ডাঙৰ কাঁইটডাল ঠোঁটেৰে চেপি দাঙিব নোৱাৰি পানীতে উটাই দি লগে লগে লৈ আহিল। বনৰজাৰ ওচৰ পালত কাঁইটডাল বনৰজাক দিলে। ৰজাই কেঁটেলা পহুৰ কাঁইটডাল দেখি আচৰিত মানিলে। যাৰ গাৰ নোম এডাল হাতীৰ নোমৰ এশ গুণ শকত তাৰ শৰীৰটোও চাগৈ হাতীতকৈ বহুত শকত আৰু ডাঙৰ হব। সঁচাই কেঁটেলা পহু হাতীতকৈ বহুত ডাঙৰ আৰু মান্য জন্তু। এনেজন জন্তুৰ ওচৰত বৰাই কৰা মিছা, এইবুলি হাতী যিমান সোনকালে পাৰে তাৰপৰা পলাই পত্ৰং দিলে।

হাতীৰ কাণ্ড দেখি চকিদাৰৰ বৰকৈ হাঁহি উঠিল। হাঁহি হাঁহি তাৰ পেটৰ নাড়ী ছিগো ছিগো যেন হ'ল। অৱশেষত এইদৰে হাঁহি

হাঁহি চকিদাৰৰ মলদ্বাৰেদি তেজ ওলাই আধামৰা হ'ল। সেইদিনাৰ পৰাই চকিদাৰ বুলবুল চৰাইৰ মলদ্বাৰৰ নোমত তেজৰ দাগ এটা চিৰদিনৰ বাবে ৰৈ গ'ল।

কেঁটেলা পহুৰেও মূৰ্খ হাতীৰ কাণ্ড দেখি হাঁহিবই নে কান্দিবই একো থিৰ কৰিব নোৱাৰিলে। মহা আনন্দেৰে নৈত গা ধুই অলপ সময়ৰ পিছতে হাবিলৈ গৈ তাৰ গাঁতত সোমাই থাকিল।

---

# কপৌ চৰাইৰ কথা

এখন গাঁৱত এজন ধনী মানুহৰ ফুলমতী নামৰ এজনী বৰ ধুনীয়া ছোৱালী আছিল। ফুলমতীৰ মাক ঢুকোৱাৰ পিছত বাপেকে আকৌ এজনী বিয়া কৰাই আনিলে। ফুলমতীৰ আইতাক বৰ বুঢ়ী হৈছিল। তাই ঘৰৰ কোনো কাম-বন কৰিব নোৱাৰে বাবে ঘৰৰ আটাইবোৰ কাম ফুলমতীয়ে কৰিব লাগে। মাহীমাকৰ স্বভাৱ চৰিত্ৰ বৰ ভাল নাছিল। বাপেকৰ আগত ফুলমতীক একো অত্যাচাৰ নকৰে যদিও অকণমান বাপেক চকুৰ আঁৰ হলেই তাইক নানা টান কাম কৰিবলৈ দিয়ে। সতিনীয়েকৰ জীয়েক বুলি কেতিয়াবা কেতিয়াবা মাৰধৰো কৰে। ফুলমতীয়ে সেইবোৰ সকলো নীৰৱে সহ্য কৰি থাকি মাহী-মাকে জাপি দিয়া কামবোৰ নিয়াৰিকৈ কৰি শেষ কৰে। কিন্তু কোনো দিনো মাহীমাকৰ চৰিত্ৰৰ কথা আৰু তাইৰ অত্যাচাৰৰ কথা বাপেকৰ আগত কোৱা নাছিল। মাহীমাকে ফুলমতীক অত্যাচাৰ কৰাৰ কথা ফুলমতীৰ আইতাকে ভালদৰে জানে যদিও মুখচোকা বোৱাৰীয়েকৰ আগত মুখেৰে মাত মাতিব পৰা নাছিল।

কেইদিনমানৰ পিছত মাহীমাকৰ এটা লৰা উপজিল। লৰা জন্ম হবৰেপৰা ফুলমতীৰ কাম আগতকৈ বাঢ়িল। আগেয়ে ভাত ৰন্ধা, ঘৰমচা আদি কামবোৰ মাহীমাকে কৰিছিল। এতিয়া ফুলমতীয়ে সদায় সেইবোৰ কৰিব লাগে। ফুলমতী এতিয়া বৰ গাভৰু হৈছে। সেই কাৰণে মাহীমাকে কৰিবলৈ দিয়া সকলো কাম তাই আগ্ৰহেৰে কৰে। ৰাতিপুৱাৰেপৰা গধূলিলৈকে ঘৰুৱা কাম-কাজ কৰাৰ উপৰিও দুপৰীয়া ভায়েকক লৈ নিচুকোৱা, আবেলি গাহৰি কেইটাক আহাৰ দিয়া আদি কামো তায়ে কৰিব লাগিছিল। মাহীমাকে কাপোৰ বয়, মাছ মাৰে আৰু লৰাক লৈ ওমলায়। সতিনীয়েকৰ জীয়েক বুলি ফুলমতীক কাপোৰ ববলৈ প্ৰায় নিদিছিল।

কিছুদিনৰ পিছত বাপেকে এটা ধুনীয়া ডেকা লৰালৈ ফুলমতীক বিয়া দিলে। ফুলমতীৰ বিয়াখন হোৱাত আইতাকে বৰ ভাল পালে। নাপাবনো কিয় ? তাইৰ জীয়েকৰ একেটি মাত্ৰ ছোৱালী ফুলমতী। নাতিনীয়েকৰ বিয়াত ৰং নাপালে কাৰনো বিয়াত ৰং পাব। কথাতে কয়, একে বুঢ়ী নাচনী তাতে নাতিনীয়েকৰ বিয়া। মাহীমাকে হলে ফুলমতীৰ এই বিযাত মনে মনে ভাল পোৱা নাছিল। ফুলমতীৰ অনিষ্ট কৰাৰ কথা তাই মনে মনে চিন্তা কৰিবলৈ ধৰিলে।

এদিন ফুলমতীৰ বাপেকে ন-জোঁৱায়েকক লগত লৈ বহু দূৰ বাট খোজ কাঢ়ি গৰু এহাল কিনিবলৈ বুলি হাটলৈ গৈছিল। অহা-যোৱাত দুদিনমান লাগে। গিৰিয়েক ঘৰৰপৰা দুদিন মানৰ বাবে ওলাই যোৱাত মাহীমাকে ভালকে পালে। যেতিয়াই তেতিয়াই, হোৱাই নোহোৱাই ফুলমতীক কাম পাচিবলৈ ধৰিলে। সেইদিনা ফুলমতীক ৰদত ধান এপুৰা শুকুৱাবলৈ কৈ নিজে মাছ মাৰিবলৈ গ'ল। যাওঁতে লৰাটো ফুলমতীৰ লগত এৰি গৈছিল। ইফালে ফুলমতীয়ে ৰদত ধান মেলি দি ভায়েকটোকে উমলিবলৈ দিছিল। সেইদিনাৰ ৰ'দটোও বৰ চোকা আছিল। সেই কাৰণে ভায়েকে নিজৰাত গা ধুই আহিবলৈ বায়েকক বৰকৈ আমনি দিবলৈ ধৰিলে। সিহঁতৰ ঘৰৰপৰা নিজৰাটি

আছিল বহুত দূৰত। চোতালত ধান মেলি দিছেহে মাথোন, এনে অৱস্থাত চোতালৰ ধানবোৰ এৰি গা ধুবলৈ গলে ধানবোৰ কোনে চাব? কোনেও নাচালে ঘৰৰ হাঁহ-কুকুৰা, গাহৰিবোৰে সোপাই খাই শেষ কৰিব বুলি ফুলমতীয়ে তাক বুজালে। আইতাক ঘৰত থকা হলেও যাব পাৰিলেহেঁতেন। বুঢ়ীও ওচৰৰ এঘৰলৈ ফুৰিবলৈ গৈছে। ধানবোৰ চাবলৈ ঘৰত মানুহ নাই। হাঁহ-কুকুৰাই ধানবোৰ খাই শেষ কৰিব লাগিলে মাহীমাকে তাইক শুদাই নেৰে বুলি নানা কথাৰে ভায়েকক বুজাবলৈ ধৰিলে। কিন্তু ভায়েকে একোকে নেমানে। বাৰে বাৰে বুজোৱাতো ল'ৰাটোৱে নেৰাত ওচৰৰ মানুহ ঘৰলৈ লৰি গৈ আইতাকক ধানকিটা চাবলৈ বুলি ঘৰলৈ মাতি আহিল। ভায়েকটোৱে অথনিৰেপৰা গা ধুবলৈ যাবলৈ আমনি কৰি আছে বুলি তাই আইতাকক কলে। আইতাকেও 'যা হব বাৰু' বুলি কোৱাত তাই ভায়েকক লৈ নিজৰালৈ গা ধুবলৈ গ'ল। ইফালে সমনীয়া বুঢ়ী কেইজনীমানৰ সৈতে কথা পাতি থাকোঁতে ফুলমতীৰ আইতাকে ঘৰলৈ আহিবলৈকে পাহৰিলে।

নিজৰাৰপৰা গা ধুই আহি দেখে যে আইতাক ঘৰলৈ অহাই নাই। মানুহ নোহোৱা দেখি চোতালত দিয়া ধানবোৰ হাঁহ-কুকুৰা আৰু গাহৰিবোৰে খাই শেষ কৰি পেলালে। তাকে দেখি ফুলমতীয়ে বৰ বেজাৰ পালে। এতিয়া মাহীমাকে মাছৰপৰা আহি ধানৰ এই অৱস্থাৰ কথা জানিব পাৰিলে তাইক কেতিয়াও শুদাই নেৰে বুলি পুনৰ ঘৰৰপৰা এপুৰা ধান উলিয়াই ৰদত মেলি দিলে। সেইদিনাৰ ৰ'দটো ইমান চোকা আছিল যে অলপ সময়ৰ পিচতে ভায়েকে পুনৰ গা ধুবলৈ যাবলৈ বায়েকক আমনি কৰি কান্দিবলৈ ধৰিলে। চোতালত ধান মেলি দি ইমান দূৰলৈ বাৰে বাৰে গা ধুবলৈ যোৱাটো বৰ ভাল কথা নহয় বুলি তাক ডাবি-ধমকি দিলে। তাৰ কাৰণে এপুৰা ধান কুকুৰা-গাহৰিয়ে খালে, এইবাৰো তাইক সেই ফান্দত পেলাবলৈকে খুজিছেনে কি? বাৰে বাৰে আমনি নিদি শান্ত লৰাৰ দৰে ধেমালি

কৰি থাকিবৰ বাবে তাৰ মনত ভাল লগাবলৈ ভাল ভাল সাধু কৈ শুনাবলৈ ধৰিলে। কিন্তু সি একোতে মান্তি নহয়।

সি বেছিকৈহে কান্দিবলৈ ধৰিলে। অগত্যা ভায়েকক শান্ত কৰিব নোৱাৰি আইতাকক কৈ তাই আকৌ ভায়েকক গা ধুৱাবলৈ গ'ল। আইতাকে এইবাৰ ধান ৰখিবলৈ আহিবলৈ নাপাইঁৰিলে। ঘৰলৈ আহি পিৰালিৰ ছাঁত বহি ধান ৰখি থাকিল, কিন্তু ফুলমতীহঁতে পলম কৰা দেখি তাইৰ বহি বহি আমনি লাগিল। অকলে এইদৰে বহি হাঁহ-কুকুৰা খেদোতে তাই সেইফালে শুদা মাটিৰ ওপৰতে বাগৰ দি শুই পৰিল। হাঁহ-কুকুৰাবোৰে চোতালত মেলি দিয়া ধান পুৰাৰ সোপাকে এইবাৰো খাই শেষ কৰিলে।

ফুলমতীহঁতে গা ধুই ঘৰলৈ আহি চোতালত এটিও ধান নেদেখি আচৰিত হ'ল। আইতাকক ধানবোৰ কি হ'ল বুলি সোধাত তাই কলে যে তাই অকণমান শোওঁতেই হাঁহ-কুকুৰাই সোপাকে খাই পেলালে। ফুলমতীৰ আইতাকৰ ওপৰত বৰ খং উঠিল। তাই আইতাকক খঙতে গালি পাৰিলে। তাইৰ অসাৱধানতাৰ দোষতে এইবাৰো ধানবোৰ হাঁহ-কুকুৰাই খালে। আইতাকেও ফুলমতীক কিছুমান নকবলগীয়া কথাৰে গালি পাৰি কেই কোবমান মাৰিলে। ফুলমতীয়ে আইতাকৰ এই ব্যৱহাৰত বৰ বেজাৰ পালে। মাহীমাকে এই কথাটো জানিলে পুনৰ শাস্তি খাব লাগিব বুলি তাই ভয়ত কঁপিবলৈ ধৰিলে। আজি ইমানবোৰ ধান এনেই নষ্ট হ'ল। তাইৰ ভায়েকটোৱে যত অনৰ্থৰ মূল। মাহীমাকে তো সেইবোৰ ভিতৰুৱা কথা নেজানে। গতিকে আটাইবোৰ দোষ তাইৰেই গাতে জাপি দি তাইক নিশ্চয় শাস্তি দিব। কেনেকৈ এই শাস্তিৰপৰা হাত সাৰিব পাৰি তাৰে উপায় চিন্তা কৰিবলৈ ধৰিলে। এই দৰে ভাবি গুণি অস্থিৰ হৈ তাই ঘৰটো ত গোটাই থোৱা হাঁহ-কুকুৰাৰ পাখিবোৰ আৰু কঠালৰ এঠাবোৰ লৈ কুকুৰাচৰাই পোহা ঘৰত সোমাল। জুইৰ তাপত কঠালৰ এঠা গলাই গাত সানি চৰাই-পাখিবোৰ এঠাৰে গাত

গুঁজি লবলৈ ধৰিলে। ভায়েকটোক পাচি তাক অ'ত ত'ত পৰি থকা চৰাইৰ পাখি বিচাৰি আনিবলৈ দি গোটেই গাত, পাখি লগাই ললে। বেলি মাৰ যোৱাৰ আগতে তাইৰ কথা মতে দুৱাৰখন মেলি দিবলৈ ভাইটোক শিকাই দিলে।

গোটেই গাতে চৰাই পাখি লগোৱা হলত তাই এটি কপৌ চৰাই হৈ পৰিল। তাই ঘৰৰ ভিতৰতে এবাৰ উৰি চালে। বেলি পৰি বতৰ জুৰ হোৱাত চৰাইৰ পাখিবোৰ এঠাৰে সৈতে গাত ভালদৰে লাগি ধৰিলে। এতিয়া তাই বেচ ভালকৈ উৰিব পৰা হ'ল। তাই ভায়েক-টোক দুৱাৰখন অকণমান মেলি দিবলৈ কলে। ভায়েকে বায়েকৰ কাণ্ড একো জনা নাছিল। বায়েক ইমান পৰে চৰাই পাখিৰে কুকুৰা চৰাই পোহা ঘৰত সোমাই কি কৰিছেনো বুলি দুৱাৰখন মেলি জুমি চাব খোজোঁতে, "ভাইটি তুমি থাকিবা দেই। মই এতিয়া বহু দূৰলৈ গুচি যাম" বুলি সাউৎকৰে উৰি গুচি গল। বায়েক কপৌ চৰাই হৈ উৰি যোৱা দেখি ভায়েকে "বাইটী, তুমি কলৈ উৰি গুচি যোৱা? মোকো তোমাৰ লগতে লৈ যোৱা। ময়ো তোমাৰ লগতে উৰি যাম" বুলি কান্দিবলৈ ধৰিলে।

ফুলমতী উৰি গৈ সিহঁতৰ ঘৰৰ মুধতে পৰি বিনাই বিনাই কান্দিবলৈ ধৰিলে। বায়েকৰ বেজাৰত ভায়েকে তেনেদৰে কান্দি থকা দেখি মাকে ঘৰৰ পৰা ওলাই চাই দেখে যে ফুলমতী তেতিয়া তাত নাই। পুতেকৰ মুখৰপৰা ফুলমতীয় কপৌ চৰাই হৈ যোৱাৰ সকলো বৃত্তান্ত শুনিলে। সকলো শুনি ফুলমতীৰ ওপৰত তাইৰ বৰ খং উঠিল। আওমৰণে মৰা ফুলমতীয়ে সিহঁতৰ সকলোকে এৰি থৈ এতিয়া দুখৰপৰা নিস্তাৰ পাবলৈ এনেদৰে সিহঁতৰ পিনে চাই চাই কান্দিছে বুলি, এটা দলি মাৰি তাইক ঘৰৰ মুধৰপৰা খেদি দিলে। ফুলমতী ( কপৌজনী ) মাহীমাকৰ ভয়ত বিনাই বিনাই উৰি হাবিলৈ গুচি গ'ল। হাবিয়ে হাবিয়ে তাইৰ দিনবোৰ পাৰ হ'ল। এদিন তাই বাটৰে গছ এডালত পাৰি হাটলৈ যোৱা বাপেক আৰু গিৰিয়েক

অহালৈ চাই আছিল। সেই সময়তে বাপেকহঁতে হাটৰপৰা গৰু কিনি ঘৰলৈ আহক। আহোঁতে ভাগৰ লগাত সেই গছৰ তলতে বহি জিৰালে। এনেতে গছৰ ওপৰত তাই এই দৰে বিনালে :—

ক'লা কাপোৰ পিন্ধাজন, দাড়ি চুলি পকাজন
মোৰ বোপাই হেন দেখোঁ,
ৰঙা কাপোৰ পিন্ধা জন, সবল সুঠাম ডেকাজন
মোৰ ভাতাৰ যেনেই দেখোঁ।
ৰ'দত ধান শুকাওঁতে, ভাইক গা ধুৱাওঁতে
সোপাই ধান হাঁহ-কুকুৰাই খালে,
মাহী আয়ে মাৰিব, এই ভাবি ভয়তে
চৰাই পাখি লগাই মই কপৌ চৰাই হলোঁ।

সিহঁতেও এজনে কলা কাপোৰ আৰু এজনে ৰঙা কাপোৰ পিন্ধিছিল। ওপৰৰ কথাষাৰ কোৱা শুনি ওপৰলৈ চোৱাত এটা কপৌ চৰায়ে সিহঁতৰ পিনে সজল চকুৰে চাই বিনাই থকা দেখিবলৈ পালে। বাৰে বাৰে এইদৰে একে কথাকে গাই গাই বিনাই থকা শুনি সিহঁতে তাইৰ কি হৈছে আৰু তাইনো কোন সুধিলে। কপৌ চৰাইজনীয়ে নিজৰ পৰিচয় দি সকলো ভাঙি-পাতি ক'লে। সকলো কথা জানিবলৈ পাই কপৌ চৰাইৰ ৰূপ এৰি পুনৰ মানুহ হৈ ওলাই আহিবলৈ ফুলমতীক তেওঁলোকে মাতিলে। এই কথাত তাই কলে যে তাই এতিয়া যি ৰূপ ধৰিছে সেই ৰূপ এৰি আৰু মানুহ সমাজলৈ যোৱা অসম্ভৱ। গতিকে সকলোৰে পৰা বিদায় মাগি তাইৰ বাবে দুখ নকৰিবলৈ সেৱা জনালে।

ফুলমতীৰ কথা শুনি সিহঁতে বৰ দুখ আৰু বেজাৰ পালে। বেজাৰ মনেৰে ফুলমতীহঁতৰ বাবে অনা চিৰা মুড়ি মিঠাই আদি আটাইবোৰ হাবিৰ মাজত ছটিয়াই দিলে। ফুলমতীয়ে ছটিয়াই দিয়া চিৰা-মুড়িবোৰ বুটলি খাই বাপেকহঁতৰ পৰা বিদায় লৈ উৰা মাৰিলে।

সিহঁতেও বৰ দুখেৰে ঘৰলৈ গ'ল। ঘৰত গৈ ফুলমতীৰ বিষয়ে সকলো কথা শুনিলে।

পিচদিনা ৰাতি পুৱাইছে। তেতিয়া বেলিৰ পোহৰ ঘৰৰ চালত পৰিছে। ঠিক এনে সময়তে কপৌ চৰাইজনী আকৌ আহি সিহঁতৰ ঘৰৰ মুধত পৰি বিনাবলৈ ধৰিলে। তাইৰ করুণ বিননি শুনি সিহঁতে বৰ দুখেৰে সৈতে ক'লে, "তুমি আমাক এৰি গৈ আমাৰ পৰা কি পাব খুজিছা। তোমাক দিবলৈ আমাৰ এতিয়া একো নাই। তোমাক কিনো দিম?" কিন্তু কপৌজনীৰ বিননি কোনেও একো বুজি নাপালে। অৱশেষত ভাবি চিন্তি তেনেদৰে ফুলমতীয়ে কান্দি থকা দেখি তাইৰ পিন্ধা কাপোৰ, অলঙ্কাৰ-পাতি আদি সকলোকে যি লাগে লৈ যাওক বুলি চাললৈ দলি মাৰি দিলে। কপৌজনীয়ে সকলোবিলাক এৰি তাইৰ মৰমৰ পখৰা মালাধাৰ গলত পিন্ধি সকলোৰেপৰা বিদায় লৈ চিৰদিনৰ বাবে উৰি গুচি গ'ল, কিন্তু তাইৰ মৰমৰ আৰু শুৱনি ডেকা গিৰিয়েকক এৰি যাব লগা হোৱাত তাইৰ মনটোৱে বৰ হাহাকাৰ কৰি উঠিছিল। তাইক শোকে খুন্দা মাৰি ধৰিছিল। সেই কাৰণে সদায় খুব পুৱাতে গিৰিয়েকক চাবলৈ বুলি বেলি ওলোৱাৰ লগে লগে ঘৰলৈ উৰা মাৰি সিহঁতৰ ঘৰৰ মুধত পৰি গিৰিয়েকক এবাৰ চাবলৈ আহে, আৰু মনৰ বেদনা জনাই প্ৰাণ খুলি বিনাই বিনাই কান্দে। সেইদিনৰপৰা এতিয়াও কপৌ-চৰায়ে বেলি ওলোৱাৰ লগে লগে ঘৰৰ চালত পৰে আৰু নিজৰ দুখৰ কথা কৈ কৈ বিনাই থাকে।

---

# খেতিয়ক আৰু বাঘ

এখন গাঁৱত এজন খেতিয়ক আছিল। খেতিয়কে নিজৰ খেতিৰ উপাৰ্জ্জনেৰে পৰিয়ালৰ পোহপাল দিয়ে। এদিন হাতত এখন কুঠাৰ লৈ খেতিয়ক হাবিলৈ নাঙল কাটিবলৈ গৈছিল। যাওঁতে এখন বিলত এটা বুঢ়া ঢেকীয়াপতীয়া বাঘ বোকাত পৰি থকা দেখিবলৈ পালে। বাঘে বোকাৰপৰা উঠিবলৈ কেইবাবাৰো চেষ্টা কৰিও উঠিব পৰা নাই। এনেতে সেই খেতিয়কজন সেই ফালেদি যোৱা দেখি বাঘে বোকাৰপৰা তুলি দিবলৈ তাক খাটিলে। খেতিয়কে বাঘ দেখি এনেই ভয় খাইছিল, এনেতে তাক বোকাৰ-পৰা তুলি দিবলৈ মতা দেখি তাৰ তালুৰসৰে জীৱ গ'ল। তথাপি মৰণত শৰণ দি ভয়ে ভয়ে ওচৰলৈ গৈ সুধিলে, "তোক বোকাৰপৰা তুলি দিলে মোৰ কি লাভ হব? তই বাঘ, সুবিধা পালেই তই মোক ধৰি খাবি। বাঘৰ কি বিশ্বাস আছে?"

বাঘে নিজৰ অৱস্থাৰ কথা তাক ভালদৰে বুজাই, তাৰ আগত ক'লে,—"মোক অবিশ্বাস কৰিব লগীয়া একো নাই। বিশেষকৈ বিপদৰপৰা উদ্ধাৰ কৰা লোকক সাক্ষাত ঈশ্বৰতকৈয়ো শ্ৰেষ্ঠ বুলি ভাবিব লাগে। এতিয়া মই বোকাত পৰি উঠিব পৰা নাই, তেনে স্থলত মোক বোকাৰপৰা তুলি দিলে প্ৰাণ ৰক্ষাৰ বিনিময়ে আপুনি মোৰ পৰা যি বিচাৰে মই তাক দিম, প্ৰাণটো দিবলৈকো সাজু আছোঁ। গতিকে অনুগ্ৰহ কৰি মোক ইয়াৰপৰা তুলি দি প্ৰাণ ৰাখক। আপোনাৰ মঙ্গল হব।" বাঘৰ কাতৰ অনুৰোধ শুনি খেতিয়কে ভাবিলে, কথা সঁচা। তাক বোকাৰপৰা তুলি দিব

পাৰিলে জীৱন ৰক্ষাৰ পুণ্য হব, লগতে তাৰপৰা এটা বৰো লব পৰা যাব। খেতিয়কে কলে, "তই মোক কি দিব পাৰিবি?" বাঘে কলে, "মই বাঘ। মোৰ হাতত ধন বস্তু একো নাই। কিন্তু মই আপোনাক বৰ এটা দিব পাৰোঁ। এই বৰ আপোনাৰ বহুত কামত লাগিব।" খেতিয়কজন আছিল অপুত্ৰক। গতিকে এনে অৱস্থাত তাৰ পুত্ৰ লাভৰ বৰ লোৱাহে উচিত হব। সি আগতে নানা সাধু-সন্তৰপৰা নানা বৰ লৈছে, কিন্তু কোনোটোৱে তাৰ নফলিয়ালে। এতিয়া বিপদত পৰি বৰ দিবলৈ ওলোৱা বাঘৰ বৰটো কিজানি ফলিয়ায়েই, এই বুলি ভাবি হাবিৰপৰা লতা এডাল কাটি আনি তাৰে বাঘৰ গাত ভালদৰে মেৰিযাই বল দি বাঘটোক টানি বামলৈ তুলি আনিলে। বাঘ বোকাৰপৰা উঠিল।

বোকাৰপৰা তুলি দি খেতিয়কে বাঘৰ পূৰ্ব্ব প্ৰতিশ্ৰুতি অনুসাৰে বৰ বিচাৰিলে। বাঘে কিন্তু গেঙেৰি দি উঠি খেতিয়কক খাবলৈহে ওলাল। বাঘে কলে, "এই শুভক্ষণত তুমি মোৰ সমুখৰপৰা কলৈ পলাবা? আজি কেবাদিনো একো খাবলৈ পোৱা নাই। গতিকে আজি তোমাক খাই পেটৰ ভোক গুচাব লাগিব।"

বাঘৰ কথা শুনি খেতিয়ক আচৰিত হ'ল। এতিয়া কি কৰা যায়। যাক বিপদত পৰা দেখি সহায় কৰিলো, সিয়ে এতিয়া উপকাৰীক অজগৰে খায়। ই কথাই কথা নহয়। আন দহজনক সুধিয়ে চোৱা যাওকচোন বাৰু, উপকাৰীক অপকাৰ কৰিব পায়নে কি? যদি পায় বুলি সকলোৱে কয়, তেন্তে তাত মোৰ কবলগীয়া একো নাই। খেতিয়কে বাঘৰ আগত মনৰ কথা কলে। এই কথাত বাঘ মান্তি হ'ল। খেতিয়কে বাঘৰ অনুমতি পাই ওচৰতে বহু যুগ ধৰি থিয় হৈ থকা ডাঙৰ বৰ গছ এজোপাৰ ওচৰলৈ গ'ল। মানুহে এই বাটেৰে অহা যোৱা কৰিলে প্ৰায়ে এই গছৰ তলত জিৰাই জুৰ লয়। সি মানুহৰ সমাজৰ কথা বহুত জানে। দেইদেখি খেতিয়কে তাকে প্ৰথমে সুধিলে,

গছ ভাই, গছ ভাই, শুনা অকণমান,
বোকাত পৰি বুঢ়া বাঘৰ যায় যায় প্ৰাণ
ওপৰলৈ তোলোতে কষ্ট যে কিমান
উলটি এতিয়া সি মোৰে লয় প্ৰাণ।

গছে ক'লে, "বুজি পোৱা নাই। কি হৈছেনো ভালদৰে বুজাই কোৱা।"

খেতিয়কে সকলো বিবৰি কলে। তাৰ পিচত গছে ভাবি-চিন্তি উত্তৰ দিলে, "মই গছহে। মই মানুহৰ সমাজৰ কথা কি জানো। তথাপি মোক সুধিছা যেতিয়া মই যিখিনি জানো তাকে কওঁ। গছ হৈ আমি পৰাপক্ষত মানুহক সহায় কৰি আছোঁ। মানুহক জিৰাবলৈ ছাঁ দিছোঁ, ঘৰ সাজিবলৈ আমি গছবোৰে খুটা দিছোঁ। মোৰ ছাঁৰ তলত জিৰাবলৈ বহুত মানুহে ছাঁ লয়। কিন্তু বৰ দুখৰ বিষয়, মানুহে জিৰণি লবলৈ আহি মোৰ গাত দাৰে দুই এটা ঘা নমৰাকৈ নেথাকে। আমি গছবোৰে ইমান দুখ পাওঁ মানুহবোৰে তাক অলপো ভাবি নাচায়। মানুহে যদি উপকাৰীৰ তেনেদৰে অপকাৰ কৰিব পাৰে, তেন্তে বাঘে খেতিয়কক খোৱাতনো কি দোষ? গতিকে অলপো পলম নকৰি তাক খোৱাই যুগুত।"

গছৰপৰা তেনে কথা শুনি বাঘ আনন্দত মতলীয়া হ'ল। খেতিয়কক মৰিবলৈ সাজু হবলৈ কলে। খেতিয়কে বাধা দি কলে, "মই এতিয়া আৰু এজনক সুধি চাওঁ। সিনো বাৰু কি কয়।" এই বুলি দুয়ো পথাৰলৈ খোজ ললে। পথাৰত এটা ভগা নাঙল পৰি থকা দেখিলে। খেতিয়কে গছক কোৱাৰ দৰে নাঙলক সকলো কথা বুজাই কৈ এনেকুৱা অৱস্থাত বাঘে খাব পায়নে নেপায় সুধিলে।

খেতিয়কৰ কথা শুনি নাঙলে কলে, "মানুহে সজা মই কাঠৰ নাঙল। আমাক নাঙল ৰূপে গঢ় দিয়াৰ প্ৰতিদানত মানুহক আমি হালবোৱা কামত সহায় কৰোঁ। তাৰ বাহিৰে আন কোনো

কামত সহায় কৰিব আমি নোৱাৰোঁ। কিন্তু দুখৰ বিষয় যে, মানুহে আমাক কামৰ পাচত বোকাৰ মাজত হাবিয়ে জঙ্গলে যতে ততে পেলাই থয়। মানুহে যদি আমাক অকণমান ভাল ঠাইত ৰাখি থলেহেঁতেন তেন্তে আমি বৰষুণত তিতি মৰিব নালাগিলহেঁতেন। কামৰ শেষত ধুই পখালি ভালদৰে বামত বৰষুণ নপৰা ভাল ঠাইত থলেও আমি ভাল পাওঁ। গতিকে মই কবৰ হলে, মানুহে যদি আমাৰ প্ৰতি এনে নিৰ্দ্দয় আচৰণ কৰিব পাৰে, তেন্তে বাঘে তোমাক খোৱাতনো কি বৰ ডাঙৰ দোষৰ কথা হব পাৰে? গতিকে বাঘে তাক খোৱাই উচিত।"

নাঙলৰ কথা শুনি খেতিয়কক খাবলৈ বাঘ সাজু হ'ল। খেতিয়কে বাধা দি কলে, "নাঙলৰ কথাই কথা নহয়। জগতৰ আটায়ে তিনিটা প্ৰমাণেৰে উচিত অনুচিত প্ৰমাণ কৰে। এতিয়া মই দুজনৰহে সাক্ষী লৈছোঁ। এতিয়াও এজনৰ সাক্ষী লবলৈ বাকী আছে।·· ··গতিকে সৌ আলিটোৰ সাক্ষী লব লাগিব। তাক সুধি চাওঁচোন বাৰু, সিনো কি কয়? আলিয়ে তোৰ পক্ষে ৰায় দিলেহে তই মোক খাব পাৰিবি।" এই বুলি আলিৰ ওচৰলৈ গৈ তাৰ আগত সকলো কথা বিবৰি কলে। খেতিয়কৰ সকলো কথা শুনি আলিয়ে কলে, "মানুহে আমাক প্ৰতি বছৰে নতুনকৈ বান্ধি বছৰেকৰ মূৰত আমাক এবাৰকৈ নতুন জীৱন দান দিয়ে। তাৰ প্ৰত্যুপকাৰ হিচাপে সিহঁতৰ খেতি-পথাৰত পানী যোগানৰ আমি সুবিধা কৰি দিওঁ। আমি নহলে সিহঁতৰ খেতি-বাতিত বৰ অসুবিধা হলহেঁতেন। কিন্তু বৰ দুখৰ কথা যে, ন আলি বন্ধাৰ পিছত টিপ লবলৈ নৌ পাওঁতেই নিৰ্দ্দয় মানুহবোৰে আমাৰ ওপৰেদি খোজকাটি তেনেই ভাঙি 'পেলায়। কোনো কোনোৱে আমাৰ ওপৰেৰে খোজকাটি যাওঁতে ওপৰতে শৌচ-প্ৰস্ৰাব কৰি যায়। মানুহ জাতি এনে স্বাৰ্থপৰ যে সিহঁতে আনৰ সুখ-দুখৰ কথা অলপো নুবুজে। কেৱল সদায় নিজৰ সুবিধাৰ বাবেহে সিহঁত ব্যস্ত।

গতিকে বাঘে তাক খোৱাত কোনো দোষ নাই। মই হলে তাক খাবলৈ হুকুম দিওঁ।"

এতিয়া বাঘৰ আনন্দ চায় কোনে। সি খেতিয়কক কলে, "সকলোৱে মোৰ ফালেহে ৰায় দিলে। তোমাৰ ফালেচোন ৰায় দিওঁতা কোনো নোলাল। মই এতিয়া তোমাৰ কাৰণে কোনো কথাই নুশুনো। এতিয়া তুমি মৰিবলৈ সাজু হোৱা। ভোকত আৰু বৈ থাকিব নোৱাৰোঁ।" খেতিয়ক নিৰুপায় হ'ল। সি কি কৰিব এতিয়া। সকলোৱে বাঘৰ ফলীয়া হৈ ৰায় দিলে। তাৰ আজি মৰণ নিশ্চিত। সি বাঘক অকণমান ৰবলৈ কলে। সি এনেও মৰিব তেনেও মৰিব ; গতিকে মৰাৰ আগতে ভগৱানক এবাৰ প্ৰাৰ্থনা কৰিব খোজে। বাঘে বেচি পলম কৰিব নোৱাৰোঁ বুলি কলে। খেতিয়কে তাক ৰবলৈ কয়হে কয়, বাঘে নুশুনে।

এনে সময়তে সেই ফালেদি এটা শিয়াল মুখত কাগজ এটুকুৰা লৈ আহক। শিয়ালে বাঘক দেখি ভয়তে বেগাবেগিকৈ পথাৰখন পাৰ হৈ যাবলৈ ওলাইছিল। এনেতে খেতিয়ক আৰু বাঘৰ মাজত হোৱা কাজিয়া শুনিবলৈ পাই সি লাহেকৈ খেতিয়কৰ কাষ চাপি সিহঁতৰ কি হৈছে সুধিলে। বুঢাই সকলো কথা ভাঙি কলে, জগতৰ সকলোৱে বাঘৰ ফালেহে ৰায় দিলে। খেতিয়কৰ পিনে হলে এজনো নোলাল। মৰিব লাগিবই যেতিয়া, মৰাৰ আগতে ভগৱানৰ নাম লৈ মৰাই যাওক। কিন্তু এই বাঘে তাকো কৰিবলৈ নিদিয়ে। গতিকে তাৰ আৰু মৰাৰ বাহিৰে আন উপায় নাই।

তেতিয়া শিয়ালে কলে, "মই শিয়াল পণ্ডিত। মই এঠাইত লৰা এটাৰ নামকৰণৰ বাবে যাবলৈ ওলাইছিলোঁ। পিছে বাটতে তোমালোকৰ কাজিয়া শুনি ইয়ালৈ নহাকৈ থাকিব নোৱাৰিলোঁ। পিছে এটা কথা, মই পণ্ডিত হলেও তোমালোকৰ বিষয়ে আগৰ পৰা কেনে ধৰণে ঘটনাটো হৈছে, মই যদি নিজ চকুৰে নেদেখোঁ তেন্তে নেদেখাকৈ মই কোনো কথাৰে মীমাংসা কৰিব নোৱাৰোঁ।

কাৰণ, শুনি কোৱাতকৈ দেখি কোৱাহে যুগুত। শুনি কোৱাত সকলো পিনে শুদ্ধ নহবও পাৰে, কিন্তু দেখি কোৱাত ভুল হোৱাৰ ভয় নাই। গতিকে বাঘে ক'ত কেনেকৈ বোকাত পৰিছিল মোক দেখুৱাব লাগিব। তেতিয়া যদি বিচাৰত খেতিয়কৰ দোষ প্ৰমাণিত হয়, তেন্তে বাঘে খেতিয়কক নিশ্চয় খাব পাৰিব। সম্প্ৰতি তাত বাহিৰে মই অন্য একো উপায় দেখা নাই। তাকে জানি সোনকালে কাজিয়া শেষ কৰি পেলোৱাই উচিত।"

শিয়ালৰ কথা শুনি বাঘেও সেয়ে হ'ক বুলি কলে। সিইঁতে সকলোৱে বাঘ বোকাত পৰা বিললৈ গ'ল। বাঘে কেনেকৈ ক'ৰপৰা বোকাত পৰিছিল তাকে দেখুৱাবলৈ বোকালৈ জাপ মাৰি দিলে। বাঘ গভীৰ বোকাত পোত গ'ল। বাঘে যেতিয়া অকণো লৰচৰ কৰিব নোৱাৰা হ'ল তেতিয়া শিয়ালে চিঞৰি বাঘক ক'লে, "কোটাৰ পো কুটি, লোকলৈ বুলি হুল পুতি আপুনি মৰে যুটি।"

ইয়াকে কৈ শিয়ালে খেতিয়কক বাঘটো টঙনিয়াই মাৰি পেলাবলৈ দিহা দিলে। খেতিয়কেও তাকে কৰিলে। বনৰীয়া শিয়ালবোৰ গোট খাই হিংস্ৰুক বাঘৰ মঙহ খালে।

---

## বাঘৰ মাহী মেকুৰী

মেকুৰী বাঘৰ মাহীয়েক। এদিন মাহীয়েকৰ সৈতে বাঘে চিকাৰলৈ গৈ এটা বৰ ডাঙৰ সুগৰী পহু ধৰিলে। সুগৰী পহু মাৰি আনি কেনেকৈ খাব দুয়ো আলচ কৰিলে। মাহীয়েকে মানুহৰ ঘৰত সদায় সিজোৱা মাছ মঙহ খাবলৈ পাইছিল। সেই কাৰণে মেকুৰী মাহীয়ে পহুটো সিজাই খাবলৈ প্ৰস্তাৱ কৰিলে। মাহীয়েকৰ কথাত বাঘ মান্তি হ'ল। ইমান দিনে কেঁচা মঙহ খাই আমুৱাইছে। আজি মাহীয়েকৰ কথামতে সিজোৱা মাংসৰ সোৱাদকে লোৱা যাওক বুলি বাঘে ভাবিলে। কিন্তু জুই পায় ক'ত? সিহঁতে তো জুইৰ ব্যৱহাৰ নাজানে। বাঘে ভাবিলে, মাহীয়েকৰ লগত মানুহৰ ভাল ভাৱ আছে। মানুহে মাহীয়েকক বৰ মৰমো কৰে। তাইহে আজি জুই আনি দিব পাৰিব। এই বুলি মাহীয়েকক জুই আনিবলৈ পাচিলে। মেকুৰীও ভতিজাকৰ কথামতে জুই আনিবলৈ গৈ গাঁও এখনত সোমাল। বাঘে বনত মাহীয়েকে জুই অনা বাট চাই থাকিল।

মেকুৰী মাহীয়ে জুই আনিবলৈ গৈ মানুহ এঘৰত সোমাল। জুই খুজিবলৈ বুলি ঘৰত সোমাইছেহে এনেতে জুহালত বহি এজনী বুঢীক মাছ পুৰি থকা দেখিবলৈ পালে। মাছ পোৰাৰ গোন্ধ পাই মেকুৰী মাহীৰ জিভাৰ পানী ওলাল। পোৰা মাছৰ লোভ সামৰিব নোৱাৰি বুঢীৰ ওচৰ চাপি মিঊ, মিঊকৈ মাতি এটা পোৰা মাছ খুজিলে। বুঢীয়ে তাইৰ পিনে চোৱা নাছিল। মাছ পোৰা হলত বুঢীয়ে ভাত খাবৰ সময়ত মেকুৰীটোও তাইৰ ওচৰলৈ যোৱা

দেখি ভাতৰ লগতে অকণমান পোৰা মাছ তাইক খাবলৈ দিলে। বুঢ়ীৰ ঘৰত পোৰা মাছ খাবলৈ পাই বাঘে তাইক জুই নিবলৈ পঠিওৱাৰ কথা একেবাৰে পাহৰি গ'ল। বুঢ়ীৰ উপকাৰ পাহৰিব নোৱাৰি কিবা এটা ভাল কাম কৰি দিব লাগে বুলি ভাবি ঘৰৰ ইফালে সিফালে ঘূৰি ফুৰোঁতে কিছুমান নিগনিয়ে লৰা ঢাপৰা কৰি থকা দেখিবলৈ পালে। এই নিগনিবোৰে বুঢ়ীৰ ঘৰখন নষ্ট কৰিলে বুলি যিমান পালে সিমান নিগনি ধৰি ধৰি মাৰিবলৈ ধৰিলে।

ইফালে দিনৰ দিনটো মেকুৰী মাহীয়ে বাট চাই চাই বাঘৰ আমন্ত্ৰি লাগিল। অৱশেষত মেকুৰী মাহীয়ে জুই নিয়া নেদেখি পছু মঙহৰ লোভ সামৰিব নোৱাৰি বাঘে কেঁচাই কেঁচাই খালে। মেকুৰী মাহীয়ে এনেদৰে বিশ্বাসঘাতকতা কৰা দেখি য'তে তাইক লগ পায়, ততে ধৰি মাৰিবলৈ সি প্ৰতিজ্ঞা কৰিলে।

বাঘে জুই খুজিবলৈ পঠোৱাৰ কথা মনত পৰাত মেকুৰী মাহীৰ বৰ ভয় লাগিল। কৰবাত কেনেবাকৈ বাঘে লগ পালে তাইৰ আধ্যা পেলাব বুলি ভাবি যাতে বাঘে তাইৰ কোনো চিনচাব নাপায় তাৰ বাবে সেইদিনাৰ পৰাই নিজৰ শৌচবোৰ মাটিৰে ভালদৰে পুতি থবলৈ ধৰিলে, যাতে সেইবোৰ শুঙি শুঙি বাঘে তাইক বিচাৰি উলিয়াব নোৱাৰে। মেকুৰী মাহী দুনাই বনলৈ নগৈ বুঢ়ীৰ ঘৰতে থাকিল।

---

# নুমলীয়া কোঁৱৰ

তাহানিখনত আমাৰ দেশত এজন ৰজা আছিল। ৰজাৰ সাত জন পুতেক। মৰিবৰ সময়ত ৰজাই সাতোজন পুতেককে ৰাজ্যভাৰ গতাই এষাৰ মাত্ৰ কথাৰে কেউটিকে সচেতন কৰি থৈ গ'ল—"বাচি খাবা, জাগি শুবা।"

ৰজাৰ পুতেকসকলে চিকাৰ বৰ ভাল পাইছিল। কিন্তু বিধিৰ কি বিপাক, চিকাৰ কৰোঁগৈ বুলি গৈ এজন এজনকৈ ছজন কোঁৱৰ চিকাৰৰপৰা ৰাজ্যলৈ আৰু ঘূৰি নাহিল। অৱশেষত একমাত্ৰ নুমলীয়া কোঁৱৰেও নিজ ককায়েক সকলৰ অনুসন্ধানৰ বাবে চিকাৰ অভিমুখে যাত্ৰা কৰিলে। চিকাৰ খেদোঁতে খেদোঁতে কোঁৱৰে এদিন এখন গহীন হাবিৰ মাজত সোমাই পৰিল। ইফালে লগৰ সৈন্য-সামন্ত পালি-পহৰীয়াও কৰবাত এৰি আহিল। গতিকে হাবিৰ মাজতে এটা অট্টালিকা দেখি তাৰ কাষতে থাকিবলৈ ললে। ৰাতিটো কটাবৰ বাবে তেওঁ একুৰা ডাঙৰ জুই ধৰি, অলপ নিলগতে ঘোঁৰাটো বান্ধি দিনটোৰ ভাগৰ আৰু ভাব-চিন্তাকে আশ্ৰয় কৰি বহি থাকিল। এই ভাব-চিন্তাৰ মাজতে তেওঁৰ পিতৃ বুঢ়া ৰজাই দি যোৱা "বাচি খাবা, জাগি শুবা" বচনফাকিলৈ মনত পৰিল। তেতিয়া তেওঁ সচেতন হৈ জাগি থাকিবলৈ ললে।

দুখৰ ৰাতি নেযায় নুপুৱায়। বহি বহি আৰু কিমান কটাব! শেষত বাচি খাবা, জাগি শুবা, এই বাণীকেই সাৰোগত কৰি কাষত থকা চোকা তৰোৱাল আৰু অলপ ওচৰতে বান্ধি থোৱা ঘোঁৰাটোকে

তেওঁৰ একমাত্ৰ লগৰীয়া কৰি সেউজীয়া বননিৰ ওপৰত কোঁৱৰ দীঘল দি শুই পৰিল।

দুপৰ নিশা হ'ল। ঘোৰ বন নীৰৱ নিটাল। তেতিয়াও সুমলীয়া কোঁৱৰ জাগিয়েই আছে। তেওঁৰ মনত কত চিন্তা। দুপৰ নিশাৰ নীৰৱতা ভেদ কৰি হঠাতে অট্টালিকাৰ খটখটিয়েদি খট্-খট্ শব্দেৰে কিবা এটা নামি অহা তেওঁ গম পাই টোপঁনিৰ ভাও জুৰি চাই থাকিল। ক্ষন্তেকৰ পিচতে তেওঁ দেখিবলৈ পালে বগা ছাগলী এজনী আহি তেওঁৰ বান্ধি থোৱা ঘোঁৰাটো কামুৰি ধৰি তেজ পিবলৈ ধৰিছে। বিষম বিপদ জানি অতি সযত্নে তেওঁ শোৱাৰপৰা উঠি ভৰিৰ বুঢ়া আঙুলিৰ মূৰত ভৰ দি হাতত চোকা তৰোৱালখন লৈ ছাগলীজনীৰ ওচৰলৈ গৈ ছেগ চাই তাইৰ ডিঙিত ঘা বহুৱাই দিয়াৰ লগে লগে মূৰটো মাটিত সৰি পৰিল। কিন্তু কি মায়া! কি কথা! ছাগলী থিতাতে এজনী কাউৰীত পৰিণত হ'ল। ঘটনাৰ মূৰকত ই যে ৰাক্ষস-ৰাক্ষসিনীৰ ছলনা তাক বুজিবলৈ কোঁৱৰৰ বাকী নাথাকিল।

নিজৰ হাতত থকা তৰোৱাল আৰু জ্বলি থকা জুইকুৰাকে একমাত্ৰ আশ্ৰয় কৰি ৰাতি পুওৱাৰ পিছত কোঁৱৰে যেনিয়েই দুচকু যায় সেই ফালেই যাবলৈ আৰম্ভ কৰিলে।* এইদৰে যাওঁতে তেওঁ দেখিলে যে নিশাৰ কাউৰীজনীয়ে কোনোপধ্যে লগ এৰিব নোখোজে। অনাহাৰে অনিদ্ৰাৰে এইদৰে কেইবাদিনো যোৱাৰ পিছতে তেওঁ এখন ৰাজ্যত ওলালগৈ আৰু ৰজাৰ আগত নিজৰ বিপদৰ কথা জনাই তেওঁৰ আশ্ৰয় ভিক্ষা কৰি তাতে থাকিবলৈ ললে। ইফালে কাউৰীৰূপী ৰাক্ষসিনীয়ে এই ৰাজ্যৰ সীমাৰপৰাই তেওঁৰ পিছ লবলৈ এৰি দিলে।

এইদৰে ভালেমান দিন গ'ল। ৰজাৰ আশ্ৰয়ত থাকি কোঁৱৰো ৰজাৰ মৰমৰ পাত্ৰ হ'ল। এই সময়ছোৱাৰ ভিতৰতে কাউৰীৰূপী ৰাক্ষসিনীয়ে ৰাজ্যৰ এচুকত এটা চকুতলগা ঘৰ সাজি এজনী দীপ্-লিপ্ গাভৰুৰ বেশ ধৰি থাকিবলৈ ললে। মাজে সময়ে ৰজাই এই গাভৰুৰ ঘৰৰ কাষেদিয়ে চিকাৰ কৰিবলৈ যায়। এই দৰে যাওঁতে

ৰজা গাভৰুৰ ৰূপত মুগ্ধ হয় আৰু যথাবিহিত মতে বিয়া কৰাই তাইক ৰাজৰাণী পাতে।

কেঁচু খান্দোতে সাপ ওলায়। ওলোৱা কেঁচু গাঁতত নোসোমায়। বগা ভাত দেখি কাউৰীৰ মৰণ মিলে। সুমলীয়া কোঁৱৰেও ৰজাৰ বিয়াৰ মতি-গতি আগৰেপৰা লক্ষ্য কৰি ৰাণী কৰি অনা গাভৰু-ৰাণীৰ আলেখ লেখ সকলো লক্ষ্য কৰি বুজিব পাৰিলে যে আনৰ কাৰণে নহলেও সুমলীয়া কোঁৱৰৰ কাৰণে ৰাণীৰ এটা বেলেগ মোহদৃষ্টি আছে। সাত-পাঁচ গুণি নিজক নিজে আগন্তুক বিপদৰপৰা ৰক্ষা কৰি থাকিবৰ কাৰণে শ্ৰীহৰিৰ চৰণ চিন্তি সকলো বিপদৰ কাৰণে সাজু হৈ থাকিল। ইফালে ৰাণীৰূপী ৰাক্ষসিনীয়েও কোঁৱৰক যি কোনো উপায়ে প্ৰাণে মাৰিবৰ চিন্তা কৰি আহিছে যদিও কোঁৱৰ এনে সতৰ্ক যে তেওঁৰ মৰমৰ ঘোঁৰাক বধ কৰাৰ দিনৰপৰা পিতাকৰ শেষ বাণীৰ আশীষ মূৰত লৈ কঠোৰতাৰে জাগি থাকি বিপদৰপৰা নিজক ৰক্ষা কৰি আহিছে। কোঁৱৰৰ এনে জাগি থকা শক্তিৰ কাৰণেই তাই নানা চেলু লৈয়ো তেওঁক বধি প্ৰাণৰ পিয়াহ গুচাব নোৱাৰি আজি ৰাজ-অট্টালিকাৰ আশ্ৰয় লৈছেহি।

আয়ুসত চাউল থাকিলে কোনে কাক মাৰে। সুমলীয়া কোঁৱৰক বধিবৰ বহুতো উপায় উলিয়ায়ো তাৰ ফল নধৰাত ৰাক্ষসিনী ৰাণীয়ে এইবাৰ এটা নতুন ফন্দি জুৰিলে। তাই বুদ্ধি কৰি ভাত-পানী এৰি নৰিয়াৰ ভাও জুৰিলে। দিনক দিনে তাই নৰিয়া বেচি হোৱাৰ বুদ্ধি বিচৰাত ৰজায়ো ৰাজ্যৰ কিমান যে বেজ-জ্ঞানী নলগালে, কিন্তু কোনেও তাইৰ বেমাৰ ভাল কৰিব নোৱাৰিলে। অৱশেষত ৰাণীয়ে কলে যে তাইক যদি কেনেবাকৈ টেলেকী নাদৰ পানী এটোপা কোনোবাই আনি দিব পাৰে তেনেহলে তাইৰ জীৱনৰ আশা আছে। টেলেকী নাদৰ পানীৰ লগতে, সুমলীয়া কোঁৱৰহে সেই পানী আনি দিব পাৰিব তাকো ৰজাক জনোৱাত তেওঁ কোঁৱৰক সেই নাদৰ পানী আনি দি প্ৰিয়তমা ভাৰ্য্যাৰ প্ৰাণ ৰাখিবৰ কাৰণে আদেশ কৰিলে।

ৰাজ-আজ্ঞা শিৰত লৈ সুমলীয়া কোঁৱৰে টেলেকী নাদৰ পানী বিচাৰি ৰাজধানীৰ বাহিৰ হৈ গৈ ভাবিলে—তেওঁ কলৈ যাব? ৰাজ্যৰ কোনোৱে দেখোন এই পানীৰ নাম-গোন্ধকে পোৱাৰ কথা নকয়। কাক সুধিব, কাক ধৰিব। ই তেওঁক প্ৰাণে মৰাৰ ছলনা নহয় তো? হলেই বা। জন্মিলে এদিন মৰিবই লাগিব। পুৰুষৰ জন্মলৈ মৰণলৈ ভয় কৰিলে জানো চলিব? জ্বলা ভোটা তৰাৰ উজ্জ্বলতা জানো কোনো কালে কমে। এটা কঠোৰ সঙ্কল্প লৈ নিজৰ ভাই-ককাই, নিজৰ ৰাজ্য, নিজৰ প্ৰজা সকলোকে এৰি থৈ এনে স্থানত উপনীত হৈছোঁহি যেতিয়া, ইয়াৰ প্ৰকৃত সমাধানৰ পথ বিচৰাটোৱেই মোৰ একমাত্ৰ লক্ষ্য।

নিঃসহায়ৰ ঈশ্বৰেই একমাত্ৰ সহায়। তেওঁকেই বাটৰ সাৰথি কৰি সুমলীয়া কোঁৱৰে গাঁও-ভূঁই, নগৰ-চহৰ, নদ-নদী, পৰ্ব্বত-পাহাৰ, হাবি-বন অতিক্ৰম কৰি দিনে নিশাই যাবলৈ ধৰিলে। বাটৰ অন্ত নাই। টেলেকী নাদৰ পানীৰো আশা নাই। তথাপি কোঁৱৰে আশা এৰা নাই। গৈয়েই আছে। এইদৰে গৈ থাকোঁতে ভাগৰ লগাত এজোপা গছৰ শীতল ছাঁয়াত জিৰণি লবলৈ বহিল। বহি থাকোঁতে এজোপা গছৰ ওপৰত কেইটামান নোদোকা চৰাই-পোৱালিয়ে বৰকৈ চিঁ-চিঞাই কান্দি থকা দেখি ওপৰলৈ চাই দেখে যে এটা সাপে সিহঁতক খাবলৈ বুলি ওপৰলৈ উঠিব ধৰিছে। ততালিকে কোঁৱৰে তৰোৱালখনেৰে সাপটো বধি বপুৰা পোৱালি কেইটাক বিপদৰপৰা তাৰিলে।

কিছু সময়ৰ পিছত মাকে পোৱালিকেইটাৰ কাৰণে টোপ্‌লৈ আহি দেখে যে অন্য দিনাৰ দৰে সিহঁতে টোপ্ খাবলৈ নিবিচাৰি বহুপৰ তললৈকে চাই চাই চিঁ-চিঞাই আছে। তাই চাই দেখিলে যে তলত এজন মানুহ আৰু এটা সাপ দুছোৱা হৈ তেওঁৰ ওচৰতে পৰি আছে। তাকে দেখি চৰাইজনীৰ বুজিবলৈ আৰু বাকী নাথাকিল। যিয়েই নহওক, পোৱালিকেইটাক বুজাই মেলি টোপ্ খুউৱাৰ পিছত সুমলীয়া

কোঁৱৰৰ পৰিচয় আৰু আগমনৰ বাতৰি সুধি জানিব পাৰিলে যে তেওঁ টেলেকী নাদৰ পানী বিচাৰি আহিছে। যি পানীৰ নাদ ৰাক্ষসৰ ৰাজ্যত আৰু য'ত ৰাতিদিনে ৰাক্ষস পালি-পহৰীয়াই চোকা অস্ত্র-শস্ত্র লৈ নাদ শত্রুৰ হাতৰপৰা ৰক্ষা কৰি থাকে, তাক অনাটো এটা দুৰূহ কাম। তাত জীৱন নাশ হোৱাৰ আশঙ্কা আছে। তথাপি বিপদৰ বন্ধুক উপকাৰ কৰাটোৱে জ্ঞানীৰ কাম বুজি তেওঁক টেলেকী নাদৰ পানী আনি দিবলৈ গাত ললে।

তাৰ পিছদিনা পুৱাতে উঠি চৰাইজনীয়ে পোৱালিকেইটাৰ কাৰণে যত হয় মানে পুৱাৰপৰা গধূলিলৈকে পোক-পৰুৱা, কীট-পতঙ্গ, পৰুৱা-পিপৰা বিচাৰি বাহত থলেহি। কিয়নো টেলেকী নাদৰ পানী আনোতে কিমান দিন লাগে কোনে জানে? তাতে ই মায়াবী ৰাজ্যৰ কথা। চৰাইজনীয়ে নিজে পোৱালিকেইটাৰ কাৰণে আহাৰ সংগ্ৰহ কৰাৰ উপৰিও নাদৰপৰা পানী লৈ আহিবৰ কাৰণে সুমলীয়া কোঁৱৰক দুটা বজালৰ চুঙা কাটি চাঁচি থ'বলৈ কলে। পিছদিনা পুৱাতে শুভক্ষণ চাই পোৱালিকেইটাৰ ভাৰ তেওঁৰ ওপৰত দি পাতল চুঙা দুটি দুখন ডেউকাত বন্ধোৱাই লৈ টেলেকী নাদৰ পানীৰ কাৰণে যাত্রা কৰি তাই মুকলি আকাশেদি উৰি গ'ল।

চৰাইজনীয়ে উৰি গৈ গৈ আবেলি পৰত যি ৰাক্ষসৰ ৰাজ্যত টেলেকী নাদৰ পানী আছে তাৰ ওপৰত উৰিবলৈ ধৰিলে। তাই ওপৰৰপৰা চাই দেখে যে নাদৰপৰা পানী লৈ অহাটো কোনোপধ্যে সম্ভৱপৰ নহয়। নাদৰ চাৰিওফালে পালি-পহৰীয়াই চোকা দৃষ্টি ৰাখি পহৰা দি আছে। তথাপি মৰণত শৰণ দি বহু ওপৰলৈ উৰি গ'ল আৰু চিলনীৰ দৰে চোঁ মাৰি টেলেকী নাদলৈ সোমাই বুৰ মাৰিলে। নিমিষতে চুঙা দুটিত পানী ভৰাই চৰাইজনী ওপৰলৈ উৰি আহিল। আহোঁতে পহৰীয়াৰ চোকা তৰোৱালৰ কোবত চুঙাৰে সৈতে ডেউকা এখন তাতে থাকি আহিল।

চৰাইজনীয়ে এখন ডেউকাৰে বৰ কষ্টেৰে উৰি দুদিনৰ মূৰত নিজ

বাহ পালেহি। সুমলীয়া কোঁৱৰেও বপুৰীৰ অৱস্থা দেখি চকুপানী নোটোকাকৈ থাকিব নোৱাৰিলে। চৰাইজনীৰ প্ৰতি কৃতজ্ঞতা জনাই কোঁৱৰে টেলেকী নাদৰ পানী চুঙা লৈ সেইদিনাই নিজ স্থানলৈ যাত্ৰা কৰিলে। যথাসময়ত কোঁৱৰে ৰাজ্যত প্ৰৱেশ কৰি ৰজাৰ হাতত টেলেকী নাদৰ পানী অৰ্পণ কৰিলে। ৰজায়ো সেই পানী ৰাণীক দিয়াত ৰাণীয়ে ৰোগ উপশম হোৱা যেন দেখুৱাই কিছুদিন শান্তিৰে কাল কটালে।

টেলেকী নাদৰ পানী লৈ যেতিয়া তাইৰ চিৰবৈৰী সুমলীয়া কোঁৱৰ সশৰীৰে ঘূৰি আহিল, তেতিয়া ৰাক্ষসিনী ৰাণী তেওঁৰ দুঃসাহসিকতাৰ বাবে আচৰিত হ'ল, তথাপি পুনৰ কেতিয়াবা তেনে কামতে নিয়োগ কৰি কোঁৱৰক আৰু জীৱন্তে ঘূৰি নহা কৰিবৰ কাৰণে এক অভিসন্ধিৰ কথা ভাবি কিছুদিনলৈ নীৰৱে থকাটোকে থিৰাং কৰিলে।

বাঘে-ছাগে একেঘাটে পানী নাখায়। এখন বনত দুটা বাঘ থকাটোও কথাৰ কথা নহয়। কেইদিন মান যোৱাৰ পাছতে ৰাক্ষসিনী ৰাণীয়ে পুনৰ নৃৰিয়া পৰা ভাও জুৰিলে। ইতিমধ্যে টেলেকী নাদৰ পানীও অন্ত হৈ আহিল। গতিকে পুনৰবাৰ এই অমৃত যেন টেলেকীনাদৰ পানীৰ দৰ্কাৰ হ'ল।

আগৰ দৰে এইবাৰো কোঁৱৰক টেলেকী নাদৰ পানী আনি দিবৰ কাৰণে পাচিলে। কোঁৱৰেও ৰজাৰ কথামতে ৰাজ্যৰপৰা ওলাই গৈ আগৰ চৰাইজনীৰ বাহৰ তলত উপস্থিত হলগৈ। তেওঁক দেখিয়েই চৰাইজনীয়ে আগমন বাৰ্ত্তা আৰু কুশল বাতৰি সুধিলে। তেওঁ আদিৰপৰা অন্তলৈকে জীৱনৰ সকলো কথা কোৱাত চৰাইজনীয়ে কিছুপৰ টলকা মাৰি থকাৰ পিছত কলে, "তুমি ভাল মায়াবিনীৰ জালত পৰিছা দেখিছোঁ। তোমাৰ আয়ুসত চাউল আছে বুলিয়েই আজিও জীয়াই আছা। এতিয়া মোৰ বোধ হৈছে তুমি এক ৰাক্ষসিনী বুঢ়ীৰ জীয়েকৰ কবলত পৰিছা। তুমি জানি

থোৱাটো ভাল যে তোমাৰ ছয়োটি ককায়েৰাই এইৰ কবলত পৰিয়েই একেখন বনতে প্ৰাণ হেৰুৱাইছে। তোমাকো তাই প্ৰাণে মাৰিব নোৱাৰি ছলে বলে কৌশলে টেলেকী নাদৰ পানীৰ উঁহ বিচৰাই মৰাৰ ফাং পাতিছে। এই টেলেকী নাদৰ পানী নৰলোকৰ বস্তু নহয়, ৰাক্ষসৰ ৰাজ্যৰ হে। এই পানীয়ে অমৃতৰ নিচিনা কাম কৰে। ৰাক্ষস ৰাজ্যৰ বাহিৰে এই নাদৰ পানীত কাৰো অধিকাৰ নাই আৰু ইয়াৰ ওপৰত দিনেৰাতি সশস্ত্ৰ চোকা দৃষ্টি ৰাখি থোৱা আছে। ৰাক্ষসৰ বাহিৰে নৰ-মনিচৰ এই ৰাজ্যত পশিবৰ সাধ্য নাই। বাটো বহুদূৰ আৰু দুৰ্গম·· আগৰ দৰে মোৰ অৱস্থা থকা হলে, মৰসাহ দি মৰেই পুনৰ চেষ্টা কৰিলোহেঁতেন। ইফালে তোমাৰ মনৰ গতি দেখি মই বুজিছোঁ যে কৰ্ত্তব্যত জয়যুক্ত নোহোৱালৈকে তুমি কেতিয়াও নোভতা। * * * * * ভগৱান তোমাৰ সহায় হওক। এটা উপায় দিওঁ তেনেহলে। মই জনাত ৰাক্ষসৰ ৰাজ্যলৈ যোৱা এটি গোপন পথ আছে। সেই পথ ইয়াৰ পৰা উত্তৰলৈ। তাৰ উপৰি নৰদেহ ধৰি তালৈ যোৱাটো দুৰাশা। গতিকে তুমি দিনে ৰাতিয়ে বোকাত লেটি লৈ আৰু গাত গাহৰিৰ নোম ঘঁহি নিজক কুৰূপ কৰি লব লাগিব। মই যি পথৰ সন্ধান দিম সেই পথেদি গৈ সমুখত পোৱা গিৰিসঙ্কটেদি নামি নিজৰা এটি পাৰ হোৱাৰ পাছত এটি জুপুৰী ঘৰ পাবা। তাত এজনী বুঢ়ী ৰাক্ষসিনী থাকে। তাইৰ নাম হ'ল আলতী আৰু জীয়েকৰ নাম মালতী। জীয়েকক বিয়া দিয়া অনেক দিন হ'ল। গতিকে জীয়েকৰ পুতেক বুলি পৰিচয় দি টান নৰিয়াৰ বাৰ্ত্তা জনাই সোমাই পৰিবা। তাৰ পিছত বুঢ়ীৰ লগত মিত্ৰিৰালি পাতি তোমাৰ উদ্দেশ্য সাধন কৰিব পাৰিবা।"

চৰাইজনীৰ দিহা মতে সুমলীয়া কোঁৱৰে হাবিত থকা গাহৰিৰ ঘুলিত লেটি লৈ পুনৰ ৰ'দত গাটো শুকুৱাই লৈ চৰাইজনীৰ বাহৰ তলতে থাকেহি। তাইৰ দিহামতে এটা গাহৰি মাৰি তাৰ

নোমেৰে তেওঁৰ দেহাটো নোমাল কৰি লোৱাত তেওঁক আৰু কোঁৱৰ বা মানুহ বুলি চিনাটো টান হৈ পৰিল।

কেইদিনমান যোৱাৰ পিছত এদিনাখন চৰাইজনীৰ দিহা পৰামৰ্শমতে কোঁৱৰে ৰাক্ষসৰ ৰাজ্যলৈ যাত্ৰা কৰিলে। বহুদিন যোৱাৰ পাছত যথাস্থানত উপস্থিত হৈ বুঢ়ী ৰাক্ষসিনীৰ ঘৰত প্ৰৱেশ কৰি কবলৈ ধৰিলে ঃ—

মালতীৰ মাক আলতী ঐ
জীয়েৰৰ নৰিয়া টান,
মালতীৰ একে পো জীৱন
তালৈকো কৰি চোৱা কাণ।

বুঢ়ীয়ে আজি ভালেমান দিন জীয়েকৰ খা-খবৰ নোপোৱাত চিন্তিত হৈ আছিল। নাতিয়েকক পাই ততালিকে সাবটি ধৰিলে আৰু লাহে ধীৰে জীযেকৰ অইন খা-খবৰো সুধিলে।

বুঢ়ীৰ পুতেক তিনিটা। এদিন কোঁৱৰে বুঢ়ীৰ লগত কথা পাতি থাকোঁতে পুতেক কেইটা ঘৰলৈ অহাত তাই ততালিকে তেওঁক এটা ডাঙৰ পেৰাৰ ভিতৰত সুমুৱাই থলে। পুতেকহঁতে আহিয়েই মাকক মানুহৰ গোন্ধ পোৱা বুলি জনালত ভেকাহি মাৰি সিহঁতে নিজে নিজে খাই অহা বুলি উপলুঙা কৰি খোৱা-বোৱাৰ দিহা কৰিলে। খোৱা-বোৱা কৰি পুতেকহঁত দিহাদিহি গুচি গ'ল।

এইদৰে ভালে কেইদিন পাৰ হোৱাত সুমলীয়া কোঁৱৰে জীয়েকৰ নৰিয়াৰ কথা জনাই ৰাজ্যলৈ ঘূৰি যোৱাৰ কথা জনালে। কথা শুনি বুঢ়ীয়ে তেওঁক অন্য এটা কোঠালীৰ ভিতৰ সুমুৱাই পাঁচোটা জাতি লাও দেখুৱাই প্ৰত্যেকটো লাওৰে পৰিচয় দি কলে যে, এই লাও কেইটা থাকে মানে সিহঁতৰ জীৱন পতনৰ আশঙ্কা নাই। কোঁৱৰৰ মহা স্ফুৰ্ত্তি। গাখীৰতে মহৰ খুটি। এইবাৰ বুঢ়াৰ হাতত চেঙেলী পৰিছে। তেওঁক আৰু পায় কোনে?

আন এদিনৰ কথা। সেইদিনা বুঢ়ী ৰাক্ষসিনী ঘৰত নাছিল।

কোঁৱৰে লাও থকা কোঠালীটোলৈ সোমাই বুঢ়ীৰ আৰু তিনিটা পুতেকৰ জীউ লাও কেইটা থিতাতে ভাঙি পেলালে। লাওকেইটা ভঙাৰ লগে লগে সকলোৱে নিজ নিজ আকৃতি ধৰি চিৰকাললৈ চকু মুদিলে। বাকী থকা লাওটো লৈ মুমলীয়া কোঁৱৰ বেগাই তাৰপৰা বাহিৰ হৈ আহিল। এতিয়া কোঁৱৰক পাই কোনে? ৰাক্ষসিনী ৰাণীৰ জীৱ এতিয়া কোঁৱৰৰ হাতৰ মুঠিত। উভতি আহোঁতে তেওঁ চৰাইজনী আৰু পোৱালিকেইটাকো দেখা কৰি আহি ৰাজ্য পালেহি। এইবাৰ তেওঁ ৰজাৰ আশ্ৰয়ত নাথাকি মন্ত্ৰীৰ তাতহে থাকিলগৈ। ইকাণ সিকাণ বাগৰি কোঁৱৰে লাও এটা লৈ অহা কথাটো ৰাক্ষসিনী ৰাণীৰ কাণত পৰাত তাই আৰু বিতত হৈ পৰি শীঘ্ৰে কোঁৱৰৰ হাতৰ লাওটো আনি দিবলৈ ৰজাক খাটিলে।

ৰজাই কোঁৱৰৰ ওচৰত বহুতো অনুনয় বিনয় কৰা স্বত্বেও কোঁৱৰে ৰজাক লাওটি নিদিলে।

ইফালে ৰাক্ষসিনী ৰাণীৰ চিন্তাও দিনক দিনে বেচি হৈ গৈছে। ৰাণীৰ জীৱন এতিয়া:কোঁৱৰৰ হাতৰ মুঠিত। কোন মুহূৰ্ত্তত কি হয় কোনে জানে? কোঁৱৰো কম নহয়।

দিন গৈয়ে আছে।

এদিন মুমলীয়া কোঁৱৰে মন্ত্ৰীৰ হতুৱাই ৰজাক নিবেদন কৰিলে যে ৰজাই যদি ৰাজদৰবাৰত ৰাজ্যৰ বিষয়া প্ৰজা সকলোকে নিমন্ত্ৰণ কৰি এখনি সভা আহ্বান কৰে তেনেহলে উক্ত স্থানত কোঁৱৰে লাওটি ৰজাক সানন্দে অৰ্পণ কৰিব আৰু তেতিয়া নৰিয়া পৰি থকা তেওঁৰ প্ৰিয়তমা ৰাণীও আৰোগ্য হব। ৰজায়ো তেওঁৰ কথামতে এখন বিৰাট সভা আহ্বান কৰিলে আৰু ৰাজ্যৰ সকলো বিষয়া মন্ত্ৰী পাৰিষদ উপস্থিত থাকিবলৈ বুলি ঢোল পিটি শুনাই দিলে।

সেইদিনা সভা। ৰাজ্যৰ সকলো প্ৰজা, বিষয়া, পাৰিষদসকলে সভাস্থল তলওপৰ। নিজ নিজ আসনত ৰজা, মন্ত্ৰী, পাৰিষদ সকল। বহু বেলি হ'ল। মুমলীয়া কোঁৱৰ তেতিয়াও সভাস্থললৈ অহা নাই।

ৰাজ-আজ্ঞা অমান্য কৰি সুমলীয়া কোঁৱৰে অযথা পলম কৰাৰ অপৰাধত অপৰাধী হলেও তাৰ বাবে সানুনয়ে ক্ষমা ভিক্ষা কৰিলে। তাৰ পাচত হাতত লাওটি লৈ ৰাণীৰ কাৰণে ৰজাৰ চৰণত লাও অৰ্পণৰ আগতে সভাত কিছু কথা কবলৈ ৰজাৰ অনুগ্ৰহ বিচাৰিলে। ৰজাৰ অনুমতি পাই কোঁৱৰে তেওঁৰ পিতৃৰপৰা আৰম্ভ কৰি ছজন ককায়েকে চিকাৰত ৰাক্ষসিনীৰ মুখত পৰি প্ৰাণ হেৰুওৱা, তাৰ পাছত নিজেও সেই একে অৱস্থাত পৰি এই ৰাজ্যত আশ্ৰয় লোৱাৰ কথা কলে। ৰাজ-ৰাণীৰ আৰোগ্যৰ অৰ্থে প্ৰথমবাৰ এজনী চৰাইৰ সহায়ত ৰাক্ষসৰ ৰাজ্যৰপৰা টেলেকী নাদৰ পানী অনা, দ্বিতীয়বাৰ নাদৰ পানী আনিবলৈ গৈ চৰাইজনীৰ উপদেশ অনুযায়ী নৰৰ সাধ্যাতীত ৰাক্ষস ৰাজ্যত প্ৰৱেশ কৰি পানীৰ পৰিবৰ্ত্তে লাও লৈ অহাৰ কথা সভাত বিৱৰি কলে।

অৱশেষত হিয়া বিদৰা ৰাক্ষস ৰাজ্যৰ কথা কোৱাৰ ছলতে সভাসদক জনালে—"মই যি ৰাক্ষসিনীৰ কথা কৈছোঁ তাইক আমাৰ এই ৰাজ্যতে গাখীৰ খুৱাই সাপ পোহা দি পুহি ৰখা হৈছে। সেই চৰাইজনীৰ অনুগ্ৰহৰ বলতে এই অভাগাই ৰাক্ষস ৰাজ্যত পশি মায়াবীৰ মাক আৰু তিনিজন ৰাক্ষস ককায়েকক বধি তাইৰ দেহ-লাও অৰ্থাৎ লাওটি মই লৈ আহিছোঁ। সভাসদে ভুল সুবুজিলে হয়, যেহেতুকে এই মায়াবিনীয়ে আমাৰ ৰাজ্যৰ ৰাজ-অট্টালিকাতে ৰাণীৰূপে বসবাস কৰি আছেহি। এই ছলনাময়ী ৰাক্ষসিনীৰ মায়া মোৰ বিনে ৰাজ্যৰ কোনো লোকৰেই বিদিত নহয়। সমাজ বিদ্যমানে মই এই ৰাক্ষসিনীৰ সকলো শেষ কৰিবলৈ আগবাঢ়িছোঁ।"

'এই চাওক' বুলি কোঁৱৰে লাওটোৰ ডিঙিত টানকৈ খামোচ মাৰি ধৰি তৰোৱালৰ গদিৰে লাওত মাৰ শোধাই দিলত ৰাজ-কাৰেঙৰ পৰা ৰাণীয়ে লৰি আহি তাতে ৰাক্ষসিনীৰ ৰূপ লৈ দেখা দিলেহি। লাওটো ভঙা মাত্ৰেই এজনী শালিকীত পৰিণত হ'ল। তাৰ পাছত কোঁৱৰে চৰাইজনীৰ এখন পাখি ভঙাত তাইৰ এখন

হাত, ঠেং ভঙ্গাত তাইৰ এটা ভৰি ভাগি পৰিল। অৱশেষত কোঁৱৰে চৰাইজনীৰ ডিঙিটো মোহাৰি মাৰি পেলোৱাত ৰাক্ষসিনীৰো ডিঙিটো ভাগি থাকিল আৰু লগে লগে সেই সভাতে মৰি থাকিল।

তেতিয়া সুমলীয়া কোঁৱৰৰ কাৰ্য্য আৰু সাহস দেখি ৰজা প্ৰজা সকলোৱে ধইন্ ধইন্ বুলি আশীৰ্ব্বাদ দি ঘৰাঘৰি গ'ল। সময়ত ৰজাই সুমলীয়া কোঁৱৰকে তেওঁৰ আসনত বহুৱালে।



# শিলৰ ফিৰিঙতি

প্ৰাচীন কালত জুই আৰু পানীৰ মাজত ভীষণ কাজিয়া লাগিছিল। কাজিয়াৰ কাৰণ আছিল শক্তি আৰু ক্ষমতাৰ বিষয় লৈ। জুয়ে পানীক কয়, "মই তোতকৈ শক্তিশালী। মই গোটেই পৃথিৱীখনকে পুৰি ছাই কৰিব পাৰোঁ। মোৰ ভয়ত শীতকালৰ শুকান গছ-গছনি, বন, ডাল-পাত সকলোবোৰ কঁপে। চা মই কেনে শক্তিশালী।"

পানীয়ে জুইৰ এনে বৰ কথা সহিব নোৱাৰি কলে, "ইঃ, তোৰ আৰু এই সোপাহে। জানো নহয় তই কেনে শক্তিশালী। এখিলা শুকান পাত পুৰি ছাই কৰিব পাৰ বুলি ইমান অহঙ্কাৰ কৰিছনে? মোৰ আগত সেই কথাকে কৈ বৰাই কৰিবলৈ আহিছ? তোৰ লাজ অলপো নাইনে। জাননে নাজান, মই গোটেই পৃথিৱীতে জুৰি আছোঁ। মন গলে মই পৃথিৱীৰ হাবি-বন, পৰ্ব্বত-পাহাৰ সকলোবোৰকে তল নিয়াব পাৰোঁ। তোৰ আৰু কথাই নাই, দুটোপাল-মানেৰেহে কাম।"

পানীৰ কথা শুনি জুইৰ খঙত একো নাইকিয়া হ'ল।

"আহ পানী, তোক এতিয়াই উতলাই ভাপ কৰি দিম।"

এইবুলি সি পানীৰ ফালে চোঁচা মাৰি আহিল। মানুহে দেখিলে পানীয়ে জুইক এতিয়াই নুমাই দিব। সেয়েহে মানুহে জুইক পানীৰ কাষ চাপিবলৈ নিদি ধৰি ৰাখিলে। কিন্তু জুয়ে পানীৰ ওপৰত প্ৰতিশোধ লবলৈ চেষ্টা চলায়ে থাকিল। পিচত মানুহে উপায় নাপাই জুই আৰু পানীৰ কাজিয়াখন ভাঙি এটা মীমাংসা কৰিবলৈ ঠিক কৰিলে। সেই উদ্দেশ্যে মানুহে এখন মেল পাতিলে। মেললৈ দেশ

বিদেশৰ ৰজা-প্ৰজা সকলোকে মাতিলে। সকলোৱে সমস্বমতে গোট খালেহি।

মানুহে মেলৰ উদ্দেশ্য ব্যাখ্যা কৰিলে। তাৰ পিচত জুই আৰু পানীক সম্বোধন কৰি কলে, "জুই, তই এই পাহাৰৰ তলত দপদপকৈ জ্বলি থাক। পানী, তই এই পাহাৰৰ ওপৰত গোট খাই থাক। আমি আদেশ দিয়াৰ লগে লগে তই জুইৰ ওপৰেদি বৈ যাবি। জুই, তই বাট চাই থাক। যদি তই পানীক উতলাই ভাপ কৰিব পাৰ তেন্তে তোকে পানীতকৈ শক্তিশালী বুলি মানিম। পানী, তই যদি জুইক নুমাই দিব পাৰ তেন্তে তয়ে জুইতকৈ শক্তিশালী হবি।"

সকলোৱে হৈ ধ্বনি কৰিলে। জুই আৰু পানীয়ে দুয়ো নিজৰ নিজৰ কাম কৰি থাকিল। জুই দপদপকৈ জ্বলি উঠিল। ৰঙা ৰঙা শিখাবোৰ আকাশ লজ্ঘা হ'ল। পানীয়ে নিজৰ চাৰিওফালে ভেটা বান্ধি গোট খাই সাগৰৰ নিচিনা হৈ পৰিল। অলপ পৰৰ পিচত মানুহে পানীক জুইৰ ওপৰেদি ভেটা ভাঙি বৈ যাবলৈ আদেশ দিলে। ফেনে-যুটুকাৰে পানীয়ে পাহাৰ-পৰ্ব্বত ভাঙি ববলৈ ধৰিলে। লাহে লাহে জুইৰ কাষ চাপিল। জুয়ে ভাবিলে তাৰ আৰু ৰক্ষা নাই। সি ভয়ত থৰথৰকৈ কঁপিবলৈ ধৰিলে। অৱশেষত সি ৰ'ব নোৱাৰি পলাই গ'ল। কিন্তু আশ্ৰয় লব ক'ত? গোটেই পৃথিৱীখন পানীৰে উপচি পৰিল। শেষত কোনোৰকমে সি শিলৰ ভিতৰত সোমাই ৰক্ষা পৰিল।

সেইদেখি শিলে শিলে খুন্দিয়ালে নাইবা লোৰ তীখাৰে শিলত মৰিয়ালে ফিৰিঙতি ওলায়।

---

# মাকৰ সন্তাপ

এসময়ত এহাল নব-দম্পতি আছিল। কিছুদিনৰ মূৰত ঘৈণীয়েকে এজন ছোৱালী জন্ম দিলে। সন্তান জন্ম হোৱাৰ তৃতীয় দিনা এটা ভোজ পতা হয়। ভোজলৈ ওচুৰ-চুবুৰীয়াবিলাকক নিমন্ত্রণ কৰা হয়। মাছ-মাংসেৰে ভোজ পাতে।

সেই সময়ত সেই নব-দম্পতিৰ মাছ-মাংস নাছিল। গিৰিয়েকে মাছ-মাংস বুলি চিকাৰ কৰিবলৈ হাবিলৈ গ'ল। সি গোটেই হাবি পছু বিচাৰি চলাথ কৰিলে, কিন্তু এটাও নাপালে। বহুত দূৰলৈকে সি গ'ল, তেতিয়াও চিকাৰ নাপালে। কেবা দিনো সি হাবিত কটালে। ইফালে ভোজৰ দিনটোও পাৰ হৈ গ'ল। উপায় নাথাকিলে মাছ-মাংস নোহোৱাকৈও ভোজ পাতিব পাৰি, কিন্তু শুদা হাতেৰে চিকাৰৰ পৰা উভতি অহাটো বৰ লাজৰ কথা। পুৰুষত্ব নৰয়। মানুহে হাঁহে। তাতোকৈ কেইদিনমান পলম হলেও এটামান পছু মাৰি আনিব পাৰিলে সকলোৰে ভাল। সি আৰু আগবাঢ়ি গ'ল। তথাপি তাক ভগৱানে দয়া নকৰিলে। চিকাৰ পোৱাৰ আশা আৰু নাই। লাজ-ভয় এৰি সি ঘৰলৈ উভতিবলৈ ওলাল। কিন্তু সি বাট হেৰুৱালে। সি ক'ত আছে, ঘৰ কোন পিনে আছে কবই নোৱাৰা হ'ল।

দিনবোৰ এটা এটাকৈ পাৰ হৈ গৈছে—সি বাট বিচাৰি পোৱা নাই। এইদৰে কেবা বছৰো পাৰ হ'ল। তাৰ মনটোও বনৰীয়া হ'ল। এইদৰে ঘূৰি ফুৰোঁতে সি এখন গাঁও পালে। গাঁৱৰ ওচৰতে এটা জুৰি আছিল। গাঁওখন তাৰ নিজৰ গাঁও যেন লাগিল। কেবাবছৰো হাবিত ঘূৰি ফুৰা বাবে গাঁওখনৰ ঘৰবাৰী সকলোবোৰ তাৰ মনত পৰা নাছিল। জুৰীৰ পানীত কেইটামান ল'ৰা-ছোৱালীয়ে খেলি আছিল। সি সিহঁতক কাষলৈ মাতি আনি সুধিলে, "তহঁতৰ আই-বোপাই

আছেনে ?" আটাই কেইটাই আছে বুলি কলে। এজনী ছোৱালীয়ে কলে, "মোৰ আই আছে কিন্তু বোপাই নাই। আয়ে কৈছে মই ওপজাৰ সময়ত বোপাই চিকাৰলৈ গৈছিল। চিকাৰৰপৰা আৰু তেওঁ ঘূৰি নাহিল।" মানুহজনে ভাবিলে—এইজনীয়েই তাৰ ছোৱালী। সি তাইক সাৰটি বহুত চুমা খালে আৰু কলে, "ময়েই তোৰ বোপায়েৰ। মাৰক মই আহিছোঁ বুলি কগৈ যা। মই ইয়াতে তইঁতলৈ বাট চাই থাকিম। তই মাৰক লৈ মোক নিবলৈ আহিবি।"

ছোৱালীজনীয়ে ঘৰলৈ গৈ মাকক কলেগৈ, "আই, দেউতা আহি ঘাটত বহি আছেহি। মোক বহুত চুমা খালে। পিতাইক আনিবলৈ যাওঁ, বল আই।"

মাক আচৰিত হ'ল। তাই ভাবিলে ছোৱালীজনীক কোনোবা এটা দেৱতাই তাইক নিয়াৰ ছলেৰে কথাটো কৈছে। ছোৱালীজনীয়ে "আই যাওঁ বল" বুলি মাকক টানি নিলে। মাকে খং কৰি তাইক গালি-শপনি পাৰিলে। তাই কিন্তু নুশুনে। পিতাকক আনিবলৈ যাবই লাগে। মাক তাইক বুজাব নোৱাৰিলে। মাক নোযোৱা দেখি তাই পিতাকক আনিবলৈ নিজেই যাবলৈ ওলাল। মাকে তাইক ধৰি ৰাখিলে। বাধা দিয়া সত্ত্বেও নুশুনা দেখি মাকে এডাল মাৰিৰে তাইক কোবালে। এটা কোবতে ছোৱালীজনীৰ মৃত্যু হ'ল। মাকে তেতিয়া বেজাৰত বৰকৈ কান্দিলে।

বহুত সময় হ'ল—ছোৱালীজনী উভতি নহা দেখি বাপেক নিজেই ঘৰলৈ আহিল। গিৰিয়েকক দেখি ছোৱালীজনীৰ মাকৰ অনুশোচনা আৰু দুগুণে বাঢ়িল। কিয়নো ছোৱালীজনীয়ে সঁচা কথাকে কৈছিল।

---

# কাৰিকৰৰ মৰা শ

এসময়ত বান্দৰবোৰ মানুহতকৈ বহুত গুণে উন্নত আছিল। মানুহৰ ওপৰত সিহঁতে আধিপত্য বিস্তাৰ কৰিব পাৰিছিল। বিশেষকৈ ধনুৰ্বিদ্যাত সিহঁতে পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। দূৰৰ মণিব নোৱাৰা বস্তুকো সিহঁতে কাঁড়েৰে বিন্ধিব পাৰিছিল। বান্দৰবোৰৰ এনে দক্ষতা দেখি মানুহে সিহঁতলৈ ভয় কৰি চলিছিল।

মানুহৰ ভিতৰত কিন্তু এজন নিপুণ কাৰিকৰ আছিল। সি মূল্যৱান মণি, কাঁহী-বাটি, দা-কুঠাৰ আদি গঢ়িছিল। বান্দৰবিলাকৰ কিন্তু তেনে কাৰিকৰ নাছিল। কাৰিকৰে গঢ়া মণি আৰু কাঁহী-বাটিৰে মানুহে বস্তু সলাই লৈছিল। দা-কুঠাৰেৰে খেতি-বাতি কৰিছিল। এই কাৰিকৰৰ দিনৰেপৰা মানুহৰ অৱস্থা বান্দৰবোৰতকৈ উন্নত হ'ল। মানুহে খেতি কৰি জুতি লগাই ভাত-আঞ্জা খাবলৈ পালে। মানুহৰ ঘৰ-বাৰী হ'ল। লগে লগে ধন-সম্পত্তিও বাঢ়িল। কিন্তু বান্দৰবোৰৰ সেই একে অৱস্থা। মানুহৰ উন্নতি দেখি বান্দৰবোৰে সহিব নোৱাৰিলে। সিহঁতে মেল পাতি মানুহৰ উন্নতিৰ মূল ধ্বংস কৰিবলৈ থিৰ কৰিলে। সিহঁতে ভাবিলে যে এই কাৰিকৰজনেই হ'ল উন্নতিৰ মূল।

এদিন কাৰিকৰজন দা-কুঠাৰ আদি গঢ়াত ব্যস্ত আছিল। এনেতে বান্দৰ এটাই দূৰৰপৰা কাঁড় মাৰি কাৰিকৰক বধ কৰিলে।

মানুহবিলাকে কাৰিকৰৰ মৃতদেহটো পানীত উটুৱাই দিলে। মৃতদেহটো উটি গৈ গৈ ভৈয়াম পালেগৈ। ভৈয়ামৰ মানুহে কাৰিকৰৰ মৃতদেহটো পানীৰপৰা উলিয়াই আনি কবৰ দিলে।

প্ৰবাদ আছে যে ভৈয়ামৰ মানুহে কাৰিকৰৰ মৃতদেহটো কবৰ দিয়া বাবে তেওঁলোক কাৰিকৰৰ গুণ আৰু অলৌকিক শক্তিৰ

উত্তৰাধিকাৰী হ'ল। সেইদেখি তেওঁলোকে আজি-কালি কল-কাৰখানা আদিত আচৰিত আচৰিত বস্তু তৈয়াৰ কৰিব পাৰিছে।

কাৰিকৰক বধ কৰা বাবে বান্দৰবোৰৰ প্ৰতি মানুহৰ প্ৰতিহিংসা জন্মিল। সিহঁতে প্ৰতিশোধ লবলৈ নানা উপায় অৱলম্বন কৰিলে।

এদিন বান্দৰবোৰ মাছ ধৰিবলৈ ওলাল। সিহঁতে খেনু-কাঁড়বোৰ নৈৰ কাষত থলে। তাৰ অলপ আঁতৰত সিহঁত মাছ ধৰাত ব্যস্ত হ'ল। সিহঁতে নেদেখাকৈ মানুহে খেনু-কাঁড়বোৰ একেলগে বান্ধি থলে। তাৰ পিচত মানুহে চৰাইক গছৰ ওপৰৰ পৰা বান্দৰবোৰক জঘন্য কথাৰে গালি পাৰিবলৈ আদেশ দিলে। চৰাইবোৰে বান্দৰ-বোৰক বেয়া বেয়া কথাৰে গালি পাৰিলে। বান্দৰবোৰৰ খং উঠিল। সিহঁতে চৰাইক মাৰিবলৈ খেনু-কাঁড় লবলৈ আহিল। কিন্তু দেখিলে খেনু-কাঁড়বোৰ একেলগে বান্ধি থোৱা আছে। সিহঁতে ইটোৱে সিটোক গালি পাৰি কলে, "তইহে এইদৰে বান্ধি থৈছ।" এইদৰে সিহঁতৰ মাজত কাজিয়া লাগিল। সিহঁতে ইটোৱে সিটোক কাঁড়েৰে মাৰি বধ কৰিলে। সিহঁতৰ সংখ্যা তেতিয়া কমিল।

তাৰ পিচত মানুহে ফৰিং আৰু বান্দৰবোৰৰ মাজত আকৌ কাজিয়া লগাই দিলে। ফৰিঙৰ ওচৰলৈ গৈ মানুহে কলে, "তহঁতক বান্দৰবোৰে ভীৰু, কাপুৰুষ আদি জঘন্য কথাৰে গালি পাৰিছে।" ফৰিংবোৰৰ খুব খং উঠিল। সিহঁতে বান্দৰবোৰৰ ওপৰত প্ৰতিশোধ লবলৈ আগবাঢ়ি আহিল। আকৌ বান্দৰবোৰৰ ওচৰলৈ গৈ মানুহে সিহঁতক ফৰিংবোৰৰ বিপক্ষে লগাই দিলে। বান্দৰবোৰৰো খং উঠিল। দুয়ো দলে যুদ্ধ কৰিবলৈ আগবাঢ়ি আহিল। যুদ্ধ চলিল। সেই যুদ্ধত বহুতো বান্দৰ মৰা পৰিল। এইদৰে মানুহে পৰোক্ষভাৱে বান্দৰবোৰৰ ওপৰত প্ৰতিশোধ ললে।

---

# মহৰ উৎপত্তি

এ সময়ত এজনী বুঢ়ী আছিল। মানুহৰ মঙহেৰে তাই আহাৰ কৰিছিল। তাই সদায় ভাল ভাল ফলমুল আৰু মানুহৰ প্ৰিয় খোৱা-বস্তু হোৱাত লৈ ফুৰিছিল। মানুহবিলাক বৰ লুভীয়া। তাইৰ হোৱাৰ ফলমুলবোৰ দেখি সিহঁতৰ খুব লোভ লাগে। সেইদেখি সিহঁতে তাইৰপৰা ফলমুল খোজে। বুঢ়ীজনীয়ে কয়, "নিজে আহি লহি।" মানুহবিলাকে ফলমুল লবলৈ তাইৰ কাষ চাপিলে তাই সিহঁতক ধৰি বান্ধি লয়। তাতেই কাটি তেজখিনি শুহি শুহি খায়। মাংসখিনি ঘৰলৈ নি সিজাই খায়।

ওচৰ-চুবুৰীয়া মানুহবিলাকৰ মনত শান্তি নাইকিয়া হ'ল। তিৰোতা, ল'ৰা-ছোৱালীবিলাক ভয়ত বাহিৰলৈ ওলাবই নোৱাৰা হ'ল। কেনেকৈ এই বুঢ়ীজনীৰ উৎপাতৰ পৰা ৰক্ষা পাব পাৰি সেই বিষয়ে সিহঁতে চিন্তা কৰিবলৈ ধৰিলে। শেষত সিহঁতে এটা উপায় উলিয়ালে। সকলোৱে গোট খাই সিদ্ধান্ত কৰিলে যে যি কোনো উপায়েৰে হলেও তাইক আঁতৰাব লাগিব।

মানুহবিলাকৰ মুখিয়ালজনে বুঢ়ীজনীক মাতি নি কলে, 'তই মানুহ খাবলৈ এৰি দে।"

বুঢ়ীয়ে ক'লে, "মানুহৰ মাংস নাখাই মই কি খাম? ভাত-আঞ্জা মোৰ অলপো ভাল নালাগে।"

মুখিয়ালজনে ক'লে, "তোক তেন্তে আমি জুইত পুৰি পেলাম।"

"পোৰচোন বাৰু,—মই জুই হৈ তহঁতৰ ঘৰ-বাৰী সকলো পুৰি ছাই কৰি দিম।"

"তেন্তে তোক পানীত পেলাই উটুৱাই দিম।"

"পানীত পেলাচোন,—মই বান-পানী হৈ তহঁতৰ ঘৰবাৰী, খেতি-পথাৰ আটাইবোৰ তল নিয়াম।"

"তেন্তে তোক কাটি কাটি গুড়ি কৰিম।"

"কাটি গুড়ি কৰচোন,—মই বিহ হৈ তহঁতৰ খোৱা-বস্তুত মিহলি হম আৰু তহঁতক আটাইবিলাককে মাৰি পেলাম।"

মানুহবিলাক বিমোৰত পৰিল। সিহঁতে তাইক আঁতৰাবৰ কোনো উপায় নেদেখিলে। বুঢ়ীৰ শেষৰ উক্তিটো মানুহবিলাকে কিয় জানো বিশ্বাস নকৰিলে। সিহঁতে ভাবিলে যে তাইৰ মাংসৰ টুকুৰাবোৰ খোৱা-বস্তুত মিহলি হ'ব নোৱাৰে। সেইদেখি সিহঁতে তাইক কাটি টুকুৰা-টুকুৰ কৰি চেঁচুকীয়া ঠাইত পেলাই থলে। মানুহবিলাকে দেখিলে যে তাইৰ মাংসখিনি গেলি পোকত পৰিণত হ'ল। কিছু দিনৰ পিচত পোকবোৰৰ পাখি গজিল। ইহঁতে মানুহৰ গালৈ উৰি আহি তেজ শুহিবলৈ ধৰিলে। সেয়েহে আজি-কালিও মহবোৰ চেঁচুকীয়া ঠাইত থাকে বুলি মানুহে বিশ্বাস কৰে।

---

# মেথোন-ৰখীয়াৰ ভোজ

এসময়ত কেবাজনো সহোদৰ ভাই-ককাই আছিল। সিহঁত বৰ দুখীয়া আছিল কাৰণে এজন মানুহৰ মেথোন-ৰখীয়া হৈছিল। সিহঁতৰ ধনী হোৱাৰ খুব ইচ্ছা আছিল। কিন্তু উপায় নাছিল। সিহঁতে এদিন আলোচনা কৰিলে যে গৰাকীৰ মেথোনবোৰ এটা এটাকৈ পৰ্ব্বতৰ মাজৰ খালত থৈ দিলে কোনেও নেদেখে। গৰাকীক কোৱা হব যে মেথোনবোৰ দিনে এটা এটাকৈ হেৰাইছে।

এদিন গৰাকীয়ে দেখিলে যে তাৰ মেথোনবোৰ কমি কমি দুই এটাহে বাকী আছে গৈ। সি ৰখীয়াবোৰক মাতি নি সুধিলে, "তহঁতে মেথোনবোৰ কি কৰিছ ?"

সিহঁতে উত্তৰত কলে, "আমি কব নোৱাৰোঁ। আমি দিনত মেথোনবোৰ ঘাঁহ খাবলৈ এৰি দিওঁ,—সন্ধ্যা হহঁতক আকৌ গোটাওঁ। কিন্তু কি যে আচৰিত—মেথোনবোৰ দিনে এটা এটাকৈ হেৰাইছে। বাঘে খায়নে মানুহে চুৰ কৰি নিয়ে তাৰ একো চিন-চাবো নাপাওঁ।"

শেষত গৈ মেথোন এটাও নোহোৱা হ'ল। গৰাকীৰ উপায় নাই। সি পিচত মেথোন-ৰখীয়াবোৰক গালি-শপনি পাৰি খেদি দিলে।

ৰখীয়াবোৰে মেথোনবোৰ লুকাই থোৱা ঠাইৰপৰা নি ক'ৰবাত ঘৰ সাজি থাকিল। সিহঁত দুখীয়া আছিল কাৰণে সিহঁতে মানুহৰ পৰা বহুতো অপমান, দুখ-লাঞ্ছনা সহিব লগা হৈছিল। সিহঁতে মেথোনবোৰ কাটি তাৰ মাংসৰে মানুহবিলাকক ভোজ খুওৱাই প্ৰতিশোধ লবলৈ ঠিক কৰিলে। ভোজৰ দিন-বাৰ ঠিক কৰা হ'ল। মানুহ, পশু-পক্ষী আটাইবোৰকে ভোজলৈ নিমন্ত্ৰণ কৰিলে। সময়তে সকলোৱে গোট খালেহি।

ইতিমধ্যে এজন মানুহে মেথোনৰ গৰাকীক কলে যে তাৰ মেথোনবোৰ কাটি ৰখীয়াবোৰে ভোজ পাতিব খুজিছে। এতিয়াহে গৰাকীয়ে ৰখীয়াবোৰৰ টেঙৰালি বুজিলে। সি ততাতৈয়াকৈ ভোজৰ আগতে মেথোনবোৰ ঘূৰাই আনিবলৈ এটা উপায় উলিয়ালে। সি মাকৰ পোছাকটো লৈ নৈৰ কাষলৈ গ'ল। পৰ্ব্বতীয়া নৈৰ গৰা বৰ ওখ। গৰাৰ নিচেই কাষতে সি মাকৰ পোছাকটো এনেকৈ থলে যে স্বয়ং তাৰ মাকহে শুই আছে। পোছাকটোৰ গাতে লগাকৈ এডাল দীঘল লাঠীও থলে। তাৰ পিচত সি ভোজলৈ গ'ল।

মেথোনবোৰ কটাৰ আগতে মন্ত্ৰ মাতিব লাগে। নহলে মেথোনৰ আত্মাই মানুহৰ ওপৰত প্ৰতিশোধ লব। কিন্তু কোনেও মন্ত্ৰ মাতিব নাজানে। ৰখীয়াবোৰে সিহঁতৰ আগৰ গৰাকীক মন্ত্ৰ মাতিবলৈ অনুৰোধ কৰিলে। সি কলে যে সিও মন্ত্ৰ মাতিব নাজানে,

—তাৰ মাকেহে জানে। ৰথীয়াবোৰ তাৰ মাক ক'ত আছে সুধিলে। সি 'কলে যে তাৰ মাক নৈৰ গৰাৰ কাষতে শুই আছে। তাই কলা। মাতিলেও নুশুনে। গতিকে ওচৰতে থোৱা লাঠী-ডালেৰে অলপ জোৰত ঠেলিবলৈ সি ৰথীয়াবোৰক কলে। ৰথীয়া-বোৰ নৈৰ কাষলৈ গৈ দেখিলে যে গৰাকীৰ মাক সি কোৱামতে শুই আছে। সিহঁতে লাঠীডালেৰে গৰাকীৰ মাকক বৰকৈ ঠেলি দিলে। তাই নৈৰ গৰাইদি পৰি পানীত উটি গ'ল। সিহঁতে পানীৰ পৰা তাইক উলিয়াই আনিবলৈ চেষ্টা কৰিলে। কিন্তু বিফল হ'ল।

উপায় নাপাই সিহঁত উভতি গৈ ভয়ে ভয়ে গৰাকীক কথাটো জনালেগৈ। খঙত গৰাকীৰ একো নাইকিয়া হ'ল। সি ক্ষতিপূৰণ দাবী কৰিলে। কিন্তু ৰথীয়াবোৰৰ একো নাছিল। সকলোৱে গৰাকীৰ সপক্ষে মত দিলে। উপায় নাপাই সিহঁতে গৰাকীৰপৰা চুৰ কৰা মেথোনবোৰ ক্ষতিপূৰণস্বৰূপে গৰাকীক দি দিলে। এনেকৈয়ে গৰাকীয়ে হেৰুৱা মেথোনবোৰ ঘূৰাই পালে।

---

# পোহনীয়া জন্তুৰ উৎপত্তি

প্ৰাচীন কালৰে কথা। এঠাইত এজন মানুহ আছিল। তাৰ ঘৰটোৰ বাহিৰে একো নাছিল। বিয়াও কৰোৱা নাছিল। কিন্তু বিয়া কৰোৱাৰ মন তাৰ আছিল। সেয়ে সি ছোৱালী বিচাৰি ঘূৰি ফুৰিবলৈ ধৰিলে। তাৰ প্ৰথমজনী ঘৈণীয়েক হ'ল জুই। কিন্তু সি জুইৰ তাপ সহিব নোৱাৰিলে। সি সেইবাবে জুইক পৰিত্যাগ কৰিলে। পিচত সি পঁচা জাবৰক বিয়া কৰালে। পঁচা জাবৰে

সন্তান জন্ম দিলে জোক। জোকে মানুহজনৰ তেজ খাবলৈ ধৰিলে। সেয়ে সি সন্তানে সৈতে পঁচা জাবৰক পৰিত্যাগ কৰিলে। পিচত সি ভেকুলীক বিয়া কৰালে। ভেকুলীক সি ভূঁই ৰুবলৈ পথাৰলৈ পঠায়। কিন্তু ভেকুলীয়ে ভূঁই নোৰোৱে—গোটেই দিনটো তাই জপিয়াই জপিয়াই পথাৰত ঘূৰি ফুৰে। সি ভাল নাপালে। সি ভাবিলে—ঘৈণীয়েকে খেতি-পথাৰত তাক সহায় নকৰিলে বিয়া কৰোৱাৰ লাভ নাই। সেয়ে সি ভেকুলীকো পৰিত্যাগ কৰিলে।

সি আগৰ দৰে আকৌ ছোৱালী বিচাৰি পৰ্ব্বতে-উপত্যকাই ঘূৰি ফুৰিবলৈ ধৰিলে। কেবা বছৰো এইদৰে ঘূৰি ফুৰাৰ পিছত সি অপেস্বৰীৰ দেশ পালেগৈ। লগত সি এডাল উৰাল-মাৰি ললে। সি পোকক মাতি নি কলে, "তই এই উৰাল-মাৰিৰ ভিতৰত সোমাই ভিতৰৰ গোটেই অংশখিনি খাই পেলা—যাতে এবাৰ উৰালত খুন্দা মৰাৰ লগে লগে ভাগে।" পোকে সি কোৱামতেই কৰিলে। অপেস্বৰীৰ দেশত সি অপেস্বৰীবিলাকক কলে, "তহঁতে এই উৰাল-মাৰিডালেৰে উৰালত ধান বানিব পাৰিবিনে?" পাৰিম বুলি অপেস্বৰী এজনীয়ে সি কোৱামতে উৰাল-মাৰিডালেৰে ধান বানিবলৈ ধৰিলে। কিন্তু দুবাৰমান উৰালত খুন্দা মৰাৰ পিছতে উৰাল-মাৰিডাল ভাগিল। খঙত মানুহটো একোনাই হ'ল। সি ক্ষতিপূৰণ দাবী কৰিলে। অপেস্বৰীজনীয়ে কাকূতি মিনতি কৰি ক্ষমা খুজিলে,—তথাপি সি নেৰিলে। উপায় নাপাই পিচত অপেস্বৰীৰ বাপেকে ক্ষতিপূৰণ দিবলৈ সন্মত হ'ল। ক্ষতিপূৰণস্বৰূপে বাপেকে মানুহজনলৈ বহুতো ধন-সম্পত্তি দিলে। সি কিন্তু নললে। সি কলে যে সেই উৰাল-মাৰিডাল তাৰ ৰাজহাঁড় স্বৰূপ। গতিকে তাৰ ক্ষতিপূৰণ ধন-সম্পত্তিৰে হ'ব নোৱাৰে।

অপেস্বৰীৰ বাপেকে কলে, "তেন্তে তই যি বিচাৰ তাকে দিম। এতিয়া ক, তোক কি লাগে?"

মানুহজনে কলে, "উৰাল-মাৰিডাল ভঙা তোৰ জীয়েৰক মোলৈ বিয়া দিলেহে হ'ব। নহলে মই নেৰিছোঁ।"

অপেস্বৰীক মানুহলৈ বিয়া দিয়াৰ ইচ্ছা অপেস্বৰীৰ বাপেকৰ নাছিল। তথাপি নিজৰ কথা ৰাখিবলৈ সি নিজৰ জীয়েকক মানুহলৈ বিয়া দিলে।

মানুহজনে ন কন্যা লগত লৈ ঘৰলৈ আহিল। যৌতুকৰূপে অপেস্বৰীজনীয়ে মেথোন, গাহৰি আৰু কুকুৰাৰ বীজ লৈ আহিল। বীজখিনি ঘৰৰ ওচৰতে সাৰুৱা মাটিত সিঁচি দিলে। দুই এদিনৰ পিচত বীজ গজি মেথোন, গাহৰি আৰু কুকুৰাৰ ৰূপ ললে। তেতিয়াৰপৰাই মানুহে মেথোন, গাহৰি আৰু কুকুৰা পুহিবলৈ ধৰিলে।

---

# কুকুৰৰ বুদ্ধি

এসময়ত কুকুৰ আৰু গাহৰিক মানুহে চাঙৰ তলত একেলগে ৰাখিছিল। আজিৰ দৰে কুকুৰক ঘৰৰ চাঙত উঠিবলৈ বা সোমাবলৈ দিয়া নাছিল।

এদিন মানুহ এজনে পথাৰৰপৰা ঘূৰি আহি কুকুৰ আৰু গাহৰিক ক'লে—"তহঁত দুয়োৰ মাজত যেয়ে এদিনৰ ভিতৰতে পথাৰখন ধান সিঁচিব পৰাকৈ চাহ কৰিব পাৰিবি তাকেই মই ঘৰৰ চাঙৰ ওপৰত ৰাখিম আৰু ভাল ভাল খোৱা বস্তু দিম।"

মানুহজনৰ কথা শুনি কুকুৰ আৰু গাহৰিয়ে পুৱাই উঠি পথাৰলৈ ঢাপলি মেলিলে। কিন্তু কুকুৰটোৱে পথাৰ পায়েই শুই থাকিল।

কুকুৰৰ শোৱা দেখি গাহৰিয়ে "ই শুই থাকোঁতেই মই পথাৰ চহ কৰি ঘৰৰ চাঙত থাকিম" বুলি ভাবি অলপো জিৰণি নলৈ মুখেৰে মাটি চহোৱাত লাগিল। গধূলি পৰত সি গোটেইখন পথাৰ চহাই শেষ কৰিলে আৰু ৰংমনেৰে ঘৰলৈ উলটি আহিল।

গাহৰি ঘৰলৈ উভতি যোৱাৰ পিচত কুকুৰে সাৰ পাই উঠি পাণ্ডি থোৱা বুদ্ধিমতে গোটেই পথাৰখনত লৰি ঢাপৰি নিজৰ ভৰিৰ খোজৰ চিন থৈ আহিল। কুকুৰে গাহৰিৰ খোজৰ চিন-চাব নোহোৱা কৰি অলপ পলমকৈ ঘৰলৈ ঘূৰি আহিল।

কুকুৰ ঘূৰি অহাৰ আগতে গাহৰিয়ে মানুহজনক "মই গোটেই পথাৰ চহ কৰি আহিছোঁ" বুলি কৈ ঘৰৰ চাঙত উঠি আছিল। পিচত কুকুৰে আহি চাঙত গাহৰিক দেখি মানুহজনক ক'লে—"দেউতা, মই গোটেই পথাৰ চহ কৰি আহিছোঁ। আপুনি কিয় গাহৰিক চাঙত তুলিছে ?" কুকুৰৰ কথা শুনি গাহৰিয়ে কলে—"নহয় দেউতা, মইহে গোটেই পথাৰ চহ কৰি আহিছোঁ। ই পুৱা গৈয়েই পথাৰত শুই আছিল।" তেনেকৈ দুয়োৰ মাজত বাক-বিতণ্ডা হ'ল। শেষত কোন প্ৰকৃত চহ কৰোঁতা তাক ঠিৰাং কৰিব নোৱাৰি মানুহজনে ক'লে— "বাৰু, তহঁত এতিয়া শুই থাকগৈ। পুৱা পথাৰত গৈ কোনে কাম কৰিছিল তাক মই চাম।"

পুৱা তিনিও গৈ পথাৰ পালে। কুকুৰে নিজৰ খোজ দেখুৱাই দেখুৱাই সিয়েই যে মাটি চহ কৰিছিল তাক কলে। গাহৰিও নিজৰ কামৰ বিষয়ে বহুত কথা ক'লে ; কিন্তু কুকুৰৰ খোজ দেখি মানুহজনে কুকুৰৰ কথাতে বিশ্বাস কৰিলে। নিজৰ পৰিশ্ৰম অথলে যোৱা দেখি গাহৰিয়ে চকুলো টুকি টুকি চাঙৰ তলত থাকিল আৰু কুকুৰে মহানন্দে চাঙত থাকিবলৈ ললে।

---

# ভালুকৰ নেজডাল চিকাতে নিয়া

আদিতে ভালুক আৰু 'চিকাত' (এবিধ নোমাল দীঘল নেজ থকা, হেঁপাৰ দৰে ডাঙৰ কিন্তু চেপেটা আকৃতিৰ গছত থকা জন্তু) নলে গলে লগা বন্ধু আছিল। এটাৰ দুখত আন এটা থিৰেৰে থাকিব নোৱাৰিছিল। কিন্তু শেষত বন্ধুত্বৰ জৰী ছিগি পৰিছিল—চিকাত বন্ধুৰ বিশ্বাসঘাতকতাৰ কাৰণে।

এদিন আবেলি চিকাতটো ফুৰিবলৈ ওলাল; কিন্তু তাৰ গৰম কাপোৰ নথকাত ভালুক বন্ধুৰ ওচৰ চাপিল। চিকাতে ভালুকক ক'লে—"বন্ধু, তোমাৰ নেজডাল মোক আজিৰ কাৰণে দিয়া, মই ফুৰিবলৈ যাম। তুমি জানাই, মোৰ গৰম কাপোৰ নাই।" প্ৰিয় বন্ধুৰ ইচ্ছা পূৰণৰ বাবে ভালুকে নিজৰ নোমাল দীঘল নেজডাল চিকাতক সেইদিনাৰ কাৰণে দিলে। নেজডাল পাই চিকাতে প্ৰাণ-খুলি হাঁহিবলৈ ধৰিলে। চিকাতক ইহা দেখি ভালুকৰ মনত অলপ সন্দেহ উপজিল। তেতিয়া চিকাতক ভালুকে ক'লে—"বন্ধু আমি দুয়ো বন্ধু হলেও নিজৰ নেজডাল তোমাক সদায় পিন্ধিবলৈ দিব নোৱাৰোঁ।" ভালুকৰ কথাত মনৰ লোভ গোপনে ৰাখি চিকাতে ক'লে—"বন্ধু, তাৰ কাৰণে তুমি অকণো চিন্তা নকৰিবা। মই তোমাৰ ওচৰত কেতিয়াও মিছা নামাতো। আজি পিন্ধিয়েই তোমাৰ বস্তু তোমাক আকৌ ঘূৰাই দিম।" তাৰ পিচত চিকাতে "ফুৰি আহোঁ" বুলি ভালুকৰ নেজ পিন্ধি গছৰ ওপৰলৈ উঠি গ'ল। চিকাত যোৱাৰ পিচত ভালুকে ভাবিলে—"চিকাত বন্ধুৱে মোক ঠগিলে নেকি? যদি মোৰ ধুনীয়া, নোমাল, দীঘল নেজডাল ঘূৰাই নানে?" ভালুকৰ মনত বাৰে বাৰে নেজৰ কথা ভুমুকি মাৰিবলৈ ধৰিলে। বহু সময়ৰ পিচতো চিকাত ঘূৰি নহাত ভালুকে চিকাতক মাতিলে—"বন্ধু, নামি আহা ইয়ালৈ। মোৰ নেজডাল দিয়া।" কিন্তু ভালুকৰ

মাত শুনি চিকাতে হাঁহি হাঁহি গছৰ আৰু ওপৰলৈ উঠি গ'ল। তেতিয়া ভালুকে "বন্ধুৱে মোক একেবাৰে মিছাকথা ক'লে" বুলি নেজডাল উদ্ধাৰৰ বুদ্ধি সাজিবলৈ ধৰিলে।

ভালুক মৰা বুলি ভাবি যাতে চিকাত তললৈ নামি আহে তাৰ কাৰণে ভালুকে মৰা ভাও ধৰি গছৰ তলত শুই থাকিল। ভালুকৰ গা মাখিয়ে আগুৰি থকা দেখি চিকাতটো এদিন নামি আহিছিল গছৰ ওপৰৰ পৰা, কিন্তু ভালুকৰ চকু লৰাই চাওঁতেই ভালুকে নেজডাল লব খুজিলে। ভালুকৰ হাত মেলা-মেলা অৱস্থাতেই ৰ'ল—চিকাত জাপ মাৰি আকৌ গছৰ আগ পালেগৈ। নিৰাশ মনেৰে ভালুকে চিকাতৰ চুটি নেজডাল লৈয়ে আঁতৰি গ'ল। সেয়েহে আজিয়ো চিকাতে ভালুকৰ দীঘল নোমাল নেজডাল গাত মেৰিয়াই গছৰ ডালত ইফাল সিফালকৈ তললৈ ভুমুকিয়াই থাকে।

---

## কেঁকোৰাৰ চকু বাহিৰ ওলোৱা কিয়

পুৰণি কালৰ এদিনাখন 'লিপ'ই (কেৰ্কেটুৱাতকৈ কিছু ডাঙৰ আৰু নেজ ৰঙা জন্তু) 'তাতাৰ' (ৰঙা কোমোৰাৰ নিচিনা এবিধ জঙ্ঘলী গুটি) গুটি এটা মুখেৰে কামুৰি গছৰ ডালত বগৰাইছিল। তেনে সময়ত তলৰপৰা 'পেকুং' (এবিধ নেজ নথকা কুকুৰাৰ নিচিনা চৰাই) এটাই ডাক দিলে। 'তাতাৰ' গুটিটো ক'ত বহি খাম বুলি 'লি'প'ই চিন্তা কৰি গছৰ ডালত বগৰাই ফুৰোঁতে 'পেকুং'ৰ মাতত চঁক খাই 'তাতাৰ' গুটিটো মুখৰ পৰা এৰি দিলে।

'লি'পৰ' মুখৰ 'তাতাৰ' গুটি মাটিত পৰা শব্দত সাৰপাই শুই

থকা হৰিণা এটাই ভয়ত লৰি যাওঁতে ঠেঙেৰে এটা শিলত লথিয়ালে, সেই শিলে বাগৰি গৈ আকৌ জজ্বলী কল গছ এজোপা বগৰাই পেলালে। জজ্বলী কলগছ জোপা বাগৰি গৈ এটা বিলত পৰিল আৰু কেঁকোৰা এটাৰ চকুত খুন্দা মাৰিলেগৈ। খুন্দা খাই কেঁকোৰাৰ চকু বাহিৰ ওলাল।

কেকোঁৰাই নিজৰ চকু দুটাৰ অৱস্থা বুজি মনত অতি বেজাৰ পালে। সেই বুলি মনে মনে নাথাকি তাৰ দুৰ্গতি কৰাটোকো এসেকা দিবৰ বাবে কঁকালত টঙালি বান্ধি ওলাল। প্ৰথমেই কেঁকোৰাই কল গছ জোপাক কলে "তই মোৰ চকু বেয়া কৰিলি, মোক এতিয়া চকুৰ দাম দে।" কেঁকোৰাৰ কথা শুনি কল গছ জোপাই ক'লে—"মোকো শিল এটাইহে ইয়াত বগৰাই দিছে। মই কিয় চকুৰ দাম দিম ?" তাৰ পিচত কেঁকোৰাই গৈ শিলক ধৰিলে, শিলেও কল গছৰ দৰেই হৰিণাৰ গাত দোষ দিলে। হৰিণাই আকৌ 'তাতাৰ' গুটিৰ গাত, 'তাতাৰ' গুটিটোৱে 'লি'প'ৰ গাত দোষ দিলে।

কেঁকোৰাটো ইমান সহজে এৰি দিয়া বিধৰ নহয়। 'লি'প'ক বিচাৰি উলিয়াই ক'লে—"লি'প' এতিয়া তোক পাইছো, তই কত ইমান সময় পলাই আছিলি ? তয়েই সকলো অনৰ্থৰ মুল। তোৰ কাৰণেই মোৰ এনে সুন্দৰ চকু হেৰুৱাব লগা হলোঁ। তই এতিয়া চকুৰ দাম দিবই লাগিব।" কেঁকোৰাৰ কথা শুনি 'লি'প'ই কলে 'মই কিয় চকুৰ দাম দিম ? 'পেকুঙে' ডাক নিদিয়া হলে 'তাতাৰ' গুটিটো মোৰ মুখৰপৰা সৰি নপৰিলহেঁতেন। তাতাৰ গুটিটো খাবৰ মনেৰেই নিচিলোঁ। এই সকলো দোষৰ ভাগী 'পেকুঙেহে' —মই নহও।"

'লি'প'ৰ কথা শুনি কেকোঁৰাই 'পেকুঙক' বিচাৰি গ'ল আৰু পেকুঙক বিচাৰি পাই কলে—"পেকুং, তয়ে মোৰ চকু উলিয়ালি। তোৰ—মাত শুনি 'লি'প'ই 'তাতাৰ' গুটিটো মাটিত পেলাই দিলে

আৰু তাৰপৰাই সকলো ঘটনা ঘটি গ'ল। এতিয়া মোৰ চকুৰ দাম ভালে ভালে দে।" ইফালে চকুৰ দাম দিবলৈ 'পেকুঙ'ৰ একোৱেই নাই। নিদিলেও নেৰে। শেষত উপায় নেপাই 'পেকুঙে' নিজৰ নেজৰ পাখি কিটাকে উভালি কেঁকোৰাৰ হাতত দি পলাল। সেইবোৰ ঘটনা ঘটাৰ পিচৰ পৰাই আজিলৈকে 'পেকুং' চৰাইৰ নেজ নাই আৰু কেঁকোৰাৰ চকু বাহিৰ ওলোৱা।

[ সংগ্ৰাহক ঃ বলীচন নৰহ ]

---

# কপৌ চৰায়ে নিতৌ বিনায় কিয়

যি দিনাই সৃষ্টিকৰ্ত্তাই মানুহ জাতিৰ আদিম পিতৃ-মাতৃক সৃজন কৰে, সেইদিনাই সূৰ্য্যৰো লৰা এটিৰ জন্ম হয়। সূৰ্য্য আছিল মাতৃ। সূৰ্য্যই লৰাটো তুলি-তালি ডাঙৰ কৰিবলৈ এজনী ধাইমাক বিচাৰিলে। বিচাৰি যাওঁতে কপৌ চৰাই এজনী দেখা পালে আৰু নিজৰ উদ্দেশ্য তাইৰ আগত প্ৰকাশ কৰিলে। কপৌজনীয়ে সূৰ্য্যৰ ধুনীয়া লৰাটোক বোকোচাত লব পাৰিম বুলি ভাবি ৰংমনেৰে সূৰ্য্যৰ প্ৰস্তাৱত সম্মতি জনালে। সিদিনাৰপৰা কপৌজনী সূৰ্য্যৰ লৰাটোৰ ধাই হৈ লৰাটোক বোকোচাত লৈ সূৰ্য্য যোৱা বাটে বাটে উৰি যাব ধৰিলে।

কিন্তু সুখৰ দিনবোৰ চিৰদিন নেথাকে। কপৌজনীয়ে লৰাটোক বোকোচাত লৈ সূৰ্য্যৰ পিচে পিচে উৰোঁতে এদিন কেনেবাকৈ তাইৰ হাতৰ পৰা 'এপ্‌পন্' ডাল ( পৰ্ব্বতীয়া মানুহবিলাকে বেতেৰে তৈয়াৰ কৰা ফিটাৰ দৰে চেপেটা জৰী। ইয়াৰে লৰা বোকোচাত লয়। ) পৃথিৱীৰ বুকুত পৰি গ'ল। 'এপ্‌পন' ডাল পৰা দেখি সূৰ্য্যই কপৌ ধাইক কলে—"কিয় 'এপ্‌পন' ডাল পৰিব দিলি? তোৰ অসাৱধান-

তাৰ কাৰণেই পৰিল। এতিয়াই পৃথিৱীৰ পৰা 'এপ্‌পন' ডাল আন গৈ যা।" সূৰ্য্যৰ কথা শুনি কপৌজনীয়ে "বাক" বুলি কৈ পৃথিৱীলৈ লৰ মাৰিলে। কিন্তু দুৰ্ভাগ্যবশতঃ 'এপ্‌পন' ডাল লৈ তাই পুনৰ সূৰ্য্যৰ কায পাবগৈ নোৱাৰিলে। তাইৰ অক্ষমতা দেখি সূৰ্য্যই তাইক গৰিহা দিওঁতে মুখৰ থু কপৌজনীৰ মূৰত পৰিল।

কপৌজনীয়ে বহু চেষ্টা কৰিও সূৰ্য্যৰ লগ ধৰিব নোৱাৰিলে। ইফালে আকৌ সূৰ্য্যেয়ো একে ঠাইতে ৰৈ থাকিব নোৱাৰে, বহু ঠাইত ঘূৰি পোহৰ বিলাব লাগে। লাহে লাহে সূৰ্য্য নাইকিয়া হৈ গ'ল। তেতিয়া কপৌ ধাইজনীয়ে হিয়া ভুকুৱাই কান্দি কান্দি পৃথিৱীতে থাকিল। পৃথিৱীলৈ এন্ধাৰ নামিল,—লগতে তাইৰ প্ৰাণতো···

সেই ঘটনাৰ পিছৰ পৰাই কপৌ চৰাইৰ মূৰত সূৰ্য্যৰ থুৰ চিনস্বৰূপে আজিলৈ এটা বগা চিন হৈ আছে। সূৰ্য্যৰপৰা হোৱা বিচ্ছেদৰ কথা ভাবি ভাবি আজিয়ো সূৰ্য্য ওলালেই 'ওলাল' বুলি আৰু মাৰ গলেই "মাৰ গল" বুলি "টুকু-কু-কুউ কুউ" কৈ কপৌ চৰাইৰ হিয়া ভগা করুণ বিননি আমি শুনিবলৈ পাওঁ।

---

# চন্দ্ৰৰ তাপ নাই কিয়

আমি দিনত কঠোৰ পৰিশ্ৰম কৰি ৰাতি নিদ্ৰাদেৱীৰ কোলাত শুই দিনৰ ভাগৰুৱা দেহা শাঁত কৰোঁ। পুৰণি কালত কিন্তু (পাদাম-আবৰ সকলৰ বিশ্বাস মতে) দিনৰ বাদে ৰাতি নাছিল। সেইবাবে মানুহবোৰে বহুত অসুবিধা ভোগ কৰিছিল। কাৰণ 'ব-ম' (সূৰ্য্য) মাৰ গলেই 'ব'ই (চন্দ্ৰ) উদয় হৈছিল। দুটাৰ তেতিয়া আছিল সমান তাপ, সমান জ্যোতি।

চন্দ্ৰ আৰু সূৰ্য্যই পাল পাতি পোহৰ দিয়াত 'এ-ঙ-তাকাৰ' ( কোনো বা ঠাইৰ দেৱতা ), 'মি-বু' ( দেউধাই ) সকলেহে 'এ-ঙ' ( তাকাৰৰ সঠিক বিৱৰণ জানে ) দেৱতাসকলৰ অসহ্য হৈ উঠিল। শেষত তেওঁলোকে 'ব-ম' আৰু 'ব'ৰ ( সূৰ্য্য আৰু চন্দ্ৰ ) দুটাৰ এটাক মাৰি পেলাবলৈ মানুহ বিচাৰিলে। বিচাৰি গৈ তেওঁলোকে 'এত্টু-টিগ্লুং'ক ( এবিধ বিলত থকা পোক ) পালে আৰু ক'লে— "এত্টু-টিগ্লুং, তুমি 'ব'ক মাৰি আমাৰ উপকাৰ কৰা। তাৰ বাবে তুমি যি খোজা তাকে দিম।" এত্টু-টিগ্লুঙে ক'লে—"মই তাক কিহেৰে মাৰিম ? মোৰ একো হাতিয়াৰ নাই।"

তেতিয়া চন্দ্ৰক মাৰিবৰ বাবে 'এ-ঙ'-তাকাৰ' দেৱতাসকলে 'ইৰ্চি-মযি' নামৰ বিহ কাঁডত লগাই আৰু লগতে ধনু এখন যোগাৰ কৰি এত্টু-টিগ্লুঙক দি ক'লে—"তুমি সৌ ওখ টিঙত উঠি তাৰপৰা 'ব'ক মাৰিবা। এয়া হাতিয়াৰ।"

যেনে নিৰ্দ্দেশ তেনে কাম। এত্টু-টিগ্লুঙে পাহাৰৰ ওখ টিঙত অতি কষ্টেৰে উঠি যিমান পাৰে গাৰ বলেৰে ধনু টানি চন্দ্ৰক লক্ষ্য কৰি কাঁড এৰিলে। সেই কাঁড় বিজুলী বেগে গৈ চন্দ্ৰৰ গাত পৰিল। চন্দ্ৰই 'ইৰ্চি-ময়ী' বিহৰ বিষত অচেতন হ'ল। কিছু সময়ৰ পিচত চন্দ্ৰই চেতনা ঘূৰাই পালে কিন্তু তাপ হলে চিৰকাললৈ হেৰুৱালে।

চন্দ্ৰক মাৰিয়েই ভয়ত পলাই গৈ এত্টু-টিগ্লুঙে বিল এখন দেখি তাতে লুকাই থাকিল। আজিলৈকো তাৰ বংশ বিলতে আছে।

কাঁডত লগোৱা 'ইৰ্চি-মযি' বিহৰ বিষত চন্দ্ৰৰ তাপ লোপ পালে আৰু সেই ঠিক সময় আহিলেই অচেতন হৈ পৰে। অৰ্থাৎ সেই দিনটোকে বোলে—অমাৱস্যা তিথি। সেই দিনাৰপৰাই হ'ল দিন আৰু ৰাতি।—মানুহ জাতিয়েও দিনত কাম কৰি ৰাতি শান্তিৰে শুব পৰা হ'ল।

---

# জোক আৰু মাখিৰ উৎপত্তি

অতি পুৰণি কালত পাংকং নামৰ মানুহ এজনৰ বাংকং আৰু দাংকং নামৰ দুটা লৰা আছিল। নিজৰ পুতেক হলেও সিহঁত দুয়ো যেই কোনো কামৰ উপযোগী নোহোৱাত এদিন পাংকঙে আবু' টুন্তকং নামৰ নৰখাদক ৰাক্ষসক বাংকং আৰু দাংকঙক দিবলৈ ওলাল। সিহঁতক পথাৰত কাম কৰিবলৈ পঠালে দুয়ো শুই শুই দিনটো কটায়, ঘৰত ৰাখিলেও ঘৰত যি খোৱা বস্তু থাকে তাকে শেষ কৰি থয়। চেপা পাতিবলৈ পঠালেও মাছৰ মূৰটো মাত্র ঘৰত আনি কয়—"বাকী ডোখৰ উদে খালে।" সিহঁত দুয়োক লৈ বুঢাই যি আশা কৰিছিল বাস্তৱত তাৰ ওলোটা হোৱাত দুয়োকে মৃত্যুৰ মুখত গুজি দিবলৈ ওলাল, কাৰণ বুঢাৰ মতে অপদাৰ্থ হৈ থকাতকৈ নথকাই ভাল।

বেজাৰ মনেৰে এদিন বুঢাই বাংকং আৰু দাংকঙক লৈ গ'ল—হাবিত কৌপাত কাটিবলৈ। বুঢা আগে আগে, লৰা দুটা পিচত। বহুত বাট যোৱাৰ পিচত কৌপাত কিছুমান দেখি ল'ৰা দুটাই কলে—"পিতাই ইয়াতে পাত কাটো।" বুঢাই কলে,—ইয়াত নহয়। এইখন তোমালোকৰ আইতাৰ থু পেলোৱা ঠাই"—তাৰ পিচত কিছুদূৰ যোৱাত ল'ৰা দুটাই আকৌ কৌপাত দেখি কলে—"পিতাই, ইয়াতে পাত কাটো।" তেতিয়া পাংকঙে কলে "ইয়াতো নহয়। এইখন তোমালোকৰ আইতাৰৰ প্ৰস্ৰাব কৰা ঠাই।"—কিছুদূৰ যোৱাত আকৌ কৌপাত দেখি ল'ৰা দুটাই আকৌ কলে—"পিতাই, ইয়াতে ইমান ধুনীয়া কৌপাত আছে, ইয়াতে কাটো।" পাংকঙে তাতো কলে—"এইখন তোমালোকৰ আইতাৰৰ শৌচ কৰা ঠাই।" তেনেকৈ গৈ গৈ

বহুত দূৰত এটা কৌপাতৰে ভৰা ঠাই পালে। তাৰ ওচৰতে 'আবু-টুস্তৰুঙ'ৰ বাসস্থান। ডাঠ হাবি বননিৰে ভৰা; গছবোৰ দেখিলেই ভয় লগা বিধৰ। সেই ঠাই পায়েই পাংকঙে পুতেক দুটাক পাত কাটিবলৈ লগালে আৰু নিজে কিছু সময় কাটি "সেই বিলৰপৰা পানী খাই আহোঁ" বুলি কৈ সিহঁত দুয়ো নজনাকৈ ঘৰলৈ গুচি আহিল।

বহুত সময় পাৰ হৈ গল। ল'ৰা দুটাই পাতো বহুত কাটিলে। বেলি মাৰ যাওঁ যাওঁ হল। চৰাইবোৰ নিজৰ বাহলৈ উৰি যাব ধৰিলে। তথাপি বাপেক পাংকঙে ঘূৰি নহা দেখি ল'ৰা দুটাই "পিতাই ঔ· · পিতাই ঔ" বুলি মাতিবলৈ ধৰিলে, কিন্তু কোনো উত্তৰ নাহিল। তেনেকৈ কেইবাৰমান মতাৰ পিছত সিহঁত দুয়ো এবাৰ শুনিলে "আবু-টুস্তৰুং" পিতাকৰ মাত নেকি বুলি আকৌ এবাৰ চিঞৰিলে "পিতাই ঔ ··· " উত্তৰ আহিল আবু টুস্তৰং—ঃ—ং।" তিনি বাৰ সেইমতে শুনাৰ পিচত সিহঁত দুয়োৰ মনত সন্দেহ জাগিল। কিন্তু ইতিমধ্যে আবু টুস্তৰুং সিহঁতৰ ওচৰ চাপিলেই।

লৰা দুটাৰ ওচৰত পাংকং-বেশী আবু টুস্তৰুঙে আহি কলে—"বলা বোপাহঁত, ঘৰলৈ যাওঁ।" তাৰ পিচত যিমান কৌপাত কটা আছিল, সেইবোৰ লৈ ল'ৰা দুটাৰ সৈতে নিজৰ পঁজাটোলৈ যাত্ৰা কৰিলে। পঁজাটোত আহি আবু টুস্তৰুঙে লৰা দুটাক কলে—"বোপাহঁত, আজি ইয়াত থাকোঁ দেই, কালিলৈহে ঘৰলৈ যামগৈ। নহলে বাটত এন্ধাৰ অৱস্থাত বাঘ ভালুক ওলাব পাৰে।" আবু টুস্তৰুঙৰ ওপৰত সিহঁত দুয়োৰ সন্দেহ হৈছিল যদিও ৰাতি তাতে থাকিবলৈ মান্তি হ'ল।

আবু টুস্তৰুঙে জুই জ্বলাই হাবিত আলু, কচু কিছুমান পুৰি লৰা দুটাক খুৱাই শুবলৈ দিলে। সিহঁত দুয়োৰ কিন্তু ৰাতি টোপনি অহা নাছিল—নানান চিন্তাত। কিছু সময়ৰ পিচত আবু টুস্তৰুঙে লোহা দুডাল জুইত গৰম কৰা ল'ৰা দুটাই দেখা পালে। সেইটো দেখিয়েই সিহঁত দুয়ো ভাবিলে "এইটো নিশ্চয় মানুহ নহয়, কোনোবা ৰাক্ষসহে" ল'ৰা দুটাই পলোৱাৰ বাট বিচাৰিব ধৰিলে। অলপ পিচতে আবু টুস্তৰুং

পানী আনিবলৈ গল। সেই ছেগতে কৌপাতৰ ওপৰত গাৰ কাপোৰ বোৰ জাপি দি সিহঁত দুয়ো পলাই গ'ল। আবুটুন্তৰুং বুঢ়াই ল'ৰা দুটাৰে চকু দিবলৈ বুঢ়ীক থৈছিল যদিও সিহঁত পলোৱা একোৱে বুঢ়ীয়ে কব নোৱাৰিলে।

পানী লৈ আহি আবু টুন্তৰুঙে ল'ৰা দুটা শুই আছে বুলি ভাবি বুঢ়ীক চাঙৰ তলত এটা পাত্ৰ লৈ থাকিবলৈ কলে আৰু নিজে গৰম লোহা দুডাল জুইৰপৰা উলিয়াই লৰা দুটা বুলি কৌপাতৰ ওপৰতে খুচি দিলে। কৌপাতৰ 'চেৰেত' 'চেৰেত' শব্দ শুনি বুঢ়াই বুঢ়ীক কলে "বুঢ়ী, লৰা দুটাৰ বহুত তেল। পাত্ৰটো ভালকৈ ল যাতে অলপো তেল মাটিত নপৰে।" বুঢ়ীয়ে চাঙৰ তলৰপৰা উত্তৰ দিলে, "ক'তা বুঢ়া, অলপো তেল পৰা নাই।" বুঢ়াই কলে, "এ, তই এন্ধাৰত একো দেখা নাই।" কিন্তু বুঢ়ীয়ে আকৌ একে কথাকে কোৱা শুনি বুঢ়া আবু টুন্তৰুঙে কাপোৰখন দাঙি দেখে যে তাত লৰা দুটা নাই কৌপাত-বোৰহে আছে। সি আশা কৰিছিল—ল'ৰা দুটাৰ মাংস খাবলৈ। তাৰ পিচত অলপো নবৈ ল'ৰা দুটাৰ গোন্ধ শুঙি শুঙি খেদি গল।

ল'ৰা দুটাৰ লৰি লৰি ভাগৰ লাগিল। সিহঁতে ভাবিলে, এনেকৈ পলালে আমাক ৰাক্ষসটোৱে আকৌ পাব। সেই বুলি সিহঁত এজোপা গছৰ ওপৰত উঠিল। গাছত উঠাৰ পিচত তলৰ ডালবোৰ কাটিবগৰাই দিলে যাতে ৰাক্ষসটো খেদি আহিলেও ওপৰলৈ উঠিব নোৱাৰে।

অলপ পিছতে আবু টুন্তৰুং লৰা দুটা উঠি থকা গছৰ ওচৰ পালেহি। আবু টুন্তৰুঙে সুধিলে—"বোপাহঁত, তোমালোক কেনেকৈ ওপৰত উঠিলা?" ল'ৰা দুটাই তেতিয়া উত্তৰ দিলে,"আমি য়ক্চাৰ (তৰোৱাল) ধাৰত ভৰি দি তাৰে জখলা কৰি উঠিছোঁ।" আবু টুন্তৰুঙে সেইমতে উঠিব খোজোঁতে তৰোৱালে ভালকৈয়ে ভৰি এটা কাটিলে। পুনঃ সুধিলে—"বোপাহঁত, তোমালোক কেনেকৈ উঠিলা? মোক ভালকৈ কৈ দিয়া, মই তোমালোকক একো নকৰো।" সিহঁত দুয়ো কলে,— আমি কুঠাৰৰ ধাৰত ভৰি দি তাকে জখলা কৰি উঠিছোঁ। সেইমতে

উঠিব ধৰোঁতে তাৰ ইটো ভৰিও কাটিলে। ভৰি দুটা কটাৰ পিছত আবুটুন্তৰুঙে খঙত গছৰ গুৰিডাল কুঠাৰেৰে কাটিবলৈ ধৰিলে।

গছৰ গুৰি কটা দেখি ল'ৰা দুটাই ভয় খালে। গছ বাগৰি পৰিলেই ৰক্ষা নাই। তেনে অৱস্থাত উপাই নাপাই দুয়ো এচাৰে কুউ-উ-উ বুলি বায়ুদেৱতাক মাতিলে। ল'ৰা দুটাৰ অসহায় মাত শুনি বায়ুদেৱতাই সহায় কৰিলে। হঠাতে ভীষণ ধুমুহা আহি গছ-বোৰ ইফালৰ পৰা সিফাললৈ হলাবলৈ ধৰিলে। তেতিয়া লৰা দুটাই এজোপা গছৰপৰা আন এজাপ গছলৈ জাপ মাৰি মাৰি যাবলৈ ধৰিলে আৰু নদী পাৰ হৈ গাঁৱৰ ওচৰ পালেগৈ। আবুটুন্তৰুঙে দুয়োখন ভৰি কটা বাবে লৰা দুটাক লৰি ধৰিব নোৱাৰিলে।

সি লাহে লাহে গৈ নৈ পাই সাকো পাৰ হব খোজোঁতেই ল'ৰা দুটাই লুকাই থকাৰপৰা ওলাই ঘাই সাকোডাল কাটি দিলে। তেতিয়া আবু টুন্তৰুঙৰ দেহা শিলৰ ওপৰত পৰি টুকুৰা-টুকৰ হ'ল। সিমানতে নৰখাদক আবুটুন্তৰুঙৰ জীৱন শেষ হ'ল।

শেষত আবু টুন্তৰুঙৰ বুঢীয়ে নৈত আবুটুন্তৰুঙৰ ডোখৰ ডোখৰ হোৱা দেহাটো পাই ঘৰলৈ নি শুকালে। শুকুৱাৰ পিচত গুড়ি কৰি কুলাত ঢালি লৈ জোকাৰি জোকাৰি কলে—"টামিক্ পে বাটিকা লাংকা, কাপ্লুচি কাপ্লুচি টাপাতপে ঠাটকা লাংকা কাপ্লুচি কাপ্লুচি" অৰ্থাৎ মাখি হওক জোক হওক। তেতিয়াই আবু টুন্তৰুঙৰ শুকান গুড়ি মাংসবোৰ মাখি আৰু জোক হল। মাখি উৎপত্তি হোৱাৰ পিচত বুঢীক মাখিয়ে সুধিলে—"আইতা, মই কি খাই জীয়াই থাকিম?" বুঢীয়ে কলে—"মানুহৰ তেজ খাই, সকলো জন্তুৰ তেজ খাই জীয়াই থাকিব।" মাখি তেনেকৈয়ে ঘা তেজ খাই জীয়াই আছে। জোকেও বুঢীক সুধিলে—"আইতা, মই কি খাই জীয়াই থাকিম?" বুঢীয়ে কলে—"মানুহ আৰু আন জন্তুৰ তেজ খাই জীয়াই থাক। জোকেও বুঢীয়ে কোৱামতেই তেজ খাই জীয়াই আছে।

---

# মানুহ চৰাই হ'ল

মিৰিসকলে কয়—কিবা কামৰ বাবে হলেও কাকো কব নেপায় —'মোক কালিলৈ পুৱাই মাতিবা' বুলি। কাৰণ তেনেকৈ কৈ থলে ভূতে মানুহক মাতি নিব পাৰে। কিন্তু এই বিশ্বাস কিহৰ পৰা হ'ল।

তাহানি এখন গাঁৱত দিলে আৰু লিতুং নামৰ বন্ধু দুজন আছিল। এদিন দুয়ো চেপা পাতি আহি ইজনে সিজনক কলে,— যিজনে আগতে সাৰ পায, সেইজনে আহি জগাব লাগে। তেনেকৈ সন্ধিয়া দুয়ো বন্ধুৱে ইজনে সিজনক কৈ নিজ নিজ ঘৰলৈ গ'ল। দুজনৰে মনত মাত্ৰ চেপাৰ চিন্তা। দুইজনেই ভাবিছিল—পুৱা চেপা নিশ্চয় মাছেৰে ভৰ্ত্তি হৈ থাকিব। সেইবাবে ঘৰৰ মানুহকো কৈ থৈছিল যাতে সোনকালে জগাই দিয়ে। তেনেকৈ দুজনে কোৱা-কুই কৰোঁতে সিহঁতৰ কথা এটা ভূতে শুনিলে আৰু সুযোগ লৈ বাট চাই থাকিল।

প্ৰথম কুকুৰাই ডাকোঁতেই শুই থকা অৱস্থাতে দিলেই বাহিৰত শুনিবলৈ পালে—"বন্ধু, আহাঁ চেপা চাওঁগৈ। ৰাতি পুৱাল।" সেই মাত শুনা মাত্ৰেই জাপ মাৰি উঠি দিলে ঘৰৰ বাহিৰ ওলাল। তেতিযাও আন্ধাৰ হৈয়ে আছিল, কিন্তু ভূতে দিলেৰ চকুত ৰাতিকো পোহৰ যেন কৰি দেখুৱালে। নিজৰ বন্ধু বুলি ভাবি অকণো সন্দেহ নকৰাকৈ দিলেই ভূতৰ ছাঁয়া অনুসৰণ কৰি লগে লগে গ'ল।

তেনেকৈ ভূতটোৱে দিলেক লগে লগে আহিবলৈ দি চেপা পতা ঠাই পাওঁতে হঠাৎ ঘূৰি আহি দিলেৰ মূৰ ছিঙি পেলালে আৰু বাকী গাটো খাই নিজ ঠাইলৈ গুচি গ'ল। দিলেৰ মূৰটো সেই ঠাইতে তেজেৰে ৰাঙলী হৈ ঘূৰি থাকিল।

দিলে যোৱাৰ বহুত পিচত লিতুঙে সাৰ পাই লৰ দিলে—বন্ধুৰ ঘৰলৈ। কিন্তু দিলে কেতিয়াবাই ওলাই যোৱা বুলি ঘৰৰ মানুহৰ মুখে শুনি লিতুঙে ভাবিলে—"তেন্তে বন্ধুৱে নিশ্চয় মোৰ চেপাৰ মাছো লৈছে।" তাৰ পিচত লিতুঙ চেপা পতা ঠাইলৈ লৰি গ'ল।

চেপা পতা ঠাই পাই দেখে তাৰ বন্ধুৰ মূৰটো মাত্র তেজেৰে ৰাঙলী হৈ ঘূৰি আছে। সি কিছু ওচৰ চপা মাত্রেই মূৰটো ঘূৰি ঘূৰি তাৰ কাষলৈ আহিবলৈ ধৰিলে। সেই দৃশ্য দেখা মাত্রকে লিতুঙৰ গাৰ নোম ডাল ডাল হ'ল। মূৰটো তাৰ ফালে অহা দেখি সি গাঁৱলৈ লৰ দিলে—গাঁৱৰ মানুহক চিঞৰি চিঞৰি। কিন্তু তাৰ চিঞৰ কোনেও নুশুনিলে। বন্ধুৰ মূৰটো বেগেৰে কাষ চাপি আহিবলৈ ধৰিলে।

তেতিয়া উপায় নেপাই লিতুঙ এজোপা গছত উঠিল। গছৰ গুৰিত দিলেৰ মূৰটো ঘূৰি থকা দেখি সি ভয়ত নামিব নোৱাৰিলে। গছৰ ওপৰতে চিঞৰি চিঞৰি কিছু সময় থকাৰ পিচত গাৰপৰা দীঘল নোম ওলাই এটা মিলং চৰাইত (এই চৰাইটোৱে মানুহৰ মাতৰ দৰে ৰাতি মাতে।) পৰিণত হ'ল।

এই মিলং চৰায়ে গাঁৱৰ বা ঘৰৰ ওচৰত মাতিলে মানুহ মৰে বা কিবা অমঙ্গল ঘটে বুলি মিৰি মানুহে বিশ্বাস কৰে। এই চৰায়ে মাতোতে জুই খৰি ওলোটাকৈ দিলে নাইবা লোহা এডাল জুইত দি মিলং তোৰ কলিজা পুৰিছোঁ" বুলি জুইত গৰম কৰিলে, নাইবা চৰাইৰ উৎপত্তি কাহিনী ক'লে সি আৰু মাতিব নোৱাৰা হয় বুলি সকলোৱে বিশ্বাস কৰে।

---

# শিহু কেনেকৈ হ'ল

নাব্বিয়ে যৌৱনত ভৰি দি ভৱিষ্যতৰ কাৰণে কৰিছিল,—হেজাৰ কল্পনা। হেজাৰ আশা লৈ তায়ো জীৱনৰ বাটত আগবাঢ়ি আহিছিল। আশা কৰিছিল এখন সুখৰ সংসাৰ,—ভালপোৱা, মৰম-চেনেহ, সহায়-সহানুভূতি , কিন্তু সকলো আত্মীয়ৰপৰা তাই পালে ঘৃণা, কঠুৱা মাত, ঠাট্টা বিদ্রূপ। তাইৰ প্ৰতি সকলোৱে অৱহেলা কৰিলে। অৱহেলিত জীৱনলৈ শেষত নাব্বি বোলা ছোৱালীজনী কেনেকৈ মানৱী দেহা এৰি শিহু হৈ পানীত থাকিল, তাৰেই এইটো মিছিং সমাজৰ সাধু।

যি কালত ছোৱালীয়ে বোৱা-কটা, ঘৰৰ কাম-বন পৰিপাটিকৈ কৰিব নেজানিলে আৰু ডেকাই পুৰুষৰ কৰিব লগীয়া প্ৰত্যেক কাম কৰিব নেজানিলে সমাজে সেই ডেকা বা গাভৰুৰ প্ৰতি ঘৃণাভাৰ পোষণ কৰিছিল, সেই কালত এখন মিছিং গাঁৱত এহাল বুঢ়া-বুঢ়ীৰ নাব্বি নামৰ এজনী ধুনীয়া ছোৱালী আছিল। কিন্তু তাই যিমান ধুনীয়া, সেই অনুপাতে গুণ হলে একেবাৰে নাছিল। নাব্বিক তাঁতশালত বহিবলৈ দিলে সূঁতা ছিঙি থান-বান কৰে। ঘটি বাটি আদি ধুবলৈ দিলেও ভাঙি চূৰমাৰ কৰে। মুঠতে তাই কোনো কামকে কৰিব নেজানে। সেইবাবে তাইক বিয়া কৰোঁতা গাঁৱত নোলাল। গাঁৱৰ মানুহে তাইক দেখিলেই মুখ ঘূৰাই নিয়ে। ঘৰত মাক-বাপেকেও নাব্বিক দিনে-ৰাতিয়ে গালি-শপনি দিব ধৰিলে।

এদিন গাঁৱৰ মানুহ আৰু মাক-বাপেক সকলো পথাৰলৈ গ'ল; ঘৰত নাব্বি আৰু গাঁৱৰ এঘৰত এজন আলৰ বুঢ়া মাথো আছিল। দিনে-ৰাতিয়ে গালি, মাৰ খাই খাই সংসাৰৰ প্ৰতি তাইৰ মোহ

মাইকিয়া হৈ গৈছিল। অকাজী হৈ জীয়াই থকাতকৈ নাব্বিয়ে মৃত্যুকে আদৰি ললে। কিন্তু সঁচাই জানো তাইৰ মৃত্যু হ'ল?

নাব্বিয়ে মাকৰ পেৰাৰপৰা কিছু কপাহৰ সূঁতা উলিয়াই ঘৰৰ মাৰলিত বান্ধিলে, তাৰ পিচত বাকী সূঁতা দীঘলকৈ এৰি এৰি ঘৰৰ বাহিৰ ওলাল। চোতালত থকা ঢেঁকীটো গাত তাই বান্ধি ললে আৰু হাতত ধান খুন্দা মাৰি দুডাল লৈ নৈৰ পাৰলৈ আহি পানীত জাপ দিলে। কিন্তু ভগৱানৰ কি লীলা। নাব্বি নমৰিল,—হঠাতেই তাই শিহুত পৰিণত হ'ল। বুঢাই সকলো ঘটনা দেখি আছিল, কিন্তু বাধা দিবৰ শক্তি নোহোৱাত নাব্বিৰ কাৰ্য্যত বাধা নিদিলে। তেতিয়াৰপৰাই অকাজী নাব্বিজনী শিহু হৈ পানীত আজিয়ো আছে।

---

# বান্দৰৰ টপিনাত টেমুনা বান্ধিলে কেনেকৈ

পুৰণি কালত বান্দৰ আৰু বাঘ দুয়ো বন্ধু আছিল। কোনো বস্তু পালে ইটোৱে সিটোক এৰি নেখাইছিল। এদিন বাঘে কাঠনি এখনত এজোপা লেটেকু গছৰ ডালত লোমালোমে লেটেকু লাগি থকা দেখা পাই বান্দৰক কলেগৈ। "বন্ধু, সৌ কাঠনিখনতে এজোপা লেটেকু গছত লেটেকু পকি মোক খা মোক খা কৰি আছে। মইতো গছত উঠিব নোৱাৰোঁৱেই এতেকে দুয়ো যাওঁ বলা। তুমি ওপৰলৈ উঠি গৈ লেটেকু পাৰি আনিবা—দুয়ো একেলগে খাম।"

লেটেকুৰ কথা শুনি বান্দৰৰ মহা আনন্দ। সি বাঘৰ পিছে পিছে গৈ লেটেকু জোপাৰ ওচৰ পাই জাপ মাৰি ওপৰলৈ উঠিল।

লেটেকুৰ সোৱাদ পাই বান্দৰে বাঘ বন্ধুলৈ পাহৰি পেলালে। অকলে গছৰ ডালত বহি টপা টপে পকা লেটেকু মুখত ভৰাবলৈ ধৰিলে। বাঘ গছৰ তলত মুখ মেলি বহি থকাতে থাকিল। লেটেকুৰ লোভ সামৰিব নোৱাৰি বাঘে বান্দৰক কলে—"বন্ধু, মোলৈ পাহৰিলা নেকি ?" বান্দৰে তেতিয়া লেটেকুৰ বাকলি তললৈ পেলাই দি কলে —"কিয় পাহৰিম বন্ধু, এয়া তোমাৰ ভাগ ধৰা।" বাঘে বান্দৰৰ এই টেঙৰালি বুজিব পাৰি সেই ঠাই এৰি গুচি গ'ল।

বহুত দিনৰ পিছত বাঘ এদিন আকৌ বান্দৰৰ ওচৰ পালেগৈ। সি সেইদিনা এজোপা ডাঙৰ ওখ শিমলু গছৰ ওপৰত এবাহ মৌ পালে। বান্দৰৰ ওচৰ পাই সি কলে,—"বন্ধু, আজি মই বৰ মৌ এবাহ এজোপা গছৰ ওপৰত দেখি আহিছোঁ। মইতো গছত উঠিব নোৱাৰোঁ। তদুপৰি গছজোপাও বৰ ওখ। গতিকে তুমি যদি মৌ বাহ পাৰি আনা, তেতিয়া দুয়ো খাব পাৰিম।" মৌৰ কথাশুনি বান্দৰৰ বৰ লোভ লাগিল। আগতে বাঘে লেটেকু দেখুৱাই দিওঁতে যে সি বাঘক ঠগিছিল, সেই কথা তেতিয়া তাৰ সমুলি মনত নাছিল। মাত্ৰ সি কেতিয়া মৌৰ সোৱাদ লব পাৰে তাকেই চিন্তা কৰিছিল। সেই কাৰণে কোৱা মাত্ৰকে মৌ পাৰিবলৈ সি বাঘৰ পিছ ললে।

শিমলু জোপাৰ ওচৰ পাই বাঘে মৌ বাহলৈ আঙুলিয়াই দিয়া মাত্ৰকে বান্দৰ জাপ মাৰি গছত উঠিল। মৌ-বাহৰ ওচৰ পাই মহা আনন্দেৰে সি ছিঙিব খোজোঁতেই গোটেই জাক মৌৱে তাক কামুৰি আধামৰা কৰিলে। সি তত্ নেপাই অৱশ হৈ ধোপোচ কৰে মাটিত সৰি পৰিল। দুৰ্ভাগ্যক্ৰমে গছ জোপাৰ যিফালে সি পৰিছিল, সেইফালে বহুত বোকা আছিল। গতিকে সি বোকাত প্ৰায় পোত খাই গ'ল। তেতিয়া সি বাঘ বন্ধুক কাবৌ কোকালি কৰি বোকাৰপৰা তাক তুলি নিবলৈ কলে। বাঘে তেতিয়া পূৰ্ব্বে লেটেকু খাই বাকলি দিয়াৰ কথা সোঁৱৰাই তাক বোকাৰপৰা তুলিবলৈ অমান্তি হ'ল। বান্দৰে তেতিয়া কলে,—"বন্ধু

মই পূৰ্ব্বতে অন্যায় কৰিলোঁ সঁচা, তাৰ ফল মই ভোগ কৰিছোঁ। বন্ধুৰ অন্যায় কৰা বাবে মোৰ মৰণেই ভাল। কিন্তু, এইদৰে বোকাত পোত গৈ মৰাতকৈ তুমিয়েই মোক তুলি নি মোৰ মাংসখিনি খাই মোক মুক্তি দিয়া।" বান্দৰৰ কথা শুনি বাঘেও ভাবিলে—"ই তো মৰিবই। গতিকে তাৰ ইচ্ছা হৈছে যেতিয়া, তাক তুলি আনি মাংসখিনি খাই পেলালেনো কি হয়?" ইয়াকে ভাবি সি বান্দৰক বোকাৰপৰা তুলি আনি খাব খোজাত বান্দৰে কলে,—"বন্ধু, মোৰ গোটেই গাটো বোকাৰে লুতুৰি-পুতুৰি হৈ আছে। গতিকে তুমি মোক এখন নৈলৈ নি মোৰ গাটো ভালকৈ ধুই পখালি লোৱা তেতিয়াহে খাই ভাল পাবা।" বাঘেও ভাবিলে কথাটো সঁচা। বান্দৰৰ গোটেই গাতে বোকা লাগি আছে। গতিকে সি বান্দৰক নৈলৈ লৈ গ'ল।

বান্দৰে নৈৰ পানীত গা ধুই বোকাবোৰ গুচাই পেলালে। তেতিয়া বাঘে খাব খোজাত বান্দৰে পুনঃ কলে,—"বন্ধু, মোৰ গাটো এতিয়া তিতি আছে। তিতি থকা অৱাহাত তুমি খাই সোৱাদ নেপাবা। গতিকে মই নৈৰ পাৰতে কিছুপৰ ৰ'দ লৈ গাটো শুকুৱাওঁ। তুমি সৌ ওচৰৰ গাঁওখনৰপৰা জুইৰ অঙঠা এটা আনাগৈ। কেঁচাই খোৱাতকৈ মোৰ মাংসখিনি পুৰি লৈ খালেহে বেছি সোৱাদ পাবা।" বাঘে ভাবিলে বান্দৰে ঠিকেই কৈছে। মাংসখিনি জুইত পুৰিলে ভাল গোন্ধ ওলাব আৰু সোৱাদো পাবা। গতিকে সি বান্দৰৰ কথাতে হয় ভৰ গাঁৱলৈ জুই বিচাৰি গ'ল। আগৰ কালত বাঘে মানুহৰ লগতো বন্ধু পাতিছিল। সি গাঁৱলৈ গৈ চিনাকি বন্ধু এজনৰ ঘৰত জুই বিচাৰিলে গৈ। কথাটো শুনি মানুহ বন্ধুও জুই লৈ লগতে ওলাল।

ইতিমধ্যে বান্দৰৰ গাটো ৰ'দৰ তাপত শুকোৱাত তাৰ শৰীৰটো বৰ পাতল পাতল যেন লাগিছিল। মৌৱে বিন্ধা বিষো তাৰ ইতিমধ্যে বহুত কমি গৈছিল। মানুহ আৰু বাঘ দুয়ো তাৰ ওচৰ আহি

পাওঁতে নৌপাওঁতেই সাউত কৰে উঠি সি গছৰ ওপৰলৈ জাপ দিলে। বান্দৰৰ কান্দ দেখি বাঘে মানুহ বন্ধুক কলে,—"দেখিছানে বন্ধু! বান্দৰ পলাল, পলাল, গছত উঠিলেগৈ।" তেতিয়া মানুহজনে বান্দৰৰ উদ্দেশ্যে শিলগুটি মাৰি পঠিওৱাত সেই শিলগুটি বান্দৰৰ টপিনাত লাগি থাকিল। সেইদিনাৰপৰা বান্দৰৰ টপিনাত টেমুনা বান্ধি পৰিল আৰু সি এতিয়াও থাকিল।

বান্দৰে বাঘক এইদৰে ঠগা কাৰণেই এতিয়া বাঘে বান্দৰক সমূলি দেখিব নোৱাৰে। য'ত বাঘ থাকে, সেই ঠাইত বান্দৰ কেতিয়াও মাটিলৈ নেনামে।

---

# গাহৰি আৰু কুকুৰৰ সাধু

মিৰিয়ে গাহৰি পোহে, গাহৰিৰ ম'ঙহ খায় আৰু সকামত দেৱতা আৰু উপৰিপুৰুষৰ উদ্দেশ্যেও আগ বঢ়ায়। তেওঁলোকে কুকুৰো পোহে। কিন্তু কুকুৰৰ মঙহ নেখায়। ৰাতি হলে মিৰিসকলৰ বাহিৰৰ চাঙত কুকুৰ শুই থাকে, কিন্তু গাহৰি হলে চাঙৰ তলত থাকিব লগা হল।

অতি পুৰণি কালত কুকুৰ আৰু গাহৰি একেজন মানুহৰ সন্তান আছিল। বাপেকে এদিন কুকুৰ আৰু গাহৰি দুয়োকে কলে— যিজনে এবেলাৰ ভিতৰতে এবিঘা মাটি চহাই দিব পাৰিব, সেইজনকে তেওঁৰ লগত ৰাখিব। সেই কথা শুনি পিচদিনা পুৱাতে গাহৰি পথাৰলৈ গ'ল আৰু মাটি খনাত লাগি গ'ল। এইদৰে খানি খানি গাহৰিয়ে এবেলাৰ ভিতৰতে এবিঘা মাটি চহ কৰি পেলালে আৰু

ঘৰলৈ ঘূৰি আহিল। কুকুৰে এতিয়া মাটি চহায় কেনেকৈ ? তাৰ তো মাটি খানিব পৰা শক্তি নাই, পিচে তাৰ এটা বুদ্ধি খেলালে। সি গাহৰিয়ে গম নোপোৱাকৈ সুৰুক কৰে লৰ মাৰি পথাৰলৈ গ'ল আৰু গাহৰিয়ে চহাই থোৱা মাটিৰ ওপৰত কেবা পাকো ঘূৰিলে। তাৰ পিছত গুচি আহি বাপেকক কলেহি যে যি তাৰ ভাগৰ মাটি চহাই থৈ আহিছে। গাহৰিয়ে আপত্তি কৰিলে যে যি ভাগ মাটি কুকুৰে চহাই থৈ অহা বুলি কৈছে, সেইভাগ মাটি সিহে ৰাতিপুৱা চহাই থৈ আহিছে। কুকুৰে বোলে গাহৰিয়ে চহোৱাৰ কোনো প্ৰমাণ নাই। সি যে চহাইছে তাৰ প্ৰমাণ স্বৰূপে গোটেই পথাৰ-খনত তাৰ হে খোজ পৰি আছে। গতিকে বাপেকে বুজিলে যে প্ৰকৃততে মাটিডৰা কুকুৰেহে চহালে।

পথাৰৰপৰা ঘূৰি আহি বাপেকে কুকুৰক চাঙত উঠিবলৈ দিলে আৰু গাহৰিক চাঙৰ তলত থাকিবলৈ দিলে। পিছত গাহৰিয়ে আচল কথাটো প্ৰমাণ কৰি দিয়াত বাপেকে বৰ বেজাৰ পালে। কিন্তু পুৰুষৰ মুখৰ বাইক বুলি বাপেকেও কুকুৰক চাঙৰপৰা নমাব নোৱাৰিলে। এনেহে মিৰি-মানুহৰ এক কথা। তথাপি বাপেকে পিছত কলে যে কুকুৰে মিছা কথা কোৱাৰ কাৰণে মানুহৰ ঘৰত পহৰা দিব লাগিব আৰু তাৰ মাংসও মানুহ বা দেৱতাৰ পূজাত নেলাগিব। গাহৰি চাঙৰ তলত থাকিলেও তাক মানুহে খুৱাই বুৱাই ৰাখিব আৰু তাৰ মঙহো মানুহে খাব আৰু দেৱতাৰ পূজাতো লগাব।

---

# ৰঙা আৰু গুঁইৰ জন্ম

মিৰিসকল পাহাৰৰপৰা নামি অহাৰ সময়ৰ কথা। এসময়ত সকলো মিৰি একেলগ হৈ পাহাৰৰপৰা নামি আহিছিল। পৰ্ব্বতৰ পৰা অকাই-পকাই বৈ’খ নিজৰাৰ পাৰে পাৰে হাবি-বন আৰু শিলনিৰ ওপৰেদি বগাই বগাই তেওঁলোক ভৈয়ামলৈ নামি আহি-ছিল। যতে ৰাতি হয়, ততে তেওঁলোকে গছৰ তলত জিৰণি লয় আৰু পিঠিত পেলাই হোৰাত লৈ অহা আলু কচু আৰু অন্যান্য ফল-মূল খাই থাকে। ৰাতি পুৱালে আকৌ হাবি কাটি কাটি বাট মুকলি কৰি আগুৱাই গৈ থাকে।

এইদৰে গৈ থাকোঁতে এদিন তেওঁলোকে এখন ডাঙৰ কাঠনি পালে। কাঠনিৰ মাজেদি বাট মোকোলাবলৈ আগ বাঢ়িলেই এটা অপদেৱতাই আগভেটি ধৰে। কিয়নো সেই কাঠনিখন হেনো সেই দেৱতাৰ আছিল। বেলেগ বেলেগ ফৈদৰ মিৰিসকল একেলগ হৈ আহিছিল। প্ৰত্যেক ফৈদেই এবাৰ এবাৰকৈ যত্ন কৰি চালে। কিন্তু কোনেও বাট উলিয়াব নোৱাৰিলে। সকলোৱেই দেৱতাৰ ওচৰত হাৰ মানিলে। এইদৰে বাট মোকোলাব নোৱাৰি মিৰিসকল সেই হাবিতে কেবাদিনো থাকিব লগা হ’ল।

মিৰিসকলে নিজকে চন্দ্ৰ আৰু সূৰ্য্যৰ বংশধৰ বুলি চিনাকি দিয়ে। মিৰিৰ মাজত “কাৰ্দ্দিং” নামে এটা ফৈদ আছে। সেই “কাৰ্দ্দিং” ফৈয়দটো হেনো তৰাৰ বংশধৰ। গতিকে সেই সময়ত নামি অহা “কাৰ্দ্দিং” ফৈদৰ মানুহজনক “তাকাৰ কাৰ্দ্দিং” বা তৰাৰ পুতেক বুলিছিল। তেওঁ হেনো আনবিলাকৰ লগত অহা নাছিল। তেওঁ আহিছিল সকলোতকৈ পিছত। আগবাঢ়ি অহা মিৰিসকলে বাট মোকোলাব নোৱাৰি কাঠনিৰ মুৰত ৰৈ থাকোঁতে কাৰ্দ্দিঙেও গৈ

সিবিলাকক লগ ধৰিলে। তেওঁ সকলো ঘটনা বুজিলে আৰু বাট মোকোলাবলৈ উপায় চিন্তিবলৈ ধৰিলে।

মিৰিসকলে ধানৰ তুঁহগুডি পুৰি তাৰ ছাই ভাতৰ লগত মিহলি কৰি এবিধ মদ তৈয়াৰ কৰে। এইবিধ মদ বিশেষকৈ সকাম-নিকাম বা দেৱতাৰ পূজা-পাতলত ব্যৱহাৰ কৰে। কাৰ্দ্দিঙে প্ৰথমতে তেনে-কুৱা দুটোপোলা ছাইৰ মদ তৈয়াৰ কৰিলে। এই ছাই মদবোৰ কাঠনিত থকা কৌ-পাতেৰে বান্ধি থব পাৰি। গতিকে কাঠনিৰ পৰাই কৌপাত আনি কাৰ্দ্দিঙে দুটোপোলা ছাই মদ আগবঢাই হাবিৰঁ দেৱতাক তুতি কৰিবলৈ ধৰিলে।

কাৰ্দ্দিঙৰ লগত এখন "য়কচা" আছিল। যকচা মানে তৰোৱাল। ঘৰৰপৰা ওলাই আহোঁতেই কাৰ্দ্দিঙে য়কচাখন ভালকৈ ধৰাই আনিছিল। আনবিলাক মিৰি মানুহ বাট মোকোলাই আগবাঢি যোৱাত কাৰ্দ্দিঙৰ য়কচাখন একেবাৰেই ব্যৱহাৰ হোৱা নাছিল। কাৰ্দ্দিঙে বহুত পৰ তুতি কৰাৰ পাছত হাবিৰ দেৱতা তুষ্ট হ'ল আৰু পূজা খাবলৈ তেওঁৰ আগলৈ ওলাই আহিল। কাৰ্দ্দিঙে গম লৈ আছিল। তেওঁ য়কচাখন ওচৰতে ৰাখিছিল। যেতিয়াই দেৱতাজন তেওঁৰ ওচৰ পালেহি তেতিয়াই তেওঁ ওচৰত থকা য়কচাখন লৈ দেৱতাক দোছোৱা কৰি কাটি পেলালে। কাটি পেলোৱামাত্ৰকে দেৱতাজনৰ মূৰটোৰপৰা এটা বৰা গাহৰি আৰু শৰীৰৰ তলছোৱাৰ-পৰা এটা গুঁইৰ জন্ম হল। বৰা জন্ম হৈ হাবিৰ মাজলৈ লৰ মাৰিলে আৰু গুঁইটো এটা উঁই হাফলুত সোমাল।

বৰাবিলাক বনৰীয়া গাহৰি। এতিয়াও অসমৰ বহুত ঠাইত বৰা গাহৰি আছে। পাহাৰী মানুহে হাবিত বৰা চিকাৰ কৰি তাৰ মঙহ খায়। গুঁইৰ মঙহো বহুত জাতিৰ মানুহে খায়। ই কণী পাৰে আৰু কণীবিলাকো খাবলৈ সোৱাদ। এইদৰে কাৰ্দ্দিঙে হাবিৰ দেৱতা মাৰি পেলোৱাত বাকীবিলাক মিৰি মানুহে হাবি কটাত লাগি গ'ল আৰু বাট মুকলি কৰি ভৈয়ামলৈ নামি আহিল।

---

# গুৰলা চৰাইৰ জন্ম

গুৰলা চৰাই সকলোৱে দেখা নাই। ই সকলো ঠাইতে নেথাকে—থাকিলেও সদায় নেমাতে। প্ৰবাদ আছে—গুৰলা চৰায়ে আগৰতি মাতিলে হেনো গৰু ম'হৰ বেমাৰ আজাৰ হয়—আৰু পিছ ৰাতি মাতিলে হেনো মানুহৰ বিপদ আপদ হয়। দেখিবলৈ ফেঁচাৰ নিচিনা যদিও ই ফেঁচাতকৈ বহুত ডাঙৰ, প্ৰায় মলুৱা বান্দৰটোৰ সমান। ইয়াৰ কাণ দুখন বৰ ডাঙৰ। চৰাইটো দেখিবলৈ যেনে কুৰূচ—মাতটোও তেনেকৈ অতি ভয়লগা। ই মাতিলে গাৰ নোম শিয়ঁৰি উঠে। মিৰি মানুহে ইয়াক "মিলাং" বুলি কয়। এই কুৰূচ চৰাইটোৰনো জন্ম কেনেকৈ হ'ল—সেই বিষয়ে মিৰি জনজাতিৰ মাজত এই সাধু প্ৰচলিত আছে।

পুৰণি কালত দুজন বন্ধু আছিল। এবাৰ দুয়ো বিদেশলৈ বুলি ৰাওনা হ'ল। সেই সময়ত আজি-কালিৰ দৰে মানুহৰ ঘন বসতি নাছিল। গতিকে বহুত দূৰ বাট খোজ কাটি গৈহে একোখন গাঁও পাইছিল হাবিৰ মাজে মাজে লুংলুঙীয়া বাট। এলাপেচা মানুহে অকলে কিয় লগেৰেও দিনত যাবলৈ ভয় কৰিছিল। তেনেকুৱা হাবিয়লীয়া বাটেদি দুয়ো বন্ধু বিদেশলৈ বুলি খোজ ললে। বিদেশনো আৰু কি হ'ব? তেতিয়াৰ কালত যাতায়তৰ কোনো সুবিধা নাছিল। এখন গাঁৱৰপৰা আন এখন গাঁৱলৈ যোৱাটোৱেই বিদেশ ফুৰাৰ নিচিনা আছিল।

দুয়ো বন্ধুৱে দিনটো বাটকুৰি বায় আৰু ৰাতিহলে এখন গাঁৱত থাকে। এইদৰে কেবাখনো গাঁও ফুৰাৰ পাছত এদিন সিহঁতৰ মহা বিপদ মিলিল। পুৱাৰপৰা গধূলিলৈকে খোজ কাটিও সেইদিনা সিহঁতে কোনো গাঁও নেদেখিলে। লাহে লাহে বেলি মাৰ

গ'ল। মাজ বাটতে আন্ধাৰ হ'ল। দুই বন্ধুৱে কলৈকো যাবলৈ উপায় নেপালে। দুয়ো ইফালে সিফালে চাবলৈ ধৰিলে। এনেতে বাটৰ সোঁফালে এখন মৰিশালি আৰু বাওঁফালে এখন এৰাবাৰী দেখা পালে। এৰাবাৰীৰ মাজতে এটা ভগা ঘৰ আছিল। প্ৰথম জনে কলে,—"বন্ধু, আজি ৰাতিটো সৌ এৰাবাৰীব মাজত থকা ভগা ঘৰটোতে কটাওঁ আহাঁ।" তাকে শুনি দ্বিতীয়জনে কলে, "নহয বন্ধু, এৰাবাৰীত থকা ভাল নহয়। তাতকৈ সৌ মৰিশালিতে ৰাতিটো কটোৱা ভাল হ'ব। মানুহে কোৱা শুনো এৰাবাৰীতকৈ মৰিশালিয়েই বেছি ভাল।" প্ৰথমজন কিন্তু তাত সন্মত নহল। মৰা মানুহৰ প্ৰেতাত্মাবোৰ তাৰ চকুৰ আগত ভাহি উঠিবলৈ ধৰিলে। সি কোনোমতেই মৰিশালিত থাকিবলৈ ইচ্ছা নকৰিলে আৰু এৰাবাৰীৰ ঘৰটোতে থাকিবলৈ থিৰ কৰিলে। দ্বিতীয়জনে কিন্তু এৰাবাৰীত থাকিবলৈ ভয় কৰি মৰিশালিতে থাকিবলৈ ইচ্ছা কৰিলে। দুয়ো বন্ধুৱে কাকো কোনেও নিজৰ পছন্দ কৰা ঠাইলৈ নিব নোৱাৰিলে। শেষত নিজ নিজ বাছনিমতে প্ৰথমজন এৰাবাৰীত আৰু দ্বিতীয়জন মৰিশালিত থকাটোৱেই সিদ্ধান্ত হ'ল।

মানুহে এৰি যোৱা ধন সম্পত্তিত ভূত বহে বুলি কয়। এই এৰাবাৰীতো কিবা ধন সোণেই আছিল নে নাই আন কিবা কাৰণতে তাত এটা ভূতে বাস কৰিছিল। যেতিয়া প্ৰথম বন্ধুজন এৰাবাৰীত আৰু দ্বিতীয় বন্ধুজন মৰিশালিত টোপনি গ'ল, তেতিয়া এৰাবাৰীত থকা ভূতটো চৰিবলৈ ওলাই আহিল। মাজৰাতি যেতিয়া প্ৰথমজন বন্ধুক সেই এৰাবাৰীৰ ভগা ঘৰটোত শুই থকা দেখা পালে, তেতিয়া সি মনে মনে গৈ তাক ডিঙিত চেপা মাৰি ধৰিলে আৰু তেতিয়াই মূৰটো ছিঙি পেলালে। মৰিবৰ সময়তহে প্ৰথমজন বন্ধুৱে দ্বিতীয়জনে কোৱা কথা সঁচা বুলি বিশ্বাস কৰিলে। কিন্তু কি হব? সি আৰু ভূতৰ হাতৰপৰা সাৰি যাব নোৱাৰিলে। ভূতটোৱে তৎক্ষণাৎ তাৰ কেঁচা তেজখিনি পি পেলালে।

ইতিমধ্যে ভূতে ছিঙি পেলোৱা মূৰটো বাগৰি বাগৰি গৈ মৰিশালিত থকা দ্বিতীয় বন্ধুৰ কাষ পালেগৈ। মূৰটোৱে দ্বিতীয় বন্ধুক বিপদৰ সংকেত দিবলৈ গৈছিল। মূৰটোৱে মাতিলে, "বন্ধু, সাৰে আছানে?" দ্বিতীয় বন্ধুৰপৰা কিন্তু একো উত্তৰ নেপালে। মূৰটোৱে আকৌ মাতিলে—"বন্ধু সাৰে আছানে?" এই বাৰো কোনো উত্তৰ নাই। তৃতীয়বাৰ মাতিলে—তেতিয়াওঁ মূৰে একো উত্তৰ নেপালে। চতুৰ্থ বাৰত দ্বিতীয় বন্ধুৱে উত্তৰ দিলে—"আছোঁ বন্ধু। কি হল?" দ্বিতীয় বন্ধুৱে তিনি বাৰলৈকে নমতাৰ কাৰণ আছিল। তাৰ বিশ্বাস আছিল যে ভূত প্ৰেতে আত্মীয় বা বন্ধুৰ ভেশছন ধৰিও মাতিব পাৰে। সিহঁতে তিনি বাৰতকৈ বেচি মাতিব নোৱাৰে। সেই কাৰণে বন্ধুৱেকৰ মূৰটোৱে তিনিবাৰ মাতোঁতেও সি উত্তৰ দিয়া নাছিল॥

প্ৰথম বন্ধুৰ মূৰটোৰপৰা সংকেত পাই দ্বিতীয় বন্ধুৱে সাৱধানে দাখন হাতত মুঠি মাৰি লৈ শোৱা ভাও জুৰি পৰি থাকিল। বন্ধুৱেকক সংকেত দি প্ৰথম বন্ধুৰ মূৰটোৰ জীৱটো স্বৰ্গলৈ গুচি গ'ল। ইফালে ভূতৰ নটা লাগি আৰু চিকাৰ বিচাৰি চাবৰ মন গ'ল। সি তেতিয়া মৰিশালিত থকা দ্বিতীয় বন্ধুৰ ওচৰ পালেহি। শুই থকা বুলি জানি ভূতে ডিঙিত চেপা মাৰি ধৰিব খোজোঁতেই দ্বিতীয় বন্ধুৱে দাখন তাৰ পেটত সুমুৱাই দিলে। এটা বিকট চিঞৰ মাৰি ভূত টাঁচ কৰে মাটিত পৰি গ'ল। সি মায়া কৰি সাৰি যাবলৈ সময়েই নেপালে। সেই ভূতটোৰ আত্মাটোৱেই গুৱলা চৰাই হৈ জন্ম ললে আৰু সেই কাৰণেই তাৰ মাতটো ভয়লগা আৰু সি মাতিলে অমঙ্গল হয়। পিছদিনা দ্বিতীয় বন্ধুজন অহা বাটেদি ঘৰলৈ গুচি গ'ল।

---

# ককাই-ভাইৰ সাধু

আজি-কালি অসমৰ ভৈয়ামত বাসকৰা প্ৰায় সকলো মানুহে মিৰি মানুহক বয়সৰ তাৰতম্যলৈ নোচোৱাকৈয়েই পোনেই "ককাই, কোনফালে যোৱা ?" বা "ককাই, তোমাৰ ভালনে ?" বুলি প্ৰশ্ন কৰে। পোনে পোনেই "ককাই" বুলিনো কিয় মাতে তাৰ এটা সাধু কথা আছে।

পুৰণি কালত তানি আৰু তাৰ নামৰ দুজন ককাই ভাই আছিল। তানি ডাঙৰ আৰু তাৰ সৰু। একে ঠাইতে দুয়ো দুঘৰ হৈ গৃহস্থী চলাই খাই আছিল। এদিন তানিয়ে তাৰৰ ওপৰত এটা দুষ্টালি খটুৱালে। তাৰ এদিন হাবি কাটি আছিল। এনেতে তানিয়ে মনে মনে হাবিৰ মাজলৈ গৈ তাৰক ভয় খুৱাই দি সি নেদেখাকৈ ঘৰলৈ লৰি গৈ মহা আয়মেৰে বহি থাকিলগৈ। তাৰে কিন্তু হাবিডৰাত কিবা ভূত আছে বুলিহে ধৰি ললে। সেই কাৰণে সি হাবি কাটিবলৈ এৰি ককায়েক তানিক কথাটো কৈ দিলেগৈ। দুষ্টমতি তানিয়ে তেতিয়া ভায়েকক বুজাই দিলে যে তাৰ প্ৰতি দেৱতা বিতুষ্ট হৈছে। গতিকে সি এটা দঁতাল গাহৰি মাৰি বঢ়িয়াকৈ পুৰি সিহঁতৰ আগ ফালেদি বৈ যোৱা নৈ খনৰ গৰাটোৰ তললৈ পেলাই দিব লাগিব, তেতিয়াহে তাৰ প্ৰতি দেৱতা তুষ্ট হব আৰু খেতিও ফলিয়াব।

সৰলমতি তাৰে ককায়েকৰ পৰামৰ্শ মতে এটা দঁতাল গাহৰি মাৰি ভালকৈ পুৰি পিছদিনাই গৰাটোৰ তললৈ পেলাই দিবলৈ লৈ গ'ল। ইফালে সেইকথা গম পাই আগতেই তানি গৈ গৰাৰ তলত লুকাই থাকিলগৈ। যেতিয়াই তাৰে গাহৰিটো পেলাই দিলে,

তেতিয়াই সি গাহৰিটো লাহেকৈ হাত কৰি মনে মনে ঘৰলৈ লৈ গ'ল আৰু লৰা-ছোৱালীৰ লগত মহা আনন্দেৰে ভোজ পাতিলেগৈ।

কিছুদিনৰ পিছত তাৰে ককায়েকৰ টেঙৰালি বুজি পালে আৰু তানিকো সেই একে অৱস্থাতে পেলাবলৈ বুলি ছল চাই ফুৰিবলৈ ধৰিলে। এদিন তানিয়েও হাবি কাটিব ধৰিছিল। ইতিমধ্যে তাৰে মনে মনে হাবিৰ মাজলৈ সোমাই তানিক ভয় খুৱাই দিলে। তানিয়ে আহি ভয় খোৱাৰ কথা তাৰক কলেহি। তেতিয়া তাৰে কলে যে তেওঁৰ পৰামৰ্শ-মতেই গাহৰি উছৰ্গা কৰাত তাৰ ঘৰৰ অপায় অমঙ্গল দূৰ হৈছে। সেইকাৰণে তানিয়েও এটা দঁতাল গাহৰি পুৰি দেৱতাৰ উদ্দেশ্যে গৰাটোৰ তললৈ নি পেলাই দিবলৈ পৰামৰ্শ দিলে। তানিয়েও পিছদিনা গাহৰি উছৰ্গা কৰিম বুলি সম্মতি জনালে।

ইফালে তানিৰ দৰেই গাহৰিৰ মঙহেৰে লৰা-ছোৱালীৰ লগত ভোজ পতাৰ আশাত পিছদিনা পুৱাৰ পৰাই তাৰ গৈ গৰাৰ তলত খাপ দি থাকিলগৈ। কিন্তু তানিয়ে আগতেই বুজিছিল যে ই তাৰৰ প্ৰতিশোধ লবৰ বাবে কৰা ছলনাহে। গতিকে তানিয়ে দঁতাল গাহৰিৰ সলনি এটা ডাঙৰ শিল জুইত দি তপতাবলৈ ধৰিলে। শিলটো ভালকৈ তপত হলত তানিয়ে লাহেকৈ বগৰাই নি গৰাটোৰ ওপৰৰ পৰা যেই পেলাই দিলে, তলত লুকাই থকা তাৰে আনন্দ মনেৰে গাহৰি বুলি সাৱট মাৰি ধৰোঁতেই তাৰ বাহু আৰু বুকু শিলে পুৰি ছাল এৰুৱাই পেলালে।

এইবাৰ তাৰে ককায়েকৰ আচৰণত মৰ্ম্মান্তিক বেজাৰ পালে আৰু তানিৰ এনেবোৰ দুষ্টালিৰপৰা আঁতৰি থাকিবলৈ ল'ৰা-ছোৱালী লৈ ভটীয়াই আহিল।

মিৰিসকলে কয় ভটীয়াই অহা তাৰৰ বংশধৰ সকলেই এতিয়াৰ ভৈয়ামত বাস কৰা কোঁচ-কলিতা আদিৰ লোক আৰু উজনিত থাকি যোৱা তানিৰ বংশধৰ সকলেই মিৰি। তানিৰ বংশধৰ বুলি মিৰি-সকলে নিজক তানি বুলিও পৰিচয় দিয়ে। তাৰৰ বংশধৰ কাৰণেই

কোঁচ-কলিতা আদি জাতিৰ লোকসকলে মিৰি মানুহক আজিলৈকে পোনে পোনেই ককাই সম্বোধন কৰে। গাহৰিৰ নামত শিল বগৰাই দিয়া দিন ধৰি তাৰে গাহৰি খাবলৈকো এৰি পেলালে। সেই কাৰণেই আজিকালিৰ তাৰৰ বংশধৰসকলে গাহৰিৰ মঙহ নেখায়। ভটীয়াই আহি নানা জাতিৰ লগত মিহলি হৈ পৰাৰ কাৰণে তাৰৰ বংশধৰসকলক মিৰিসকলে মিহলি জাতি বা মিপাগ বুলি কবলৈ ধৰিলে।

---

# মিতিৰ ভগাৰ সাধু

মিৰি জনজাতিৰ মাজত পায়ুন আৰু কাৰ্দ্দং বুলি দুটা ফৈদ আছে। এই দুই ফৈদ পূৰ্ব্বতে মিতিৰ আছিল, কিন্তু আজি-কালি এই দুই ফৈদৰ ভিতৰত মিতিৰ পতা নহয়। আগতে মিতিৰ হৈয়ো এতিয়ানো কিয় মিতিৰ ভাগিল সেই বিষয়ে এটা সাধু আছে।

কাৰ্দ্দঙৰ পাঁচোটা ককাই-ভাই আছিল। পায়ুনৰ এজনেইহে আছিল। পায়ুনে কাৰ্দ্দঙৰ এজনী ছোৱালী বিয়া কৰাইছিল। কাৰ্দ্দঙৰ ঘৰতো পায়ুনৰ এজনী ছোৱালী পৰিছিল। কিন্তু কাৰ্দ্দঙৰ পাঁচ ভাই-ককায়ে পায়ুনক হিংসা কৰিছিল। বংশ পৰিয়াল বেচি হলে মানুহৰ গৰ্ব্ব অহংকাৰ বেচি হয়। কাৰ্দ্দঙৰ পাঁচ ভাই-ককায়ে পায়ুনৰ সঁচ মাৰিবলৈকো সঙ্কোচ নকৰা হল।

এদিন কাৰ্দ্দঙৰ পাঁচ ভাই-ককায়ে পাঁচখন দীঘল দা ধৰাই আছিল। ইতিমধ্যে পায়ুনৰ ঘৰত পৰা কাৰ্দ্দঙৰ জীয়ৰী গৈ ঘৰ ওলালগৈ। কাৰ্দ্দঙৰ জীয়ৰীয়ে ককায়েকহঁতে কিহলৈ দা ধৰাইছে

বুলি সোধাত সিহঁতে হাবি কাটিবলৈ বুলি উত্তৰ দিলে। কিন্তু প্ৰকৃততে পায়ুনক কাটি পেলোৱাৰ অভিপ্ৰায়েৰেহে সিহঁতে দা ধৰাইছিল।

কাৰ্দ্দিঙৰ জীয়ৰীয়ে কাৰ্দ্দিঙৰ ঘৰত পৰা পায়ুনৰ জীয়ৰীৰপৰা আচল কথাটো বুজি পাই ঘৰলৈ ঘূৰি গৈ গিৰিয়েক পায়ুনক কথাটো কৈ দিলেগৈ আৰু গিৰিয়েকক পলাই যাবলৈ বৰকৈ খাটিলে। তেতিয়া পায়ুনে 'য়কচা' নামৰ দাখন উপৰি পুৰুষক স্তুতি কৰি বাহিৰলৈ দলি মাৰি দিলে। তৎক্ষণাত য়কচাখন কেঁচা তেজেৰে ৰঙা হৈ গ'ল। তেতিয়া পায়ুনে ঘৈণীয়েকক কলে যে কাৰ্দ্দিঙৰ পাঁচজন হলেও তাক কাটিব নোৱাৰে—সিহে সিহঁত পাঁচোজনকে কাটিব। কিন্তু কি হ'ব—পায়ুন হল গিৰিয়েক আৰু কাৰ্দ্দিংহঁত হল ককায়েক। আই গিৰিয়েক আৰু ককাযেকহঁতৰ কটামৰা কেনেকৈ চাই থাকিব? গতিকে কৌপাতত ভাতৰ-টোপোলা বান্ধি দি গিৰিয়েকক কাবৌ-কোকালি কৰি পলাই যাবলৈ অনুৰোধ কৰিলে। ঘৈণীয়েকৰ খাটনি মতে পায়ুন পলাই যাবলৈ ওলাল। তথাপি অহংকাৰী কাৰ্দ্দিংহঁতে পায়ুনৰ পিছ ললে। কিন্তু পায়ুনে উভতি ধৰি য়কচাৰে কাৰ্দ্দিঙৰ এজনক কাটি পেলালে। তাতে ভয় খাই বাকী চাৰিজন কাৰ্দ্দিং পলাল। ইফালে পায়ুন গৈ মিছিমিৰ মাজত সোমাল।

বহুতদিন মিছিমিৰ মাজত থাকি পায়ুন মিছিমিসকলৰ অতি মৰমৰ হৈ পৰিল। মিছিমিসকলে অভয় দি আকৌ মিৰিৰ মাজত পায়ুনক থৈ গ'ল। এই মিছিমিৰ ভয়ত বাকী কাৰ্দ্দিং কিজনেও পায়ুনক নোজোকোৱা হল। কিন্তু সেইদিন ধৰি পায়ুন আৰু কাৰ্দ্দিঙৰ মিতিৰ ভাগিল। মিৰিসকলৰ এজনে আনজনৰ কেঁচা তেজ উলিয়ালেই ওপৰ দেৱতাৰ দায় লাগে। পায়ুনে কাৰ্দ্দিঙৰ এজনক য়কচাৰে কাটি মৰাৰ বাবে দদে নামৰ সকাম নকৰাত আজিও কাৰ্দ্দিং আৰু পায়ুনৰ মাজত ছোৱালী অনা-নিয়া নহয়।

---

# ভেকুলীৰ পিঠি খহুলা হ'ল কিয়

বাদুলিয়ে এদিন নিচিন্ত মনে গছৰ গুটি খাই আছিল। ভৰ দুপৰ। ক'তো জনপ্ৰাণী নাই। এনে সময়তে গছৰ গুৰিত থকা ভেকোলাই কেওঁট কেওঁট কৈ মাতি বাদুলিক ভয় খুৱাই দিলে। ইতিমধ্যে ওচৰতে কেকেটুৱাযো টকৌগুটি কামুৰি আছিল। বাদুলি ভয় খাই ধপ ধপাই উৰি যাওঁতে কেকেটুৱায়ো ভয় খাই টকৌগুটি এৰি লৰ মাৰিলে। গছৰ তলত আছিল সুগৰী পহু। টকৌগুটিটো সুগৰী পহুৰ পিঠিতে পৰিল। ভয় খাই সুগৰী পহু হাবিলৈ লৰি যাওঁতে বাঁহ এডাল ভাঙি পেলালে। ভগা বাঁহ উফৰি গৈ কেকোৰা এটাৰ ঠেং এখন ভাঙি পেলালে। কেকোৰাই বিষত তত্ নেপাই সাপৰ নেগুৰত কামোৰ মাৰি ধৰিলেগৈ। সাপৰ নেগুৰ ছিগি গ'ল। বিষত ৰব নোৱাৰি সাপেও গৈ টুনী চৰাইৰ কণীবোৰ খাই পেলালে।

টুনী চৰায়ে বেজাৰত ইনাই বিনাই উৰি উৰি ৰাইজ চপাবলৈ লাগিল। সকলো ৰাইজ গোট খালে। বিচাৰ হল। বিচাৰত সাপক মাতি অনা হল। সাপে বোলে মোৰ গাত দোষ নাই। কেকোৰাই মোৰ নেগুৰডাল কামুৰি ছিঙি পেলোৱাত তত্ মত্ নেপাই টুনী-চৰাইৰ কণী খালো।" কেকোৰাক মাতি অনা হল। কেকোৰাই বোলে—"বাঁহে মোৰ ঠেং এখন ভাঙি দিয়া কাৰণেহে বিষত তত্ নেপাই সাপৰ নেগুৰত কামোৰ মাৰিলোঁগৈ। বাঁহক মাতি অনা হল। বাঁহে বোলে—"সুগৰী পহুৱে মোক দুডোখৰ কৰা কাৰণেহে উফৰি গৈ কেকোৰাৰ ঠেং ভাঙিব লগা হল।" সুগৰী পহুক মাতি অনাত সি ৰাইজৰ আগত উপস্থিত হৈ কলে—"ৰাইজ, মোৰ গাত একো দোষ নাই। টকৌগুটি আহি মোৰ পিঠিত খোপোচ কৰে পৰাত মই ভয় খাই লৰ মাৰোঁতেহে বাঁহ ডাল ভাগিল।" টকৌগুটিক মাতি অনা

হল। টকৌগুটিয়ে বোলে—"কেক্কেঁটুৱাই মোক গছৰপৰা কামুৰি একুৱাই দিয়াতহে মই সৰি পৰিলোঁ। সুগৰী পছু মোৰ পোনে পোনে আছিল বাবে তাৰ পিঠিতে পৰিলোঁ।" কেক্কেঁটুৱাক মাতি অনা হল। কেক্কেঁটুৱাই বোলে—"বাদুলিয়ে ভয় খুৱাই দিয়াতহে মুখৰ টকৌগুটি সৰি পৰিল।" তাৰ পিছত বাদুলিক মাতি অনা হল। বাদুলিয়ে ছালৰ পাখিদুখন জপাই ৰাইজক নমস্কাৰ কৰি কলে—"ৰাইজ, মোৰ গাত তিল মানো দোষ নাই। মই একান্তমনে গছৰ গুটি খাই আছিলোঁ। ভেকুলীয়ে কুৰুচ মাত মাতি ভয় খুৱাই দিয়াতহে মই ভয় খাই উৰি গৈছিলোঁ।" ৰাইজে তেতিয়া বুজিলে যতমানে অনিষ্টৰ মূল ভেকুলীহে।

চাৰি ঠেঙত ডোল লগাই ভেকুলীক ৰাইজৰ আগলৈ লৈ অহা হল। বিচাৰত ৰাইজে ভেকুলীক দোষী সাব্যস্ত কৰিলে। দোষত দণ্ড হিচাপে ভেকুলীৰ পিঠিত গৰম ফুটছাই ঢালিবৰ হুকুম হল। গৰম ফুটছাই পৰি ভেকুলীৰ পিঠি চেকচেকাবলৈ ধৰিলে আৰু সি লৰি গৈ পানীত পৰিল, কিন্তু সেইদিন ধৰি ভেকুলীৰ পিঠি খহুলা হল।

---

# বান্দৰ হাবিত থাকে কিয়

বান্দৰ আৰু মানুহৰ আকৃতি প্ৰায় একে। মানুহে গাঁও পাতি বাস কৰে, বান্দৰে কিন্তু হাবি বা কাঠনিত থাকে। মানুহ সভ্য, বান্দৰ বনৰীয়া। বান্দৰ বনৰীয়া হোৱাৰ এটা কাৰণ আছে।

পুৰণি কালত মানুহৰ পৰিয়াল আৰু বান্দৰৰ পৰিয়াল একেলগে আছিল। বান্দৰেও মানুহৰ ছোৱালী বিয়া কৰাইছিল। হলো

জাতিৰ বান্দৰ মানুহৰ জীয়াৰীৰপৰা হোৱা। সেই কাৰণে হলৌ বান্দৰৰ নেজ নাই। সিহঁতে থিয় হৈ খোজ কাঢ়িব পাৰে। সিহঁতৰ মূৰটো অলপ টপা। সেইটো পাগুৰি মৰাৰ চিন। সিহঁতৰ ডিঙিত বগা ৰেখা এটা আছে। সেইটো মণি পিন্ধাৰ চিন।

বান্দৰবিলাক কিন্তু মানুহতকৈ টেঙৰ আছিল। কেতিয়াবা কিবা কাৰণত বান্দৰ আৰু মানুহৰ মাজত যুদ্ধ লাগিছিল। বান্দৰ-বিলাকে কাঁড়ত বিহ ব্যৱহাৰ কৰিছিল। মানুহে কিন্তু বিহৰ ব্যৱহাৰ নেজানি কেচুমতাহে ব্যৱহাৰ কৰিছিল। সেই কাৰণে মানুহ প্ৰায়ে বান্দৰৰ হাতত পৰাস্ত হৈছিল। এই কাৰণে মানুহবিলাকৰ বৰ বেজাৰ।

এদিন বান্দৰবিলাকে মানুহক যুঁজত হৰুৱাই আনন্দ মনেৰে এটা পুখুৰীত মাছ ধৰিবলৈ গৈছিল। মাছ পাই সিহঁতে সেইদিনা ঘৰ-দুৱাৰ পাহৰি গ'ল। ইতিমধ্যে মানুহবিলাকে বান্দৰ-বিলাকৰ ধনু-কাঁড় আৰু বিহবোৰ চুৰ কৰি লৈ আহিল। আগৰ কালত মানুহেও বান্দৰৰ দৰে কাপোৰ-কানি পিন্ধিব নেজানিছিল। মানুহবিলাকে বান্দৰৰ কাঁড়ে গাত নিবিন্ধিবলৈ গছৰ ছাল কঁকালত মেৰিয়াই গাটো ঢাকি ললে। বান্দৰৰ ধনু-কাঁড়বোৰ হাত কৰি মানুহবিলাকে গছৰ ছাল কঁকালত মেৰিয়াই বান্দৰৰ মাছ মৰা পুখুৰীত ওলালগৈ। মানুহবিলাকে বান্দৰবোৰক ক'লে—"বান্দৰ ভাইহঁত, আমাকো জানো মাছৰ ভাগ নিদিয়া ?" মানুহে গছৰ ছাল পিন্ধা দেখি বান্দৰবিলাকে বৰ ভাল পালে আৰু সিহঁতেও পিন্ধিবলৈ ইচ্ছা কৰিলে। সেই কাৰণে কলে, "মাছৰ ভাগ বাৰু দিম। কিন্তু আমাকো তোমালোকৰ দৰে পিন্ধিবলৈ শিকাব লাগিব।" মানুহ-বিলাকে কলে, "সেইটোনো কি কথা। পুখুৰীৰপৰা উঠি আহি সৌ ওখগছ জোপালৈ উঠা। তাত উঠিলেই আমাৰ দৰে গছৰ ছাল পিন্ধিব পাৰিবা।"

মানুহৰ কথা শুনি বান্দৰবিলাক গছৰ ওপৰলৈ উঠি গ'ল। ইতি-

মধ্যে মানুহবিলাকে গছৰ গুৰিত শুকান ডাল-পাতেৰে প্ৰকাণ্ড জুই জ্বলাই দিলে। বান্দৰবিলাকৰ কিছুমান জুইত পৰি মৰিল আৰু কিছুমান কোনোৰকমে নামি আহি মানুহৰ ওপৰত প্ৰতিশোধ লবলৈ ধনু-কাঁড় বিচাৰি ঘৰলৈ লৰ দিলে। ঘৰ পাই দেখে যে সিহঁতৰ ধনু-কাঁড়, বিহ একো নাই। আনহাতে মানুহবিলাকে বান্দৰৰপৰা হাতকৰা ধনু আৰু বিহ লগা কাঁড় লৈ বান্দৰৰ পিছে পিছে খেদা ধৰিলে। বান্দৰবিলাক পলাই গৈ হাবিত লুকালগৈ।

সেই দিন ধৰি মানুহৰ লগৰপৰা বান্দৰ আঁতৰি গ'ল আৰু হাবিত থাকিবলৈ ললে। গছত উঠা বিদ্যাটো সিহঁতে তেতিয়াই জানিছিল কাৰণে এতিয়াও সিহঁতে গছত বগাই গুটি খাই ফুৰে।

---

# মিৰিসকলৰ আখৰ হেৰাল কেনেকৈ

হিন্দুমতে জ্ঞানৰ দেৱী সৰস্বতী, মিৰিসকলৰ আছিল—দায়িং বা-বু। এওঁ দেৱী নহয়, দেৱতাহে। মিৰিসকলৰ মতে এই দায়িং বা-বুৱেই সকলো জাতিৰ মানুহক বেলেগ বেলেগ আখৰ লিখি দিছিল।

দায়িং বা-বুৱে প্ৰথমতে জীৱবিলাকক গম্বুগ বা মাত দিলে। এই মাত লিখি প্ৰকাশ কৰিব পৰাকৈ এদিন তেওঁ সকলো জাতিৰ মানুহকে মাতি পঠালে। সকলো গ'ল। সকলোৱে নিজৰ নিজৰ সুবিধামতে আখৰবোৰ লিখি ললে।

মিৰিসকল চিকাৰত পাকৈত আছিল। নিতৌ তেওঁলোকে অসংখ্য পহু বৰা মাৰিছিল। মিৰি মানুহজনে চিকাৰত মৰা এখন

পহু-ছাল লগত নিছিল। তেওঁ সেই পহু-ছালতে দায়িং বা-বুৰে কৈ দিয়া আখৰবোৰ লেখি ললে। আখৰ লিখি লৈ সকলো ঘৰাঘৰি গ'ল। মিৰি মাহহজনে নিজ ঘৰলৈ আহি পহু-ছালখন ধোঁৱা-চাঙৰ ওপৰত তুলি থৈ দিলে। কিয়নো ধোঁৱা-চাঙত থলে ছালত ঘুণে নধৰে।

বহুত দিন গ'ল। এদিন তেওঁ চিকাৰত একো নেপালে। আনহাতে তেওঁৰ অলপ মঙহ নহলেই নচলে। কি কৰিব, তেওঁ ওপৰ-মুৱাকৈ পৰি ভাবিবলৈ ধৰিলে। সেইদৰে ভাবি থাকোঁতে হঠাতে সেই আখৰ লেখি অনা পহু-ছালখন ধোঁৱা চাঙত দেখিবলৈ পালে। তাত যে আখৰ লেখা আছিল—সেই কথাটো তেওঁ সমূলি পাহৰি পেলালে। তেওঁ মাত্র ভাবিলে যে সেই ছালখন বেচ মচমচীয়া হৈ থাকিব পায়। সেই ছালেৰেই আজিৰ সাজ যাওক। এই ভাবি তেওঁ তৎক্ষণাৎ ছালখন নমাই আনি পুৰি খাই পেলালে। পিছত কথাটো মনত পৰিছিল যদিও আখৰবোৰনো কেনেকুৱা আছিল তেওঁ আৰু ভাবি উলিয়াব নোৱাৰিলে।

সেইদিনাৰপৰাই মিৰিসকলৰ আখৰ নোহোৱা হ'ল।

---

# জোক আৰু মহে মানুহৰ তেজ খায় কিয়

এহাল বুঢ়া-বুঢ়ী আছিল। তেওঁলোকৰ এটা মাত্র ল'ৰা আছিল। এদিন ল'ৰাটোৱে কাঠনিৰ মাজলৈ ভাটৌ চৰাইৰ খোন্দ বিচাৰি সোমাই গ'ল। বিচাৰি বিচাৰি ভাটৌ পোৱালিৰ একো গম গতি নেপাই ল'ৰাটো কাঠনিৰ বহুত দূৰলৈকে গ'ল। বেলি পৰিবৰ সময় হোৱাত সি ঘৰলৈ ঘূৰি আহিব খুজিলে। সেইদিনা সি ভাটৌ

পোৱালি নেপালেই, আন কি বাটো হেৰুৱালে। তাক পকৱাই পালে , সি কাঠনিৰ মাজতে ঘূৰি ফুৰিবলৈ ধৰিলে।

ঘূৰি ফুৰোঁতে ফুৰোঁতে বেলি মাৰ গ'ল। সি কান্দি-কাটি ঘূৰি ফুৰোঁতে এটা ভূতে মানুহৰ বেশ ধৰি তাৰ ওচৰলৈ আহি কলে, বোপাই, তুমি কান্দিছা। আজি ৰাতি মোৰ ঘৰতে থাকা। কাইলৈ মই তোমাক ঘৰত থৈ আহিম গৈ।" অসহায় অৱস্থাত মানুহজনৰ আশ্বাস পাই আৰু ৰাতিটোৰ আশ্ৰয়ৰ আশাত সি ভূতৰ পিছ ললে।

কাঠনিৰ মাজতে ভূতৰ ঘৰ আছিল। ভূতে ল'ৰাটোক এঠাইত শুবলৈ দিলে। ৰাতি কিন্তু ল'ৰাটোৰ টোপনি অহা নাছিল। আচহুৱা ঠাইত বিশেষকৈ কাঠনিৰ মাজত টোপনি নহাটো স্বাভাৱিক। ভূতে কিন্তু লৰাটোৰ টোপনি আহিছে বুলিয়েই ভাবিছিল। মাজ ৰাতি হৈছে। এনেতে ভূতে নিজৰ ৰূপ ধৰি আন্ধাৰতে খেপিয়াবলৈ ধৰিছে। লৰাটোৱে দেখিলে গতি বিষম। ই মানুহ নহয়— কিবাহে। ওচৰতে ভূতে পানী-চুনি খাবলৈ আনি থোৱা কৌ-পাতৰ মুৰা এটা আছিল। লৰাটোৱে লাহেকৈ কৌ-পাতৰ মুৰাটোকে গাত লৈ থকা কাপোৰখনেৰে ঢাকি থৈ, তাৰপৰা উঠি মনে মনে আন্ধাৰতে পলাই গৈ এজোপা গছত উঠি থাকিল।

ইফালে ভূতে কৌপাতৰ মুৰাটোকে লৰাটো বুলি ভাবি চেপি ধৰিলে। কিন্তু লৰাৰ কোনো সাৰ-সুৰ নাই। কাপোৰখন উদঙাই ভূতে দেখে যে লৰা নহয়—কৌপাতৰ মুৰাহে। তেতিয়াই সি লৰাটো পলাল বুলি জানি গোন্ধ লৈ লৈ বিচাৰি যাবলৈ ধৰিলে। অৱশেষত সি লৰাটোক গছৰ ওপৰত উঠি থকা পালেগৈ। ভূতটোৱে ভয়ঙ্কৰ ৰূপ ধৰি গছ জোপা জোকাৰিবলৈ ধৰিলে। লৰাটোৱেও তেতিয়া উপায়ান্তৰ হৈ "এচাৰ কু" বুলি চিঞৰিবলৈ ধৰিলে। লৰাটোৰ চিঞৰত ধুমুহা-বতাহ আহিল আৰু গোটেই কাঠনিৰ গছবোৰ ডালে ডালে লাগিবলৈ ধৰিলে। লবাটোৱে ইজোপা গছৰপৰা

সিজোপা গছলৈ বগাই কাঠনিৰ বাহিৰ হ'ল। ইতিমধ্যে ৰাতিও পুৱাল।

কাঠনিৰ ওচৰতে ল'ৰাটোৰ বাপেকৰ পথাৰ আছিল। ৰাতি-পুৱাই বুঢ়াই পথাৰত কোৰ মাৰিবলৈ আহিছিল। বুঢ়া বাপেকক দেখি লৰাটোৱে কান্দি-কাটি সকলো কথা বিবৰি ক'লে আৰু ক'লে যে তেতিয়াও ভূত তাৰ পিছে পিছে আহি আছে। তেতিয়া বুঢ়াই পুতেকক কঠিয়া অনা মোনাটোৰ ভিতৰত সোমাবলৈ ক'লে। লৰাটো মোনাত সোমোৱাৰ পিছত ভূতটো মানুহৰ বেশ লৈ বুঢ়াৰ ওচৰ চাপি সুধিলে, "এইফালে মোৰ লৰা এটা আহিছিল—তুমি নেদেখিলানে ?" বুঢ়াই উত্তৰ দিলে—"দেখিছিলোঁ। এইমাত্ৰ সৌফালে গৈছে। সৌ যে ওচৰত সাঁকো এডাল দেখিছা—সেই সাঁকোৱেছি পাৰ হৈ গৈছে।"

বুঢ়াৰ কথা শুনি মানুহবেশী ভূত সাঁকোডালৰ ওপৰেদি পাৰ হৈ যাব ধৰিলে। সাঁকোডালৰ তলত আছিল এটা প্ৰকাণ্ড দ গাঁত আৰু সাঁকোডাল আছিল তেনেই চনকা। সেইকাৰণে সাঁকোডালৰ মাজ ভাগ পাওঁতেই সাঁকোডাল ঠনৰ্ কৰে ভাগি থাকিল আৰু ভূত গাঁতৰ তলিত পৰি মৰি থাকিল।

পিছত বুঢ়াজন পুতেকৰ সৈতে গৈ ঘৰ ওলালগৈ। বুঢ়ীৰ মহা আনন্দ মিলিল আৰু লগে লগে ভূতলৈ ভীষণ খঙো উঠিল। সেই-কাৰণে তাই ভূত মৰা গাঁতত গাঁতৰ ওপৰৰপৰা—"তই সামান্য পোক হৈ জন্ম লবি" বুলি ভূতক শাও দি আহিল গৈ। সেই ভূতৰ আত্মাৰপৰাই জোক আৰু মহৰ জন্ম হ'ল। সেই ভূতে মানুহৰ তেজ খাবলৈ নোপোৱাৰ কাৰণে আজিও জোক আৰু মহে মানুহৰ তেজ পিবলৈ হেঁপাহ কৰে।

---

# পহুৰ নেজ চুটি হ'ল কিয়

বাঘ, সিংহ আদি প্ৰায়ভাগ বনৰীয়া জন্তুৰে নেজ দীঘল, কিন্তু সকলো পহুৰে নেজ চুটি। এই পহুবিলাকৰ নেজ চুটি হোৱাৰ এটা কাৰণ আছে।

পুৰণি কালত এজনী বাৰী মানুহৰ এটা মাত্ৰ লৰা আছিল। এবাৰ বাৰী মানুহজনী বেমাৰত পৰাত তাইৰ বৰা গাহৰি এটা খাবৰ মন গ'ল। সেই কাৰণে পুতেক বৰা চিকাৰ কৰিবলৈ হাবিলৈ গ'ল। পুতেকৰ সেইদিনা বহুত পৰলৈকে চিকাৰ মিলা নাছিল। গতিকে ঘৰলৈ উলটি অহাত বহুত পলম হ'ল। ইতিমধ্যে সি ঘূৰি আহি নৌ ঘৰ পাওঁতেই মাক মৰি থাকিল। বহুত যত্নেৰে এটা বৰা গাহৰি মাৰি পুতেক যেতিয়া সন্ধ্যা সময়ত ঘৰলৈ উলটিল—তেতিয়ালৈকে মাক বৰাৰ মঙহ খাবলৈ জীয়াই থকা নাছিল। মাকক মৰি থকা অৱস্থাত দেখি পুতেকৰ বৰ বেজাৰ লাগিল। বিশেষকৈ বহুত যত্নেৰে মাৰি অনা বৰাটোৰ মঙহ মাকক খুৱাব নোৱাৰি সি মনত বৰ আঘাত পালে। সেই কাৰণে সি মাকৰ মৰা শটো অলপ আঁতৰত পুতি মৰিশালিৰ ওপৰতে বৰাটো তলমুৱাকৈ থৈ দিলে।

পিছদিনা মৰিশালিখন চাবলৈ গৈ সি দেখিলে যে বৰাটো একো জন্তুৱেও খোৱা নাই অথচ মৰা বৰাটো ওপৰমুৱা হৈ পৰি আছে। সি পুনৰ বৰাটো তলমুৱাকৈ থৈ গুচি আহিল। পিছদিনাই আকৌ বৰাটো ওপৰমুৱা হৈ পৰি থকা দেখা পালে। এই কাম কেনেকৈ হৈছে সি বুজিব নোৱাৰি সেইদিনা ৰাতি ঘটনাটো চাবৰ কাৰণে মৰিশালিত খাপ দি থাকিল। মাজৰাতি তাক মাকৰ প্ৰেতাত্মাই দেখা দি কলে, "বোপাই, তোৰ ভক্তিত মই তুষ্ট হৈছো। বৰাৰ মঙহ মই খাইছো আৰু সেই কাৰণেই কোনো জন্তুৱে ইয়াৰ মঙহ

খোৱা নাই। তোক লগ পাম বুলিয়েই মই সদায় তলমূৰাকৈ থকা বৰাটো ওপৰমূৰা কৰি থওঁ। এতিয়া তই বৰাটো বাছি মঙহখিনি মোৰ মৰি শালিৰ ওপৰতে থৈ যা। মই মোৰ সিপুৰীত থকা লগৰীয়াৰ লগত ভোজ পাতিম। তই কিন্তু হাড় কিডাল টোপোলা বান্ধি লৈ যা। ঘৰ পোৱালৈকে কুকুৰৰ বেশ ধৰি তোক কিছুমান প্ৰেতে আগচি ধৰিব। তই অকণো ভয় নকৰিবি। কুকুৰে আগচি ধৰিলেই একোডাল হাড় পেলাই দিবি। ঘৰপোৱালৈ হাড়ো শেহ হব, কুকুৰো নাইকিয়া হ'ব।" তাকে কৈ মাকৰ প্ৰেতাত্মা আকৌ নাই-কিয়া হ'ল। মাকৰ কথামতেই সকলো কাম কৰি ল'ৰাটো ঘৰ পালেহি। ঘৰ পাই দেখে যে তাৰ গোহালিত গৰু অসংখ্য হৈছে আৰু খুটিত লেখিব নোৱাৰাকৈ ম'হ গোট খাই আছে। সেই সকলোবোৰ তাৰ মাকৰ ইচ্ছা মতে হৈছে বুলি সি বুজি ললে।

সেই ল'ৰাটোৰ গাঁৱতে আৰু এঘৰ বাৰীমানুহ আছিল। সেই ঘৰৰো মাত্ৰ এটা লৰা। সেই লৰাটোৰ কিন্তু বাপেকে এৰি যোৱা বহুত সম্পত্তি আছিল। গৰু মহৰ অভাৱ নাছিল। মাক মৰাৰ পিছতে সিটো লৰাই ইমানবোৰ গৰু ম'হ কেনেকৈ লব পৰা হ'ল সেই বিষয়ে অনুসন্ধান কৰি সি সিটো লৰাৰপৰা সকলো বুজি ললে। তেতিয়া সি ভাবিলে যে তাৰো যদি মাক মৰে গৰু ম'হ বৰ্ত্তমান থকাতকৈ শ হেজাৰ গুণে বেচি হব। কিন্তু তাৰ মাকৰ তো বেমাৰ হোৱা নাই। মৰিব কেনেকৈ? সি ভাবিলে যে মাকনো কেইদিন জীয়াই থাকিব? মাকে জানো তাক সদায় খুৱাব। মাক তো এদিন মৰিবই। সেই কাৰণে মাকক মাৰি সম্পত্তি বেচি কৰি লোৱাটোৱেই তাৰ উচিত।

এইদৰে ভাবি সি মাকক মৰিয়াই মাৰি পেলালে আৰু সিটো লৰাৰ দৰেই অলপ আঁতৰত মাকৰ শটো পুতি থৈ এটা বৰা গাহৰি মাৰি আনি তলমূৰাকৈ মৰিশালিৰ ওপৰত থৈ ৰাতি খাপ দি থাকিবলৈ ধৰিলে। যিমানে ৰাতি হৈ আছিল সিমানে কিছুমান

প্ৰেতাত্মা তাৰ চকুৰ আগত নাচিবলৈ ধৰিলে। তাৰ বৰ ভয় লাগি আহিল। তথাপি বৰাটো ওপৰমুৱা হোৱালৈ সি বাট চাবলৈ ধৰিলে। মাজৰাতি হল—বৰা ওপৰমুৱা নহল নাইবা মাকৰ প্ৰেতাত্মায়ো তাৰ লগত কথা পতা নাই। ওৰে ৰাতি নাচি থকা দেওবোৰৰ বিকট মূৰ্ত্তি দেখি তাৰ প্ৰাণ-বায়ু যাওঁ যাওঁ হল। তথাপি সি সম্পত্তিৰ আশাত চকু মুদি মৰিশালিতে বহি থাকিল। এনেতে ৰাতি পুৱাল। কিন্তু মাকৰ প্ৰেতাত্মাই আৰু তাৰ লগত কথা নেপাতিলে। চকু মুদি থাকোঁতে বৰা গাহৰিও শিয়ালে টানি নিলে।

কাণ্ড বিষম দেখি ৰাতি পুৱাওঁতে নোপুৱাওঁতেই সি লাজে বেজাৰে অপমানে ঘৰলৈ ঘূৰি আহিল। ঘৰ পাই দেখে যে তাৰ গোহালিৰ গৰু, খুটিৰ ম'হ সকলো মুকলি হৈ হাবিৰ ফালে লৰ ধৰিছে। সি দৌৰি গৈ নেজত ধৰি টানি ৰখাব খোজে, নেজ ছিগি গুচি যায়। এইদৰে প্ৰায় সকলোবোৰ গৰু, ম'হৰ নেজ ছিগি গ'ল কিন্তু ধৰি ৰাখিব নোৱাৰিলে।

এই নেজ ছিগা গৰু ম'হবোৰেই শেহলৈ হৰিণা, শৰ আদি নানা-বিধ পহুৰ ৰূপ ললে। নেজ ছিগি অহা কাৰণে এতিয়াও সিহঁতৰ নেজ চুটি। নেজ নিছিগাবিলাক ম'হ এতিয়াও বনৰীয়া হৈ আছে। সিহঁতে কিন্তু পহুৰ ৰূপ লব নোৱাৰিলে।

---

# উকহ আৰু ফেঁচু

পুৰণি কালত সৃষ্টিকৰ্ত্তাই চৰাইবিলাকৰ মাজত উকহক ৰজা পাতিলে। উকহৰ সমান বলী চৰাই প্ৰায়ে কম। উকহে ডাঙৰ ডাঙৰ বৰালি মাছ তাৰ ঠেঙৰ নখ সুমুৱাই তুলি নিব পাৰে। তাৰ নখবোৰো বৰ চোকা। পিছে ৰজা হোৱাৰ যোগ্যতাৰ প্ৰমাণ লবলৈ সৃষ্টিকৰ্ত্তাই তাক দুদিন মাছ নোখোৱাকৈ থাকি ব্ৰত কৰিবলৈ কলে। ইপিনে সৃষ্টিকৰ্ত্তাই মাছৰ বংশ বৃদ্ধি কৰিবৰ কাৰণে মাছৰ উজান পঠিয়াই দিলে।

এনেই উকহ মাছৰ বোন্দা। তাতে বান-পানীত মাছৰ উজান দেখি সি লোভ সামৰিব নোৱাৰি মনে মনে বহুতো মাছ খাই পেলালে। সৃষ্টিকৰ্ত্তাৰ চকুতনো কোনে ধূলি মাৰিব পাৰে। তেওঁ উকহক মাছখোৱা দেখি কলে যে সি ৰজা হবৰ যোগ্য নহয়। লগতে তাক অভিশাপ দিলে যে সি ব্ৰত পালন নকৰাৰ কাৰণে বাৰদিন তপ কৰিলেহে কোনোমতে এটা মাছ খাবলৈ পাব।

সৃষ্টিকৰ্ত্তাৰ অভিশাপত উকহৰ বৰ ভয় লাগিল আৰু তেওঁক কাবৌ-কোকালি কৰিবলৈ ধৰিলে। সি ক'লে যে বাৰদিনৰ মুৰত পোৱা মাছ যদি কোনোৱাই কাঢ়ি নিয়ে তেতিয়া তো মহা বিপদ মিলিব। ভোকত পেট চেপেটা হৈ মৰিব লাগিব। তেতিয়া সৃষ্টি-কৰ্ত্তাই কলে—"মোৰ অভিশাপ অথলে নেযায়। তথাপি তোৰ চিকাৰৰ মাছ যদি কোনোবাই কাঢ়ি খায়, তেতিয়া সেইজনে পুত্ৰ-শোক পাব অৰ্থাৎ সেইজনৰ পুত্ৰ মৰিব।" সেই কাৰণে এতিয়া উকহে মাছৰ কাৰণে আজিও ওখগছৰ ডালত বহি তপ্ কৰি থাকে আৰু উকহে মাছ নিলে তাক খেদি খাব নেপায় বুলি কয়।

এইবাৰ উকহ চৰাইবিলাকৰ ৰজা-ভগাত সৃষ্টিকৰ্ত্তাই আকৌ আন

এটা পৰীক্ষা কৰিবৰ কাৰণে এটা পাত্ৰত তেল তপত কৰিলে আৰু কলে যে যি এই তপত তেলত বুৰ মাৰিব পাৰিব সেয়ে চৰাইৰ ৰজা হব। এই কথাত ফেঁচু চৰায়ে তপত তেলত পৰি বুৰ মাৰি নিজৰ ৰজা। হোৱাৰ যোগ্যতা দেখুৱালে। সেইদিন ধৰি ফেঁচু চৰাইবিলাকৰ ৰজা। তপত তেলত বুৰ মৰা কাৰণে ফেঁচু চৰাই ক'লা হ'ল। চৰাইটো সৰু যদিও ৰজা কাৰণেই সি চিলনী, কাউৰী আদি ডাঙৰ ডাঙৰ চৰাইবোৰকো "ফেঁচু-চু মই ৰজা" বুলি খেদি যায় আৰু আন চৰাইৰ মুখৰ টোপো কাটি খায়।

---

# মানুহে দেৱতা কিয় নেদেখে

প্ৰাচীন কালত মানুহেও দেও ভূতৰ লগত একে লগে ফুৰিব পাৰিছিল—কথাবতৰা পাতিব পাৰিছিল। কিন্তু আজি-কালি নৰ-মনিচে দেও-ভূত চকুৰে নেদেখে। কুকুৰে হেনো দেখে। ৰাতি গাঁৱত কেউফালে কুকুৰে ভুকিলে গাঁৱত দেও-ভূত ফুৰিছে বুলি বুঢা-লোকে কয়।

মানুহ আৰু দেওভূত একেলগে থকা দিনৰে থকা। এজন বুঢা-ডাঙৰীয়া বা বুঢা দেৱতা আৰু এজন মানুহ একেলগে আছিল। মানুহজনে বুঢা ডাঙৰীয়াৰ ল'ৰাটোক সদায় মাৰ-কিল কৰিছিল। ডাঙৰীয়াজনে বুঢা হোৱাৰ কাৰণে মানুহজনক একো ক'ব নোৱাৰি সৃষ্টিকৰ্ত্তাৰ ওচৰত গোচৰ দিলেগৈ আৰু কলে যে এইদৰে হ'লে মানুহ আৰু দেও একেলগে থাকিব নোৱাৰিব। তেতিয়া সৃষ্টিকৰ্ত্তাৰ মানুহৰ প্ৰতি খং উঠিল আৰু কলে, "মানুহক দিব্য চকু দিয়াত

সিহঁতে দেৱতাতকৈয়া প্ৰতাপী হ'বলৈ গৈছে। বাৰু মই তাৰ ব্যৱস্থা কৰিম।" এইবুলি মানুহজনৰ চকু কৌপাতেৰে ঢাকি পেলালে। তেতিয়া মানুহজনৰ দিব্য দৃষ্টি নোহোৱা হ'ল আৰু দেৱতাক নেদেখা হ'ল।

তেতিয়াৰপৰাই দেৱতা মানুহৰ পৰা আঁতৰি গ'ল আৰু অলপ ছিদ্ৰ পালেই তেওঁলোকে মানুহক লম্ভিবলৈ যায়। সেইদিন ধৰি আজিও মানুহৰ ওপৰত দেৱতা বিতুষ্ট। দেৱতাক তুষ্ট কৰিবলৈকে আজি-কালি মানুহে জল ডাঙৰীয়া আদি নানাৰকমৰ দেৱতাৰ পূজা পাতে। আনহাতে মানুহজনে সৃষ্টিকৰ্ত্তাৰ ওচৰত কাবৌ কোকালি কৰাত সৃষ্টিকৰ্ত্তাই মানুহৰ লগত কুকুৰৰ চকু চালনিৰে ঢাকি দেৱতা দেখিব পৰা কৰি দিলে। সেই কাৰণেই কুকুৰে ৰাতিও দেখে আৰু সিহঁত একেলগে দীঘলীয়াকৈ ভুকি থাকিলে গাঁৱত দেওভূত ঘুৰিছে বুলি কয়। কুকুৰৰ আগ-জননী পাই দেওভূতৰ ভয়ত সেই সময়ত মানুহ অকলে বাহিৰ নহয়।

---

# মিৰি মানুহে ছেৱা গছ কিয় নেকাটে

মিৰিসকলৰ পথাৰত কাম বেচি থাকিলে গাঁৱৰ মানুহ মাতি সহায় বিচৰাৰ নিয়ম আছে। আনকি আন গাঁৱৰ মানুহ মাতিও সহায় বিচাৰে।

আগৰ দিনত এঘৰ মানুহে এইদৰে নিজৰ গাঁৱৰ আৰু আন ওচৰ চুবুৰীয়া গাঁৱৰ মানুহ মাতি পথাৰত কাম কৰিবলৈ সহায় বিচাৰিছিল। সেই সময়ত এঘৰ মানুহে ঘৰৰ বেটীজনীক সেই সহায় বিচৰা মানুহ

ঘৰৰ পথাৰত কাম কৰিবলৈ পাচিলে। বেটীজনীয়ে যোৱাত বৰ আগ্ৰহ নেদেখুৱা দেখি ঘৰৰ গৃহিণীজনীয়ে তাইক নানাৰকমৰ মূল্যৱান মণি পিন্ধাই দিলে। কেতিয়াও পিন্ধি নোপোৱা মণি পিন্ধিবলৈ পাই বেটীজনীৰ বৰ আনন্দ লাগিল আৰু তাই সহায় বিচৰা মানুহ ঘৰৰ পথাৰত কাম কৰিবলৈ গ'ল।

সেই পথাৰলৈ আন এখন গাঁৱৰ এজন ডেকা লৰাও আহিছিল। সেই ডেকাজনে ৰূপহী বেটী ছোৱালীজনীয়ে মূল্যৱান মণি পিন্ধি অহা দেখি তাইক ধনী মানুহৰ ঘৰৰ ছোৱালী বুলি ভাবিলে আৰু তাইক বিয়া কৰাবলৈ মন মেলিলে। ঘৰলৈ গৈ ডেকাজনে ছোৱালী-জনীক বিয়া কৰোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে আৰু সেইমতেই ডেকাৰ মাক-বাপেক আৰু বেটী-ছোৱালীজনীৰ গৰাকীৰ ঘৰৰ মাজত বিয়াৰ বন্দবস্ত হৈ গ'ল।

যথাসময়ত মহা সমাৰোহেৰে বিয়া হৈ গ'ল, কিন্তু বিয়াৰ পিছত ডেকাজনে জানিব পাৰিলে যে—প্ৰকৃততে তেওঁৰ ঘৈণীয়েক লোকৰ ঘৰৰ বেটীহে। তাৰ বাহিৰেও ডেকাজনে ঘৈণীয়েকৰ বিষয়ে আনৰ পৰা নানা বদ্‌নামৰ কথা শুনিবলৈ পালে। সেই কাৰণে ডেকাই তাইক কেনেকৈ ত্যাগ কৰিব পাৰে—তাৰহে উপায় বিচাৰি-বলৈ ধৰিলে।

বিয়াৰ পিছত দৰা-কন্যা লগে লগে কন্যাৰ মাক-বাপেকৰ ঘৰলৈ ঘূৰি যোৱাৰ নিয়ম আছে। ঘূৰি যোৱাৰ সময়ত তেওঁলোকে এখন ডাঙৰ হাবি পাৰ হৈ যাব লাগিছিল। সেই হাবিৰ মাজ পাওঁতেই ডেকাই ঘৈণীয়েকক অলপ বহিবলৈ কৈ শৌচ কৰিবলৈ বুলি হাবিত সোমাল। বেচেৰী ঘৈণীয়েকে গিৰিয়েকৰ কথা বিশ্বাস কৰিলে আৰু সেই ঠাইতে বহি থাকিল। কিন্তু কি হ'ব। এপৰ গ'ল—গিৰিয়েক নাহিল, দুপৰ গ'ল—নাই। সেইদৰে তিনি, চাৰি, পাচ পৰ পাৰ হ'ল—এদিন গ'ল—গিৰিয়েক ঘূৰি নাহিল। এমাহ গ'ল—গিৰিয়ে-কৰ খবৰ নাই। দুমাহ, তিনি মাহ—কত দিন যে গ'ল, গিৰিয়েক

আৰু ঘূৰি নাহিল। গিৰিয়েক আহিব বুলি বেচেৰী কিন্তু তাতে বহিয়েই আছে।

লাহে লাহে ছোৱালীজনীৰ তপিনাৰ পৰা শিপা গজিল আৰু মাটিত শিপাই ধৰিলে। চাওঁতে চাওঁতে তাই মানুহ গুচি এজোপা গছ হৈ পৰিল।—সেইজোপা গছেই আজিকালিৰ ছেৱাগছ। তাই ডিঙিত নধৰাকৈ পিন্ধি থকা মণিবোৰেই হ'ল ছেৱাগছৰ থোপা থোপে লাগি থকা গুটিবোৰ।

মিৰিবিলাকৰ দগনে বুলি এবিধ মূল্যৱান মণি আছে। আটাইতকৈ মূল্যৱান আৰু নিভাঁজ মণিটোক নেৰ বুলি কয়। সেই ছোৱালীজনীয়ে তেনেকুৱা বহুতো নেৰ পিন্ধি গৈছিল। সেই নেৰ শব্দৰ পৰা সেই ছোৱালীজনীক নৰ জাতিৰ ছোৱালী বুলিছিল। আজিও মিৰিসকলৰ মাজত নৰ জাতিৰ মানুহ আছে। এজনী মিৰি ছোৱালীৰপৰা ছেৱাগছৰ জন্ম হ'ল কাৰণেই আজিও মিৰিমানুহে ছেৱাগছ নেকাটে।

---

# কৃষ্ণ চৰাইৰ জন্ম

কৃষ্ণ চৰাই এবিধ তেনেই সৰু চৰাই। ই বিশেষকৈ ফাগুন, চ'ত মহীয়া গছৰ পাতৰ মাজত থাকি কৃষ্ণ-কৃষ্ণ বুলি মাতি থাকে। ভৰ দুপৰীয়া ৰিঙা ৰিঙা মাতেৰে অতা কৃষ্ণ-কৃষ্ণ শব্দটো বৰ করুণ। এই চৰাই একালত মানুহেই আছিল।

অতি পুৰণি কালত এহাল ভাই ককাই আছিল। সৰুতে ঘাট-মাউৰা হৈ দুয়ো অনাই-বনাই ঘূৰি ফুৰিছিল। প্ৰায়ে লোকৰ ঘৰত

কাম-বন কৰি পেট প্ৰবৰ্ত্তাইছিল। এইদৰে কিছুদিন ঘুৰি ফুৰাৰ পাছত সিহঁত ক্ৰমাৎ ডাঙৰ হৈ যাবলৈ ধৰিলে আৰু স্বকীয়াকৈ নিজে খেতি-বাতি কৰাত মনোযোগ দিলে।

এবেলি সিহঁতে কণী-ধানৰ খেতি কৰিছিল। নতুন মাটি মুকলি কৰি বোৱা কণী-ধান বৰ ভাল হৈছিল। কণী-ধানবোৰ চপাই আনি সিহঁতে চাউল কৰি থোৱাৰ পিছত এদিন ভায়েকক সেই ধানৰ ভাত ৰান্ধিবলৈ কৈ ককায়েক লোকৰ ঘৰত গৰু চৰাবলৈ গৈছিল। সেই-দিনা বহুত পৰলৈকে ককায়েক ঘৰলৈ ঘূৰি নহা দেখি ভায়েকে নিজৰ ভাগৰ ভাত খাই দেখে যে কণী-ধানৰ ভাত বেচি পৰিমাণে খাব নোৱাৰি, সেই কাৰণে ভায়েকে আন ধানৰ ভাততকৈ কম ভাত ককায়েকৰ কাৰণে কৌপাতত টোপোলা বান্ধি থৈ দিলে, যাতে ভাতত কোনো পোক-পৰুৱা লাগিব নোৱাৰে।

সেইদিনা ককায়েকৰ গৰু চৰাই বৰ ভাগৰ লাগিছিল। বেলি ভাটী দিবৰ সময়ত গৰু চৰাই ঘূৰি আহি সি ভায়েকক ভাত খুজিলে। ভায়েকে আগতে কৌপাতত বান্ধি থোৱা ভাতৰ টোপোলাটো দেখুৱাই দিলে। ককায়েকৰ বৰ ভোক লাগিছিল। ভোকত থকা কাৰণে তাৰ বৰ খঙো উঠি আছিল। সেই হেন ভোকত ভায়েকে তালৈ আগতকৈ তেনেই কম ভাত থৈ দিয়া দেখি তাৰ খং আৰু দুগুণে চৰিল। সেই খঙৰ কোবতে সি তৎক্ষণাৎ ভায়েকক মাৰি পেলালে আৰু ভোকৰ জ্বালত ভায়েকে থৈ দিয়া ভাতকে খাবলৈ ধৰিলে।

ভাতৰ পাতত বহি সি দেখিলে যে ভায়েকে থৈ দিয়া ভাতৰ সি আধাও খাব পৰা নাই। কাৰণ কণী-ধানৰ ভাত আন ধানৰ ভাতৰ-দৰে খাব নোৱাৰি। তেতিয়াহে সি ভায়েকে কিয় কমকৈ ভাত থৈছিল বুজিলে, আৰু খঙৰ বেগত ভায়েকক মৰাৰ কাৰণে অনুতাপ কৰিবলৈ ধৰিলে।

ভায়েকৰ নাম আছিল—'দি চৌ'। সি আৰু উঠিব নোৱাৰিলে।

আধাখোৱা ভাত আগত লৈ সি দি-চৌ, দি-চৌ কৈ বিনাই থাকিবলৈ ধৰিলে। দি চৌ, দি চৌ কৈ বিনাই থাকোঁতে থাকোঁতে তাৰ আকৃতি ক্ৰমে সৰু হৈ গ'ল আৰু লাহে লাহে সৰু চৰাইত পৰিণত হ'ল।

এই দি-চৌৰ ককায়েকেই আজি-কালিৰ কৃষ্ণ চৰাই। কৃষ্ণ চৰাইক মিৰিসকলে দি-চৌ চৰাই বুলি কয়। তাৰ অকৰ্ম্মৰ কাৰণে এতিয়াও সি মানুহৰ আগত ওলাবলৈ লাজ কৰে আৰু পাতৰ আঁৰত লুকাই থাকি ভায়েকৰ নাম লৈ বিনাই থাকে।

---

# খহুলা ভেকুলিৰ পিঠিত আচিনাই কেনেকৈ হ'ল

এসময়ত চেমচোংছাইপা নামেৰে এজন মানুহ আছিল। এদিনাখন এখন নৈৰ পাৰত বহি তেওঁ তেওঁৰ কুঠাৰখন ধৰাই থাকোঁতে এটা মিছা-মাছে তাৰ শুঙেৰে তেওঁৰ ভৰিত বিন্ধি দিলে।

ইয়াতে তেওঁৰ খং উঠি গ'ল আৰু এজোপা ডাঙৰ খউম গছ কাটিবলৈ ধৰিলে (খউম গছৰ গুটিবিলাক তৰমুজটোৰ সমান ডাঙৰ হয়)।

ইয়াতে খউম গছজোপা জ্বলি-পকি উঠিল আৰু তাৰ বৰ বৰ গুটিবোৰ সৰাই দিলে। গুটিবোৰ গৈ এটা কুকুৰাৰ পিঠিত পৰিল গৈ।

ইয়াতে কুকুৰাটো টিক্‌চি-বিক্‌চি উঠিল, আৰু সি পৰুৱাৰ বাহ এটা খুচৰি ভাঙি পেলালে।

ইয়াতে পৰুৱাবোৰৰ খং উঠি সিহঁতৰ শুঙেৰে বিন্ধি সাপ এটাৰ নেগুৰডাল ছিঙি পেলালে।

ইয়াতে সাপটোৰ খং উঠিল আৰু গাহৰি এটাৰ ঠেঙত খোঁট মাৰি দিলে।

ইয়াতে গাহৰিটো খঙত অগ্নিশৰ্ম্মা হৈ তাৰ দাঁতেৰে কলগছ এজোপা খানি উভালি পেলালে।

কলগছজোপাৰ গুৰিতে এটা বাদুলি আছিল। গাহৰিটোৰ এনে কাণ্ড দেখি তাৰ টিঙিচকৈ উঠিল খং আৰু সি উৰা মাৰি এটা হাতীৰ কাণৰ ভিতৰত সোমাই গ'ল।

ইয়াতে হাতীটো টিঙিৰি-তুলা হৈ উঠিল আৰু এটা উৰাল বগৰাই দিলে।

উৰালটো বাগৰি বাগৰি বিধৱা-মানুহ এগৰাকীৰ পঁজাৰ ওপৰত হুৰুথকৈ পৰি পঁজাটো ভাঙি পেলালে।

ইয়াতে বিধৱাগৰাকীৰ বৰ খং উঠিল আৰু দোষীবিলাকক গালি পাৰিবলৈ ধৰিলে।

উৰালটোক সম্বোধন কৰি তেওঁ কলে, "তই মোৰ ঘৰটো ভাঙি পেলাইছ। এতিয়া মোক জৰিমনা দে তাৰ বাবে।"

এই কথা শুনি উৰালটোৱে উত্তৰ কাটিলে, "মই জৰিমনা দিম কিয়? হাতীটোৱে মোক বগৰাই দিলে গুণেহে মই তোমাৰ ঘৰত পৰিলোঁহি আৰু ঘৰটো ভাগিল।"

তেতিয়া হাতীটোক সম্বোধন কৰি বিধৱাগৰাকীয়ে ক'লে, "তুমি বগৰাই দিলা গুণেহে উৰালটোৱে আহি মোৰ ঘৰটো ভাঙিবলৈ পালে, গতিকে, তুমি জৰিমনা দিয়াঁ এতিয়া।"

এই কথা শুনি হাতীটোৱে মাত দিলে, "মই তোমাক জৰিমনা দিব নোৱাৰোঁ। কাৰণ বাদুলি এটা উৰা মাৰি মোৰ কাণত সোমাই গ'ল গুণে মোৰ খং উঠাত উৰালটো বগৰাই দিলোঁ আৰু সি বাগৰি গৈ তোমাৰ ঘৰটো ভাঙি পেলালে।"

তেতিয়া বাদুলিটোক সম্বোধন কৰি বিধৱাগৰাকীয়ে ক'লে, "তুমি উৰা মাৰি গৈ হাতীটোৰ কাণত সোমালা গুণেহে হাতীটোৰ খং উঠাত উৰালটো বগৰাই দিলে। নহ'লে উৰালটো বাগৰি আহি কেনেকৈ মোৰ ঘৰ ভাঙিলেহেঁতেন, গতিকে, তুমি জৰিমনা দিয়াঁ।"

এই কথা শুনি বাদুলিটোৱে উত্তৰ দিলে, "মই তোমাক জৰিমনা দিব নোৱাৰোঁ। কাৰণ, যি জোপা কলৰ গুৰিত মই বাস কৰিছিলোঁ—এটা গাহৰিয়ে আহি তাক উভালি পেলালে। ইয়াতে মোৰ খং উঠি গ'ল গুণেহে মই হাতীটোৰ কাণৰ ভিতৰত সোমালোঁগৈ।"

তেতিয়া গাহৰিটোক সম্বোধন কৰি তেওঁ ক'লে, "তুমি কলগছ

জোপা উভালি পেলালা গুণে তাৰ গুৰিত থকা বাদুলিটোৰ খং উঠি সি উৰা মাৰি গৈ হাতীটোৰ কাণত সোমাল। বাদুলিটো কাণত সোমোৱা গুণে হাতীটোৰ খং উঠি উৰালটো বগৰাই দিলে। উৰালটো বাগৰি আহি মোৰ ঘৰটো ভাঙিলেহি, গতিকে জৰিমনা দিয়া মোক।"

এই কথা শুনি গাহৰিটোৱে উত্তৰ দিলে, "মই তোমাক জৰিমনা দিব নোৱাৰোঁ। কাৰণ সাপ এটাই মোৰ ঠেঙত খুঁটিওৱা গুণেহে মোৰ খং উঠি বাদুলি থকা কলগছজোপা উভালি পেলালোঁ।"

তেতিয়া সাপটোক সম্বোধন কৰি তেওঁ ক'লে, "তুমি গাহৰি এটাৰ ঠেঙত খোঁট মাৰি নিদিয়াহেঁতেন তাৰ খং নুঠিলহেঁতেন আৰু সি কলগছজোপা উভালি নেপেলালেহেঁতেন আৰু তেতিয়া কলজোপাত থকা বাদুলিটোৰো খং নুঠিলহেঁতেন আৰু সি হাতীৰ কাণত নোসোমালগৈহেঁতেন আৰু হাতীটোৰো খং উঠি সি উৰালটো বগৰাই নিদিলেহেঁতেন আৰু উৰালটোও বাগৰি আহি মোৰ ঘৰটো ভাঙিবলৈ নেপালেহেঁতেন। গতিকে, জৰিমনা তুমিহে দিব লাগিব।"

এই কথা শুনি সাপটোৱে উত্তৰ দিলে, "মই তোমাব জৰিমনা দিব নোৱাৰোঁ। পৰুৱাবিলাকে কামুৰি মোৰ নেজডাল ছিঙি পেলালে গুণেহে মোৰ খং উঠাত গাঁহৰিৰ ঠেঙত খোঁট মাৰি দিলোঁ।"

তেতিয়া পৰুৱাবিলাকক সম্বোধন কৰি তেওঁ ক'লে, "তহঁতে কামুৰি কামুৰি সাপটোৰ নেগুৰডাল নিছিঙাহেঁতেন তাৰ খং নুঠিলহেতেন আৰু সি গাহৰিটোৰ ঠেঙত খোঁট মাৰিও নিদিলেহেঁতেন আৰু গাঁহৰিটোৰো খং উঠি নগ'লহেঁতেন আৰু কলজোপা উভালি নেপেলালেহেঁতেন; তেতিয়া কলজোপাত 'থকা বাদুলিটোৰো খং উঠিবলৈ নেপালেহেঁতেন আৰু সি উৰি গৈ হাতীৰ কাণত নোসোমালগৈহেঁতেন আৰু হাতীটোৱেও খঙত উৰালটো বগৰাই নিদিলেহেঁতেন আৰু উৰালটোও বাগৰি আহি মোৰ ঘৰটো ভাঙিবলৈ নাপালেহেঁতেন। গতিকে, তুমিয়েই জৰিমনা দিয়া।"

এই কথা শুনি পৰুৱাবোৱে উত্তৰ দিলে, "আমি তোমাক জৰি-মনা নিদিওঁ। কাৰণ, কুকুৰাটোৱে খুচৰি আমাৰ বাহটো ভাঙিলে গুণেহে আমাৰ খং উঠি সাপটোৰ নেগুৰডাল কামুৰি ছিঙি পেলালোঁ।"

তেতিয়া কুকুৰাটোক সম্বোধন কৰি তেওঁ ক'লে, "তুমি তোমাৰ ভৰিৰে খুচৰি পৰুৱাৰ বাহটো ভাঙি নেপেলোৱাহেঁতেন পৰুৱাবোৰৰ খং নুঠিলহেঁতেন আৰু সিহঁতে কামুৰি কামুৰি সাপটোৰ নেজডাল ছিঙি নেপেলালেহেঁতেন আৰু সাপটোৰো খং নুঠিলহেঁতেন আৰু তেতিয়া সি গাহৰিটোৰ ঠেঙত খোঁট মাৰি নিদিলেহেঁতেন আৰু গাহৰিটোৰো খং নুঠিলহেঁতেন আৰু সি কলগছজোপা উভালি নেপেলালেহেঁতেন আৰু কলৰ গুৰিত থকা বাদুলিটোৰো খং নুঠিল-হেঁতেন আৰু সি উৰা মাৰি গৈ হাতীৰ কাণত নোসোমালগৈহেঁতেন আৰু হাতীটোৰো খং নুঠিলহেঁতেন আৰু তেতিয়া সি উৰালটো বগৰাই নিদিলেহেঁতেন আৰু উৰালটোৱেও বাগৰি আহি মোৰ ঘৰটো ভাঙিবলৈ নেপালেহেঁতেন। গতিকে, তুমি জৰিমনা দিয়াঁ।"

এই কথা শুনি কুকুৰাটোৱে উত্তৰ দিলে, "মই তোমাক জৰিমনা নিদিওঁ। কাৰণ, খউম গছৰ গুটিবোৰ মোৰ পিঠিত পৰিল গুণেহে মোৰ খং উঠি ঠেঙেৰে খুচৰি মই পৰুৱাৰ বাহটো ভাঙি দিলোঁ।"

তেতিয়া খউম গছজোপাক সম্বোধন কৰি তেওঁ ক'লে, "তুমি তোমাৰ গছৰ ডাঙৰ ডাঙৰ গুটিবোৰ কুকুৰাটোৰ পিঠিত পেলাই নিদিয়াহেঁতেন কুকুৰাটোৰ খং নুঠিলহেঁতেন আৰু পৰুৱাৰ বাহটো ভাঙি নেপেলালেহেঁতেন, পৰুৱাবোৰেও খঙত সাপৰ নেগুৰডাল কুটি কুটি ছিঙি নেপেলালেহেঁতেন, সাপটোৱে খঙত গাহৰিটোৰ ঠেঙত খোঁট মাৰি নিদিলেহেঁতেন, তেতিয়া গাহৰিটোৰো খং উঠিবলৈ নেপালেহেঁতেন আৰু সি কলগছডাল খঙত উভালি নেপেলোৱাহলে তাৰ গুৰিত থকা বাদুলিটোৱেও খঙৰ ভমকতে হাতীটোৰ কাণত উৰা মাৰি সোমাই নগ'লহেঁতেন। বাদুলিটো সেইদৰে সোমাই যাবলৈ

নোপোৱাহেঁতেন হাতীটোৱেও উৰালটো বগৰাই দিবলৈ নেপালেহেঁতেন আৰু উৰালটো পৰি মোৰ ঘৰটোও নেভাগিলহেঁতেন। গতিকে তুমি জৰিমনা দিব লাগে এতিয়া।”

এই কথা শুনি খউম গছজোপাই উত্তৰ দিলে, “মই জৰিমনা দিব নোৱাৰোঁ। কাৰণ চেম্‌চোংছাইপাই মোক কাটিবলৈ ধৰা গুণেহে মোৰ খং উঠিছিল আৰু মই গুটিবোৰ কুকুৰাটোৰ পিঠিত সৰাই দিলোঁ।”

তেতিয়া চেম্‌চোংছাইপাইক তেওঁ কলে, “তুমি এজোপা খউম গছ কাটিছিলা। তাতে খউম গছজোপাৰ খং উঠি এটা খউম গুটি কুকুৰা এটাৰ পিঠিত সৰাই দিলে। কুকুৰাটোৰ খং উঠি সি পৰুৱাৰ বাহ এটা ভৰিৰে খুচৰি ভাঙি পেলালে। ইয়াতে পৰুৱাবোৰৰ খং উঠিল আৰু সিহঁতে খণ্ডত সাপ এটাৰ নেগুৰডাল কুটি কুটি ছিঙি পেলালে। সাপটোৱে খঙতে জ্বলি পকি গাহৰি এটাৰ ঠেঙত খোঁট মাৰি দিলে। ইয়াতে গাহৰিটোৰ খং উঠি ওচৰতে থকা কলগছ উভালি পেলালে। সেই কলজোপাতে এটা বাদুলি আছিল। কলজোপা উভালি পেলোৱাত বাদুলিটোৰ খং উঠাত সি উৰামাৰি হাতী এটাৰ কাণৰ ভিতৰলৈ সোমাই গ'ল আৰু হাতীটোৱেও খণ্ডত উৰাল এটা বগৰাই দিয়াত মোৰ ঘৰটো ভাগি থাকিল। এতিয়া, মোৰ ঘৰ ভঙাৰ গুৰি তুমিয়েই। গতিকে তুমি জৰিমনা দিব লাগে এতিয়া।”

এই কথা শুনি চেম্‌চোংছাইপাই ক'লে, “মই জৰিমনা দিব নোৱাৰোঁ। কাৰণ এটা মিছা-মাছে তাৰ শুঙেৰে মোক বিন্ধি দিলে গুণেহে মোৰ খং উঠি খউম গছজোপা মই কাটিবলৈ ধৰিছিলোঁ।”

তেতিয়া মিছা মাছটোক সম্বোধন কৰি তেওঁ কলে, “তই তোৰ শুঙেৰে চেম্‌চোংছাইপাক বিন্ধি দিছিলি। ইয়াতে তেওঁৰ খং উঠাত এজোপা খউম গছ কাটি বগৰাই দিলে। তেতিয়া খউম গছজোপাৰ খং উঠাত এটা মস্ত গুটি কুকুৰা এটাৰ পিঠিত পেলাই দিলে। কুকুৰাটোৰ খং উঠাত সি তাৰ ঠেঙেৰে পৰুৱাৰ বাহ এটা খুচৰি

ভাঙি পেলালে। ইয়াত পকুৱাবোৰৰ ভীষণ খং উঠি গ'ল আৰু সিহঁতে সাপ এটাৰ নেগুৰডাল কামুৰি ছিঙি দিলে। সাপটোৰ খং উঠাত সি গাহৰি এটাৰ ঠেঙত খোঁট মাৰি দিলে। গাহৰিটোৰ খং উঠাত সি এজোপা কলগছ উভালি পেলালে। কলগছজোপাত থকা বাদুলি এটাৰ খং উঠি গ'ল আৰু সি উৰা মাৰি হাতী এটাৰ কাণত সোমাল গৈ। হাতীটোৰ খং উঠিল আৰু সি এটা উৰাল বগৰাই দিলে আৰু সেই উৰালটো বাগৰি আহি মোৰ ঘৰৰ ওপৰত পৰাত ঘৰটো ভাগি থাকিল। গতিকে, ঘৰটো ভঙাৰ গুৰিতে তয়েই। এতিয়া তঁই জৰিমনা দে।"

মিছা-মাছটো নীৰৱে থাকিল। তাক উত্তৰ দিবলৈ বাৰে বাৰে কৈ থকা সত্ত্বেও সি মুখেৰে একোকে নেমাতিলে।

মিছা-মাছটো বোবাৰ দৰে নিবোকা হৈ থকা দেখি তেওঁ সুধিলে, "তেনেহলে তই মোক ক গৰম পানীত থাকিবি নে চেঁচা পানীত থাকিবি ?"

এইবাৰ মিছাটোৱে মাত দিলে, "আইদেউ, মই চেঁচা পানীত হে থাকিবলৈ ভাল পাম।"

লগে লগে সকলো জন্তু আহি বিধৱাগৰাকীৰ লগ লাগিল আৰু মিছা-মাছটোক চেঁচা পানীত এৰি দিলে, পানী পাই মিছা-মাছটোৱে তেওঁলোকক—"তোমালোকৰ দৰে প্ৰাণী আটাইবোৰ লগ লাগিলেও মোক ঠগিব নোৱাৰিবা" বুলি বিদ্ৰূপ কৰি সাঁতুৰি গুচি গল।

মিছা-মাছটোৰ এই ঠাট্টা-বিদ্ৰূপ শুনি তেওঁলোক আটাইৰে খঙে মূৰৰ চুলি পালেগৈ আৰু মিছা-মাছ থকা পানীখিনি শুহি খাই পেলাবলৈ হাতীটোক ধৰিলে। হাতীটোৱে পানীবোৰ শুহি নৈখনৰ পানী নোহোৱা কৰি পেলালে। আৰু তাৰ পিছত, মিছা-মাছটো ধৰি আনি মাৰি পেলালে।

ইয়াৰ পিছত মৰা মিছা-মাছটো ৰান্ধি দিবৰ কাৰণে এটা ভেকুলিক দিলে।

অলপ পিছতে তেওঁলোকে ভেকুলিটোক সুধিলে, "মিছা মাছটো ৰন্ধা হ'ল নে ?"

ভেকুলিটোৱে উত্তৰ দিলে, "হয়, ৰন্ধা হ'ল, বিলাবই পাৰোঁ এতিয়া।"

লগে লগে তেওঁলোকে মাত লগালে, "তেন্তে আমাক ভগাই দিয়াচোন।"

ভেকুলিটোৱে তেওঁলোকক মিছা-মাছটোৰ মঙহখিনি নিদি ভগাই দিলে বাকলিচটা।

ইয়াতে আটায়ে ভেকুলিটোক সুধিলে, "মিছাটোৰ মঙহখিনি কি হ'ল ?"

ইয়াৰ উত্তৰত ভেকুলিটোৱে কলে, "ডাঙৰীয়াসকল। মঙহ নো কেনেকুৱা হৈছে তাৰ জুতি লবলৈ খৰোঁতে হঠাৎকৰে মই গোটেই মঙহখিনিকে গিলি পেলালোঁ।"

এই কথা শুনি, আটাইবোৰ অগ্নিকলাই হৈ উঠিল আৰু ভেকুলি-টোৰ পিঠিখন খুচি খুচি থকাসৰকা কৰি থৈ তাৰপৰা গুচি গল।

সেই তেতিয়াৰপৰাই এই খোচাৰ ফল স্বৰূপে ভেকুলিৰ পিঠিত আচিনাইবিলাক হ'ল।



# অনাদি-পাতন

আগতে পৃথিৱীখন জলময় আছিল। তেতিয়া ভগৱান স্বৰ্গ ৰাজ্যৰ ওপৰত নিজা ৰাজাত আছিল। পৃথিৱীত প্ৰাণী স্ৰজন কৰিবৰ মনেৰে পানীৰপৰা মাটি ওলাইছেনে নাই চাবলৈ বুলি ভগৱানে এসময়ত ম'ৰা বা ডুড়ি চৰাই আৰু টিম্-টিম্ চৰাইক পঠালে। ম'ৰা আৰু টিম্-টিম্ আহি দেখিলে যে পৃথিৱীত পানীৰপৰা মাটি অলপ ওলাইছে। ম'ৰা চৰাইটোৱে পৃথিৱীত ওলোৱা ধুনীয়া ধুনীয়া শিলগুটিবোৰ ভাল আহাৰ বুলি ভাবি তাৰে কিছুমান খালে। ঈশ্বৰে স্ৰজি প্ৰাণীক খাবলৈ নিদিয়া বস্তু খোৱাবাবে ম'ৰা মায়াত বন্দী হৈ পৃথিৱীত থাকিবলগীয়া হল। কিন্তু টিম্-টিম্ গৈ মাটি ওলাইছে বুলি ভগৱানৰ আগত খবৰ দিলে। ভগৱানে পৃথিৱীত মাটি ওলোৱাৰ খবৰ আৰু .ম'ৰা চৰাই ঘূৰি নোযোৱাৰ কাৰণ দুয়োটা জানিলে। ম'ৰা চৰাই ভগৱানৰ বৰ প্ৰিয় ভক্ত আছিল, গতিকে ম'ৰা ঘূৰি নহাত ভগৱানে বৰ বেজাৰ পালে। ইফালে ম'ৰায়ো নিজৰ কৰ্ম্মদোষত স্বৰ্গলৈ যাব নোৱাৰা হল। পিছত ভগৱানে যেতিয়া মৰ্ত্ত্যলৈ আহি প্ৰাণী স্ৰজন কৰিলে, তেতিয়া ম'ৰাই কান্দি-কাটি ভগৱানৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। ভগৱানে ম'ৰাক বেয়া নোপোৱাৰ চিন স্বৰূপে আৰু ম'ৰাই আদিতে পৃথিৱীত প্ৰবেশ কৰাৰ নিদৰ্শন হিচাপে ম'ৰা চৰাইৰ পাখি ভগৱানে মূৰত পিন্ধিলে। ইপিনে টিম্-টিমে সত্য খবৰ দিয়াৰ কাৰণে তাৰ স্বৰ্গ আৰু মৰ্ত্ত্যত সমানে বাস হৈ থাকিল। সি বাৰিষা তিনিমাহ ( জেঠ, আহাৰ, শাওণ ) স্বৰ্গত থাকি পোৱালি জগায় আৰু খৰালি হলে পৃথিৱীত উৰি ফুৰি আনন্দত কাল কটায়।

কিন্তু ভগৱানে ম'ৰা আৰু টিম্-টিমক পৃথিৱীলৈ পঠিওৱাৰ আগতে (যমটিং) মকৰায়ো পৃথিৱীৰ খবৰ আনি দিব পাৰিম বুলি তাক পৃথিৱীলৈ পঠাবলৈ ভগৱানক বৰকৈ খাটিছিল। মকৰাক পৃথিৱীলৈ পঠাব নোৱাৰি ভগৱানে নিজেও মনতে বেয়া পাই মকৰাক কেবাটাও বৰ দিয়ে। এটা বৰত মকৰাৰ মুখৰপৰা আপোনা-আপুনি সূতা ওলাব, আন এটি বৰত মকৰাই শূন্যতে সূতা আঁৰিবলৈ পাখি নোহোৱাকৈ যাব পাৰিব, আন এটি বৰত মকৰাই সোণ-ৰূপৰ কণী পাৰিব আৰু এটি বৰত মুখৰপৰা ওলোৱা সূতাৰে জাল পাতি কোনো কষ্ট নকৰাকৈ আহাৰ খাব পাৰিব।

ইয়াৰ উপৰিও ভগৱানে মকৰাক সূতা উলিয়াই স্বৰ্গৰপৰা মৰ্ত্ত্যলৈ আগে আগে যাবলৈ কলে আৰু সেই সূতাদিয়েই ভগৱান নামি আহি পৃথিৱীত প্ৰাণী স্ৰজন কৰিলেহি। সেই কাৰণে আজিও মকৰাই পাখি নোহোৱাকৈ উৰি গৈ শূন্যতে সূতা আঁৰিব পাৰে, জাল পাতি কষ্ট নোহোৱাকৈ আহাৰ খাব পাৰে, সোণ আৰু ৰূপৰ বৰণৰ কণী পাৰিব পাৰে।

---

## বুঢ়া-বুঢ়ীৰ স্বৰ্গাৰোহণ

কুঁদি মামাৰ (হৰ-গৌৰী) কুণ্ডিল নামে ৰাজ্যত এহাল বুঢ়া-বুঢ়ী আছিল। তেওঁলোকৰ বুঢ়া কাললৈকে কোনো সন্তান সন্ততি হোৱা নাছিল। এদিন বুঢ়াই চিন্তা কৰি বুঢ়ীক কলে—"অ গিৰাছী জাৰীয় পিচাই পিচা যাবাই হুঁ লাকিয়াচ্ছাৰে আচীমাই কেনই চ্ছাগু লাগাজিৰি চাৰম। দামিনই পিচাই পিচা কিৰি মচীয়া চ্ছিবাই চ্ছিমিহকে আচীমাই কেমায়া নিনি।" [অ' বুঢ়ী, আমাৰ ল'ৰা-ছোৱালী নাই যেতিয়া, জীয়াই জীয়াই স্বৰ্গলৈ যোৱাৰ উপায় এটা

কৰিব লাগে। কিয়নো ল'ৰা-ছোৱালী নোহোৱা মানুহ মৰাৰ পিছত স্বৰ্গ লৈ যাব নোৱাৰে।] বুঢীয়ে নাকটো মোহাৰি বুদ্ধি এটা উলিয়ালে। বুঢীয়ে কলে—"গিৰা ন ছু য়াহ কুজি য়গাংনা য়ানা গিৰিৰি নমে, আঁ আমিৰি লাজুনা ডাবেন। য়া ইগাবা চাম্‌তৰে পাঁডু গিন্। বা পাঁডুনা পেংনা যিচ্ছা ডিব্‌বু নিমান্ বাকানিনে চ্ছাগুয় ডিব্‌বু লেংনা আটীমাই চ্ছাংনা ডুমহনে কেমান।" [বুঢা। তই ওখ চাই মাটি এডৰা কোৰ মাৰি চাহ কৰ, মই জাবৰ গুচাই দিম। মাটি চাহ হলে তাতে বেঙেনা ৰুম আৰু সেই বেঙেনা বেচি যি পইচা পাম তাৰেই বাট খৰচ খাই জীয়াই থাকোঁতে স্বৰ্গ লৈ যাম।] এই বুলি কোৱাত বুঢাই বুঢীৰ বুদ্ধিটো উত্তম বুলি শলাগি কামত লাগিল। যথাসময়ত মাটি চাহ কৰি বেঙেনা ৰুলে। বেঙেনা গছ লহ-পহকৈ বাঢিবলৈ ধৰিলে আৰু ডাঙৰ ডাঙৰ বেঙেনা লাগিল। বুঢা-বুঢীৰ বৰ আনন্দ, কাৰণ বেঙেনাৰ ধনেৰে বুঢা-বুঢীয়ে স্বৰ্গ লৈ খৰচ খাই যাব পাৰিব।

এদিন বুঢাই বেঙেনা বাৰীত সোমাই বেঙেনা কিমান ডাঙৰ হৈছে বুলি চাবলৈ গৈ দেখে যে ডাঙৰ ডাঙৰ বেঙেনাবোৰ কিহবাই খুলি খুলি খাইছে। তাকে দেখি বুঢাই স্বৰ্গ লৈ যোৱাৰ আশা আৰু নাই বুলি ভাবি বুঢীৰ আগত কৈ বেজাৰ কৰিবলৈ ধৰিলে। বুঢীয়ে কলে—"পাঁডু হায়া য়ুংনা নিমাম্‌ত বায়চ্ছালেৰে ঢেকীথুৰাচ্ছং বগোদুংনা পাঁডুয় ডিব্‌বু কানা লাগাজেন।" [বেঙেনা খোৱা পোকটো ধৰিব পাৰিলে তাৰপৰাই ঢেঁকীথোৰাৰে মৰিয়াই বেঙেনাৰ দাম উলিয়াব লাগিব।]

বুঢীৰ বুদ্ধিটো শলাগি বুঢাই কলে, "গিৰাছী ন ওৰেজোৰে সাৰ নিমাংনা পুঁ। আঁ পাঁডুয় হাডুহ ডুমুমা চাগে কানিয় চছিহ হিডুংনা পুন্। আঁ জোম্‌তৰে ন ঢেকীথুৰানা লাহাংনা বগুডুকো। পাঁডুয় ডিব্‌বুকানা লেয়াচ্ছামাই ডা লেহেডু।" [বুঢী, তই সদায় সাৰে থাকিবি। মই বেঙেনাৰ ওচৰত থকা খেৰবোৰৰ মাজত সোমাই থাকিম। মই মাতিলেই তই ঢেঁকীথোৰাটো লৈ ভালকৈ এজাউৰি

দিবিগৈ ; বেঙেনাৰ দাম নিদিয়ালৈকে এৰি নিদিবি।] এইদৰে বুঢ়াই কেবা দিনো খাপ দি আছে, বুঢ়ীও সদায় সাৰে থাকে। এদিন ৰাতি বুঢ়াই লুকাই থকাৰপৰাই বেঙেনা খোৱাৰ শব্দ শুনিবলৈ পাই মাটিত পেট পেলাই পেলাই গৈ ওচৰ পাই দেখে যে এটা ভয়ানক মানুহৰূপী পাখিলগা জীৱই বেঙেনা খাই আছে। বুঢ়াই তাৰ কঁকালত গবামাৰি ধৰি বগৰাই পেলালে আৰু পাৰেমানে বুঢ়ীক চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে। "অ' গিৰাছী ঢেঁকী খোৰানা লাহাবে, পাঁডু হায়া হাম্‌কিয়ানা নিমেম্‌"। [অ' বুঢ়ী, ঢেঁকী খোৰাটো আন, বেঙেনা চোৰক ধৰিলোঁ।] বুঢ়ীয়ে উধাতু খাই ঢেঁকী খোৰাটো লৈ ঘটনাস্থলীত উপস্থিত হলহি আৰু একো কথা নকৈ মাধমৰীয়া মাৰ এটা মাৰি বেঙেনা খোৱাক সুধিলে, "ন দেইয়া পাঁডু হাৰায় ডিৰ্‌বুকানা লেন্‌না লেয়া ?" [তই এতিয়া বেঙেনা খোৱাৰ দাম দিবিনে নিদিয় ?] মাৰ খাই সি বুঢ়াৰ চেপাত কক্‌বকাই কক্‌বকাই কলে, "অ' বুঢ়ী, মোক আৰু নেমাৰিবি, কাবৌ কৰিছো।" বুঢ়ীয়ে নেমানি হাতৰ ঢেঁকীথোৰাৰে মাৰিবলৈ বিচাৰিলে। বুঢ়াই কলে, "অ' গিৰাছী দেই ডাবটি ইগাবাচ্ছা চ্ছিডাংনা গা হাপাবেনা—বা আচীমাই কেবায় ডিৰ্‌বুনা লেম্‌ত-লেয়াম্‌ত লেহেদুয়া। লা যাৰীয় যাঁহ দুংনা ওঁগা দুনেজেন্‌। হয়াম্‌ত চিগা মেন্তৱানা লেকুন।" [বুঢ়ী এতিয়া নেমাৰিবি, ইয়াক ভালকৈ বান্ধি সৈ কঢ়াওঁ। ই যদি স্বৰ্গলৈ যোৱাৰ খৰচ দিয়ে এৰি দিম, নিদিলে ইয়াক আৰু নেৰোঁ, ই আমাৰ ঘৰত খেতি-বাতি কৰি দিব লাগিব। নহলে পুৱা ৰজাক চমজাই দিমগৈ।] ইয়াকে শুনি তাৰ গাত তত নাইকিয়া হল। সি কলে, বুঢ়া ককা, মোক এৰি দিয়ক, মোক দিনত নৰমনিচে দেখিব নেপায়, মই দেৱতা ঐৰাৱত।" বুঢ়াই তেতিয়াও এৰি নিদিয়া দেখি—ঐৰাৱতে কলে, "অ' বুঢ়া। মোক নেবান্ধিব, মই আপোনাক স্বৰ্গলৈ লৈ যাম।" বুঢ়াই স্বৰ্গলৈ যাবলৈ পাম বুলি আনন্দ পালে হয়, কিন্তু বেঙেনা দুসাজমান খাবলৈ মন থকাত ঐৰাৱতক দুদিনমান বলেৰে বুঢ়াৰ ঘৰতে

ৰাখিব খুজিলে। ঐৰাৱতে থাকিব নোৱাৰোঁ বুলি কোৱাত বুঢ়া সেই ৰাতিয়ে স্বৰ্গলৈ যাবলৈ ওলাল। বুঢ়াই ঐৰাৱতৰ কঁকালত ধৰি দুয়ো উৰা মাৰিব খোজোঁতেই বুঢ়ীয়ে ঘৰৰপৰা ঐৰাৱতক বান্ধিবলৈ পঘা এডাল লৈ সেইখিনি পাই দেখে যে বুঢ়াই বুঢ়ীক এৰি স্বৰ্গলৈ যাবলৈ ওলাইছে। বুঢ়ীয়ে বুঢ়াৰ মতলবটো বুজি বুঢ়াৰ কঁকালতে গৰা মাৰি ধৰি কান্দিবলৈ ধৰিলে।

"শৰীল অ' ন জাম্‌ত আঁ চছাৰে চাচ্ছং দুন্ ঐ। আঁকে ন চ্ছংনে কেন্। হাজেম্‌তকে হাজেন্ ঐ হাজাম্‌তকে হাজান্ ঐ আঁকে ন-চ্ছংনে চ্ছিকুনই কেন। চ্ছাপুৰুয় কিং মজিমা আঁয় চ্ছিকা কুৰন্ ঐ চ্ছে-হ য়েকে কান্।" [বুঢ়া অ', তই নেথাকিলে মই অকলে কাৰ লগত থাকিম? ময়ো তোৰ লগতে যাম। খাবলৈ পালেও খাবলৈ নেপালেও ময়ো তোৰ লগতে মৰিবলৈ যাম। এঙাৰৰ দৰে মোৰ অন্তৰ কলা পৰিব, হৃদয়ত জ্বলিব জুই।] কথা বিষম দেখি বুঢ়া মনে মনে থাকিল। বুঢ়ীয়ে বুঢ়াৰ কঁকালত আৰু বুঢ়াই ঐৰাৱতৰ কঁকালত ধৰি স্বৰ্গলৈ যাবলৈ সাজু হল। ঐৰাৱতে দুয়োকো নিব নোৱাৰোঁ বুলি কোৱাত বুঢ়ীয়ে আকৌ ঢেঁকীথোৰাৰ কথা মনত পেলাই দিলে। ঐৰাৱত দুয়োকে নিবলৈ মান্তি হ'ল। বুঢ়া-বুঢ়ী দুয়ো হাতৰ মুঠি টানি ধৰিলে। ঐৰাৱতে উপায় নেপাই বুঢ়া-বুঢ়ীক লৈ উৰা মাৰিলে। এইদৰে উৰি গৈ থাকোঁতে বাটত ঐৰাৱতৰ ভাগৰ লাগিল আৰু বলে নোৱাৰা হল। ঐৰাৱতে কলে, "অ বুঢ়া, মই আৰু দুয়োটাকে নিব নোৱাৰোঁ।" তেনেতে বুঢ়াই একো মাতিবলৈ নৌপাওঁতেই বুঢ়ীয়ে খঙেৰে কলে, "ইমান একোটা বেঙেনা খাব পাৰ, এতিয়া বলে নোৱাৰোঁ বুলিলে হবনে।" এই বুলি কৈ হাতেৰে বেঙেনাৰ জোখ দেখুৱাবলৈ বুঢ়াৰ কঁকালৰপৰা হাত এৰুৱাওঁতেই বুঢ়ী মাটিলৈ পৰি গৈ মৰি থাকিল। বুঢ়া গৈ স্বৰ্গ পালেগৈ। বুঢ়ীৰ স্বৰ্গাৰোহণ তাতে শেষ হল। তাকে কয়, অতি আশাই ভাগ্য নগঢে, ভাগ্য নেথাকিলে ভোগ নিমিলে।

# ককাই ভাইৰ কথা

গিৰাগিৰাছী নামে গাঁৱত দুটা ককাই ভাই আছিল। ডাঙৰটোৰ নাম মনুচিং আৰু সৰুটোৰ নাম পিৰিকাই। মনুচিং বৰ টেঙৰ আৰু পিৰিকাই একেবাৰেই হোজা আছিল। বাপেক মৰিবৰ সময়ত কেইপদমান সম্পত্তি সিহঁতলৈ থৈ যায়। সম্পত্তিৰ ভিতৰত এজনী গাই গৰু, এজোপা তামোল গছ আৰু এখন ফটা কঁথাই প্ৰধান আছিল। এদিন দুয়ো ককাই ভায়ে বেলেগ হোৱাৰ সিদ্ধান্ত কৰিলে। ভায়েক পিৰিকায়ে গাঁৱৰ মানুহ চপাব খোজাত, ককায়েক মনুচিঙে মানুহ চপালে বদনাম হব আৰু ভাই ককাইৰ মৰম নেথাকিব বুলি কৈ গাঁৱৰ মানুহ চপোৱা বন্ধ কৰি সম্পত্তিবিলাক ভাগ কৰাত লাগিল। মনুচিঙে কলে, "পিৰিকাই আগৰ বোপা-ককাইঁতে যেনেকৈ সম্পত্তি ভাগ-বতৰা কৰে, আমিও এতিয়া তেনেকৈয়ে কৰোঁ। গৰু এজনী, তাক দুভাগ কৰি দুয়ো লওঁ। হগা-মূতা কৰা পিছফালটো মই ললোঁ, মূৰৰ ফালে তোক দিলোঁ। গৰুজনীৰ আগডোখৰ তোক দিলোঁ যেতিয়া তামোল জোপাৰ আগ ডোখৰ মই লওঁ, তই গুৰি ডোখৰ ল। ফটা কঁথাখন তই দিনত লবি, ৰাতি মই লম। এতিয়া তই কি কৱ?" পিৰিকায়ে কলে, "তই নিজৰ ককাই হৈ মোক নো আৰু বেয়া ভাগ দিছনে। ভাল হৈছে, তোৰ যি কথা, মোৰো সেই কথা।" এই বুলি দুয়ো সম্পত্তি ভগাই ললে। সেই দিনাৰপৰা ভায়েক পিৰিকায়ে গৰুজনীক ঘাহ-পানী খুৱায়, তামোলৰ গুৰিত সাৰ জাবৰ দিয়ে আৰু জাৰ কালি দিনত কঁথা খন নিজৰ ঢাবি-পাটীত পেলাই থৈ দিয়ে আৰু গধূলি হলে ককায়েকক গতাই দিয়ে। ককায়েকে গৰুৰ গাখীৰ খীৰাই খায়, তামোল পাৰি নিজে খায় আৰু জাৰকালি ৰাতি কঁথাখন লৈ সুখেৰে শুই থাকে। ভায়েকে এইবোৰ কথাৰ একো ভু-কে নেপায়।

এনেতে এদিন চূণপোৰা গাঁৱৰপৰা বুঢ়া মানুহ এজন আহি পিৰিকাইৰ ঘৰত আলহী হল। পিৰিকাই দেখনিয়াৰ আৰু কামে-বনে পাকৈত আছিল। বুঢ়াজনে পিৰিকাইলৈ নিজৰ জীয়েক মিৰাছীক দিয়াৰ কথাৰে দ'ৰাৰ ঘৰ চাবলৈ আহিছিল। মানুহজন বৰ টেটোন আছিল। তেওঁ ভাবী জোঁৱায়েকৰ সা-সম্পত্তিৰ উমান লবৰ কাৰণে সোধাত পিৰিকায়ে ককায়েকে ভাগ কৰা মতেই এজনী গাই গৰু, এজোপা তামোল গছ আৰু ফটা-কঁথা এখনৰ অংশ পাইছে বুলি কলে। পিছ দিনা পুৱা জলপান খাবৰ কাৰণে আলহীয়ে গাখীৰৰ খবৰ লোৱাতহে পিৰিকায়ে গৰু জনীৰ মূৰৰ অংশহে তাৰ বুলি কলে। আৰু লগতে তামোল গছৰ আৰু ফটা কঁথা খনৰ কথাও কলে। তেতিয়া ভাবী শহুৰে ভাবী জোঁৱায়েক কিমান চতুৰ, বুজি পালে আৰু নিজৰ জীয়েকে যে তাক চলাই খাব পাৰিব তাকো জানি তেওঁৰ তালৈ পুতৌ জন্মিল। বুঢ়াই বুদ্ধি দিলে যে নিজৰ অংশবিলাক ঘৰলৈ আনিব লাগে। যদি ককায়েকে নিদিয়ে তেন্তে কাটি কুটি দুই অংশ কৰি হলেও আনিলেহে তেওঁ ছোৱালী দিব। এনেকৈ কোৱাত পিৰিকায়ে সকলো বুদ্ধি বুঢ়াৰপৰা বুজি ললে আৰু ককায়েকে তাক যে ঠগিছে তাকো গম পালে। সেইদিনা দুপৰীয়া ককায়েকক একো নোকোৱাকৈ হাতত কুঠাৰখন লৈ পিৰিকায়ে তামোল জোপাৰ গুৰিতে ঘাপ দিলে। কুঠাৰৰ মাত শুনি মনুচিং ওলাই আহি কলে, "পিৰিকাই কি কৰ, কি কৰ ?" পিৰিকায়ে কলে, "ককাই, মই মোৰ অংশ হে কাটি নিব খুজিছোঁ। তোৰ অংশ ইয়াতে থৈ যাম। কাৰণ তামোলৰ গুৰি ডালত আৰু তামোল নেলাগে নহয়।" এই বুলি পিৰিকায়ে আকৌ ঘাপ দিলে। এনেতে ককাযেকে কথা বিষম দেখি তামোল জোপা উমৈহতীয়া কৰি পাৰি খাবলৈ ৰাজী হৈ ভায়েকক ঘূৰাই পঠালে। তাৰ পিচত পিৰিকায়ে দীঘল দা এখন আনি গৰুজনীক মাজতে কাটি দুভাগ কৰিব খুজি ককায়েকক কলে, "ককাই তোৰ গৰুৰ ভাগ নেহি, মোৰ

ভাগ কাটি নি নিজৰ ঘৰত ঘাঁহ-পানী খুৱাওঁগৈ।” পিৰিকায়ে দাখন দাঙি গৰুজনীক কাটিব খোজোঁতেই ককায়েকে দাখনত ধৰি বাধা দি কলে, “পিৰিকাই, আজিৰপৰা গৰুৰ গাখীৰ দুয়ো সমানে ভাগ কৰি খাম আৰু দুয়ো ঘাঁহ-পানী দি প্ৰতিপাল কৰিম। পোৱালি জগিলে এটা তোৰ এটা মোৰ হব।” পিৰিকায়ে এই বেলিও ৰাজী হৈ ঘূৰি আহিল আৰু ঘৰলৈ আহি ফটা কঁথাখন তিয়াই চাওত মেলি থলে। গধূলি ককায়েকে কঁথা নিবলৈ আহি দেখে যে কঁথা তিতি আছে। সোধাত পিৰিকায়ে কলে যে কঁথাখনত মলি হৈছে আৰু লোকে লোৱা বাহি কঁথা তিয়ালেহে লব পায় বুলি কলে। তেতিয়া ককায়েকে তাকে বুজি কঁথাখন তাক দি অলপ পইচা ললে আৰু নিজে নতুন এখন যোগাৰ কৰি ললে। পিৰিকায়ে তেতিয়াৰপৰা সকলো কথাৰ ভু পালে আৰু বুঢ়াৰ জীয়েক মিৰাছীক বিয়া কৰাই সুখেৰে কাল কটালে।

অন্যায়ৰ ধূলি-বালি বতাহেও নিয়ে ঠেলি।

---

# আম-কঠালৰ জন্ম

অগস্ত্য মুনি ৰঘুবংশৰ পুৰোহিত আছিল। ৰামৰ কোনো এটা যজ্ঞত পৌৰোহিত্য কৰিবৰ কাৰণে অগস্ত্যৰ প্ৰয়োজন হল। ৰামৰ ৰাজ্যত কোনেও অগস্ত্য মুনিক বিচাৰি নেপালে। অৱশেষত জানিব পাৰিলে যে অগস্ত্য ভীষ্মক ৰজাৰ ৰাজ্য কুণ্ডিলত আছেহি। খবৰ পাই শ্ৰীৰামে লক্ষ্মণক সহচৰবৰ্গৰে সৈতে মুনিক বিচাৰি ভীষ্মকৰ ৰাজ্যলৈ পঠালে। অগস্ত্য মুনিয়ে ভীষ্মক ৰজাৰ ছোৱালীৰ পাণি গ্ৰহণ কৰি গৃহবাস কৰি আছিল। মুনিয়ে গৃহধৰ্ম্ম অৱলম্বন কৰি এদিনাখন

পথাৰত হাল বাই থাকোঁতে লক্ষ্মণে তেওঁৰ সহচৰবৰ্গৰে সৈতে পথাৰত ওলায়গৈ। তেতিয়া লক্ষ্মণে তেওঁৰ আগমনৰ বৃত্তান্ত আৰু শ্ৰীৰামচন্দ্ৰৰ নিবেদন মুনিত জনালে। তেতিয়া অগস্ত্যই এই ৰাজ্যত থাকি এই ৰাজ্যৰ ছোৱালীৰ পাণি গ্ৰহণ কৰি গৃহধৰ্ম্ম অৱলম্বন কৰা কথাত অপমান বোধ কৰি পুনৰ শ্ৰীৰামচন্দ্ৰৰ ৰাজ্যলৈ উভতি যাবলৈ অমান্তি হল। কিন্তু ৰামৰ যজ্ঞত মুনিৰ আৱশ্যকতাৰ হেতু আৰু লক্ষ্মণে বৰকৈ অনুৰোধ কৰাত অগত্যা মুনিয়ে উপায় এটা দিয়ে। সেয়ে হৈছে—মুনিয়ে গৰু হালৰ টিকাৰপৰা প্ৰত্যেকৰে এটুকুৰাকৈ মাংস কাটি দুটি টোপোলা বান্ধি দি ৰামক দিবলৈ দি পঠালে আৰু ইয়াকো কলে যে সেই দুটা টোপোলাৰে মুনি নোহোৱাকৈ শ্ৰীৰামচন্দ্ৰই যজ্ঞৰ কাম সমাধা কৰিব পাৰিব। টোপোলা দুটি দিবৰ সময়ত মুনিয়ে লক্ষ্মণক টোপোলা দুটা বাটত খুলি নেচাবৰ বাবে নিৰ্দ্দেশ দিছিল। মুনিয়ে গো-মাংস দিয়াত লক্ষ্মণে মনে মনে অসন্তোষ কৰিলে। সেই কাৰণে লক্ষ্মণে ৰামৰ ৰাজ্য পাবলৈ কিছু দূৰ থাকোঁতে টোপোলা দুটা বাটতে মাটিত পুতি থৈ আহিল। লক্ষ্মণে ৰামৰ আগত অগস্ত্য মুনিৰ সকলো বৃত্তান্ত বৰ্ণনা কৰে।. মুনিক লক্ষ্মণৰ সৈতে নেদেখি ৰামচন্দ্ৰই তাৰ কাৰণ সোধে। উত্তৰত লক্ষ্মণে কয়, "ককাইদেউ, বৰ আচৰিত কথা, আনৰ আগত নকব। মুনিয়ে আপোনালৈ বুলি গো-মাংস দোটোপোলা দি পঠিয়াইছে। কিন্তু অপমান বোধ কৰি টোপোলা দুটা ৰাজ্যৰ বাহিৰত পুতি থৈ আহিলোঁ। কাৰণ এই কথা ৰাজ্যত প্ৰচাৰ হলে ভৱিষ্যতে আমাৰ অপযশ হব।" তেতিয়া ৰামে কলে, "ভাই, তুমি সেই বিষয়ে একো বুজি নোপোৱা। মুনিয়ে দিয়া বস্তু কেতিয়াও বেয়া হব নোৱাৰে। গতিকে তুৰন্তে টোপোলা দুটা লৈ আহাগৈ।" ৰামৰ আজ্ঞা পাই লক্ষ্মণে টোপোলা দুটা আনি ৰামক দিলে। তেতিয়া ৰামে টোপোলা দুটা মেলি চাই দেখে যে এটা টোপোলাত এটা পকা আম আৰু আনটো টোপোলাত এটা পকা কঠাল। ৰামে সেই দুটি ফলেৰে যজ্ঞৰ কাম সম্পন্ন কৰে। তেনে-

কুঁহিয়াকৈয়ে আম আৰু কঠালৰ উৎপত্তি হয়। গৰুবপৰা উৎপন্ন হোৱা কাৰণে আম আৰু কঠালৰ গুটিত নেজৰ আকৃতি চিন থকা বুলি মানুহে কয়।

---

# বুঢ়া-বুঢ়ীৰ সাধু

এখন গাঁৱত এহাল বুঢা-বুঢী আছিল। তেওঁলোকৰ ল'ৰা-ছোৱালী নাছিল। বুঢা-বুঢী বৰ দুখীয়া। বুঢা বৰ খোদ। বুঢা জুহালৰ গুৰিৰপৰা কেনিও উঠি নেযায়। বুঢীয়ে আৰ তাৰ ঘৰত দুই এখন কাম-বন কৰি যি পায় তাকে ঘৰলৈ লৈ আহে আৰু তাৰেই দুয়ো পেটৰ পোৰণি মাৰে। বুঢী গাঁৱৰ মানুহৰ বৰ প্ৰিয়পাত্ৰ হব পাৰিছিল। বুঢাৰ কথা গাঁৱৰ দুই এজন মানুহে কিবা কলেও বুঢীয়ে স্ত্ৰী-ধৰ্ম্ম পালন কৰি মনে মনে থাকে। কোনোবেই বুঢাই খেতি কৰিবৰ বাবে বুঢীক কবলৈ কয়। বুঢীয়ে, বুঢাই খেতি কৰিলে সিহঁতৰ জীৱনৰ সংস্থান হোৱাৰ আশা বহুত দিনৰ আগৰপৰাই কৰিছিল। সেই কাৰণে বুঢীয়ে বুঢাক খেতি কৰিবলৈ কোৱাত চৰটো, ভুকুটো হে উত্তৰত বুঢীয়ে পাইছিল। এদিন বুঢীয়ে বুঢাক খেতি কৰিবৰ বাবে বৰকৈ কবলৈ ধৰিলে আৰু তাই গাঁৱৰপৰা দা এখনো আনি দিলে। বুঢাৰ অলপতে খং উঠে আৰু কাম কৰিবলৈ কলেই বুঢীক মাৰে। সেইদিনা কিন্তু বুঢীক একো নকলে। বুঢা জুই-গুৰিৰপৰা গৈ দা-ধৰোৱাত লাগিল। বুঢাই দা ধৰোৱা দেখি গাঁৱৰ দুই এজনে বুঢাৰ শলাগ ললে, কোনোৱেবা ইতিকিং কৰিলে। বুঢাই কাৰো কথালৈ ভ্ৰূক্ষেপ নকৰিলে। বুঢ়াই দা-ধৰায়হে ধৰায়, কিন্তু ধাৰ নুঠে। খং উঠাত বুঢ়াই দা-খনেৰে শিলটোকে ঘাপ মাৰি

দিলে। শিলটো একে ঘাপেই দোডোখৰ হ'ল আৰু তাৰ মাজৰপৰা বিছা এটা ওলাল। বুঢাই বিছাটো দেখি, বিছাটো লৈ বুঢীক কলে— "বুঢী মই আৰু খেতি নকৰোঁ। এই শিলটোৰ মাজত থকা বিছাটোক নিশ্চয় কোনোবাই খুৱাইছে। নহলে সি তাৰ মাজত জীয়াই থাকিব নোৱাৰে। যদি তাক শিলটোৰ মাজত আহাৰ দিওঁতা আছে তেন্তে আমাকনো খুৱাওঁতা নোলাবনে? এই বিছাটোকনো কোন বিছা-পুহীয়াই খুৱাইছে তাৰ ওচৰলৈ গৈ সুধি চাওঁগৈ। তই ইয়াতে (ঘৰতে) খুজি মাগি খাই থাকিবি।" ইয়াকে কৈ বুঢাই বিছাপুহীয়া বিচাৰি হাবিলৈ গ'ল। হাবিত গৈ চিঞৰি চিঞৰি "বিছাপুহীয়া ক'ত আছা? বিছাপুহীয়া ক'ত আছা?" বুলি মাতিবলৈ ধৰিলে। বুঢাৰ দুখ দেখি বিধতাই দেখা দি কলে, "ময়ে বিছাপুহীয়া, তুমি কি কব খুজিছা কোৱাঁ।" বুঢাই কবলৈ ধৰিলে, "তুমি শিলৰ মাজত থকা বিছাটোক পুহিব পাৰিছা, আমাকহে পুহিব নোৱাৰা। আজিৰ পৰা তুমি আমাকো পুহিব লাগিব। নহলে মই আৰু ঘৰলৈ ঘূৰি নেযাওঁ।" উপাই নেপাই বিধতাই বুঢাক তিনটা গুটি দিলে, লগতে কলে যে বুঢাই যিহকে ভাবি তাৰ গুটি এটা মাৰি দিব, সেয়ে হব। তাৰেই বুঢাই মনোবাঞ্ছা পূৰাই লব পাৰিব। ইয়াকে কৈ বিধতা অন্তৰ্দ্ধান হল। বুঢাই গুটি তিনটা লৈ আনন্দ মনেৰে ঘৰলৈ ঘূৰি আহিল।

বুঢাই ঘৰ পাই বুঢীক সকলো কথা বিবৰি কলে। বুঢাই মনতে ভাবিছিল, প্ৰথম গুটিৰে সা-সম্পত্তি ঘটিব। দ্বিতীয়টোৰে গৰু-ম'হ আৰু তৃতীয়টোৰে ঘৰ-দুৱাৰবোৰ ভাল কৰি লব। কিন্তু বুঢীয়ে খবৰটো শুনিয়েই কলে, "বুঢা, মই তোলৈ অহাৰপৰাই ইমান দিনে কোনো আ-অলঙ্কাৰ নোলোৱাকৈ উদং হয়েই থাকিলোঁ। যি কেইপদ ঘৰৰপৰা আনিছিলোঁ সিও তোৰ বুদ্ধিমতে নাইকিয়া কৰিলোঁ। গতিকে এতিয়া প্ৰথমটো গুটিৰে মোৰ আ-অলঙ্কাৰখিনি উলিয়াই দে।" বুঢীক বুঢাই বুজাবৰ চেষ্টা কৰিছিল যে সম্পত্তি হলেই অলঙ্কাৰো

হব। বুঢীয়ে বুঢাৰ কথাত খং কৰি বুঢাক নানা ধৰণৰ গালি পাৰিবলৈ ধৰিলে। বুঢাৰ খং উঠি, "পোকৰ হক" বুলি বুঢীৰ গালৈ মাৰি দিলে। তৎক্ষণাত বুঢীৰ গোটেই গাটো পোকৰেৰে ভৰি পৰিল। বুঢীয়ে অৱস্থা দেখি কান্দিবলৈ লাগিল আৰু কলে, "বুঢা মোক অলঙ্কাৰ নেলাগে ঐ, আগেয়ে যেনেকৈ আছোঁ তেনেকৈ থাকিম ঐ।" বুঢীৰ অৱস্থা দেখি বুঢাৰ বেয়া লাগিল। ইটো গুটি মাৰি নিপোকৰ হবলৈ কলে। বুঢাই গুটি মাৰি দিয়াৰ লগে লগেই বুঢীৰ গা নিপোকৰ হল আৰু আগৰটো পোকৰ নাইকিয়া হল। এতিয়া বুঢীৰ কষ্ট আৰু বেচি হল। বুঢীয়ে চিঞৰ-বাখৰ লগাই কান্দিবলৈ ধৰিলে। এইবাৰ বুঢাই তৃতীয় গুটিৰে আগৰ পোকৰে পোকৰ হক বুলি কলে। তেতিয়াহে বুঢীয়ে তত পালে। ইফালে বিধতাই দিয়া গুটি তিনটাও নাইকিয়া হল। বুঢীৰ আশাৰো আধ্যা পৰিল। বুঢা-বুঢী দুয়ো ভাগ্যৰ কথাকে ভাবি মনে মনে থাকিল। বুঢাই কলে, "ইয়াকে কয় বোলে বিধতাই দিলেও তিৰোতাই নিদিয়ে।"

---

# শিয়ালৰ পট্টা

এখন হাবিত এজাক শিয়াল আছিল। সিহঁতৰ ভিতৰত এটা আছিল অতি ধূৰ্ত্ত। সি জীৱনত বিয়া কাক বোলে নেজানিলে। এই কথাত সি মনতে বেজাৰ পালেও ছল পালে আনৰ অপকাৰ কৰিবলৈ সুবিধা এৰি নিদিছিল। তাক কোনেও ভাল নেপাইছিল যদিও তালৈ সকলোৱে ভয় কৰিছিল। সেই হাবিৰ কাষতে এজোপা জামু গছ আছিল। তাৰ তলত গৈ সদায় শিয়ালবোৰে জামুগুটি খায়। কিন্তু সেই ধূৰ্ত্ত শিয়ালটোক সিহঁতৰ লগত থাকিবলৈ নিদিয়ে

সি মনে মনে বুদ্ধি সাজিলে যে কেনেকৈ সেই জামু জোপাৰ গুটি সি অকলে খাব পাৰে। এদিন সি গাঁৱলৈ যাওঁতে এখিলা ফটা কাগজ পালে। তাকে লৈ আহি সি জামু গছ জোপাৰ গুৰিতে থৈ আন শিয়ালবোৰক দেখুৱাই কলে যে সেই জামুজোপা তাৰ। তাৰ নামত ৰজাৰ ঘৰৰপৰা সেইখন পট্টা আহিছে। যদি সিহঁতে বিশ্বাস নকৰে তেনেহলে তাৰ নম্বৰ চাব পাৰে বুলি কাগজ খিলা দেখুৱালে।

বপুৰা শিয়ালবোৰে লোকৰ পট্টাৰ জামু খালে জগৰীয়া হব লাগিব বুলি ভয়ত তাৰপৰা আঁতৰি গল। ধূৰ্ত্তই আপোনমনে জামু খোৱাত লাগিল। এনেতে ওচৰৰ গাঁৱৰে এজন ডেকাই তেওঁৰ কুকুৰটো লগত লৈ সেই ফালে পথাৰলৈ গৈছিল। কুকুৰটোৱে শিয়ালটোক দেখিয়েই শিশুপাল খেদা দিলে। কুকুৰটোক দেখি ধূৰ্ত্ত শিয়ালটোৱে তৰানৰা ছিঙি লৰ মাৰিলে। তাক তেনেদৰে পলোৱা দেখি আনবোৰ শিয়ালে সুধিলে, "পিছে ৰবলা ককাই, তোমাৰ পট্টাখন ক'ত এৰিলা? জামু জোপাৰপৰা গুচি আহিলা কিয়?" ধূৰ্ত্তই কলে, "পট্টা আছে, পিছে এতিয়া পট্টা দেখুৱাৰ সময় নহয়, মুৰ্খ কুকুৰে পট্টাৰ দাগ নম্বৰ চিনি নেপায়।" বলীক পায় বলে খলক পায় খলে।

---

# এখন গৃহস্থী

এখন গাঁৱত এঘৰ বৰ চহকী মানুহ আছিল। ঘৰত বুঢা এজনৰ বাদে সকলোৱে কাম কৰিব পাৰে। কৰ্ম্মঠ হৈ থাকোঁতেই বুঢাই পুতেকহঁতৰ কাৰণে বহুতো মাটিবাৰী সা-সম্পত্তি গৰু-ম'হ গোটাইছিল। ল'ৰা আছিল সাতোটা। বুঢাই সকলোলৈকে বোৱাৰী আনি দিলে। ককাই ভাই বেচি কাৰণে সিহঁতলৈ গাঁৱৰ সকলো মানুহে ভয়

কৰিছিল। বুঢ়া জীয়াই থকা অৱস্থাত সাত ভাই ককায়ে মিলা-প্ৰীতিৰে ঘৰখন চলাইছিল। সেই কাৰণে ঘৰখন আগতকৈ বহু গুণে ভালকৈ, চলিছিল কাৰণ সাত ভাই ককায়ে সাত হাল গোনা ম'হৰ হাল বায়। দুকুৰিহতীয়া দুটা ধানৰ ভড়াল। গাই গৰু এজাক। মাইকী ম'হ হলে নাছিল।

এদিনাখন বুঢ়াই সংসাৰ ত্যাগ কৰিলে। পুতেকহঁতে বুঢ়াৰ মৃতকৰ সকাম আদি যথাৰীতি সমাপন কৰিলে। বুঢ়াৰ মৃত্যুৰ পিচৰ পৰাই সাত ভাই ককাইৰ মাজত বিবাদৰ সৃষ্টি হয়—কোন বৰ কোন সৰু, কোনোৱে কাৰো কথা নমনা হল। প্ৰত্যেকে নিজ নিজ ইচ্ছামতে কাম কৰিবলৈ ধৰিলে। কামত, খোৱাত, মিলা-প্ৰীতিৰ ভাব কমিবলৈ ধৰিলে। মদৰ টেকেলিৰ ওচৰ নেপোৱাৰ আগতে ফেঁচাটো হৈ ঘৰ সোমায়। যেতিয়া সুৰা দেৱীৰ শৰণ লয় তেতিয়া প্ৰত্যেকেই নিজৰ বীৰত্ব প্ৰকাশ কৰে। কোনোবাটোৱে যদি নিজৰ বীৰত্ব আৰু বাক্-শক্তি প্ৰয়োগত পৰাজয় স্বীকাৰ কৰিবলগীয়া হয় তেতিয়া নিজৰ তিৰুতাৰ ওপৰত সেই বীৰত্ব দেখুৱায়। এইদৰে কাজিয়া পেচাল কৰিও সিহঁত কেবাবছৰ একেলগে আছিল। সাত ভাই ককাইৰ মাজত অপ্ৰীতিৰ ভাব প্ৰকাশ হোৱাত গাঁৱৰ দুই এজনে ভালেই পালে। সেই কাৰণে গাঁৱৰ মানুহে সিহঁতক বেলেগ হবলৈ বুদ্ধি পৰামৰ্শ আদিও দিলে। ডাঙৰ জনে ভায়েকহঁতৰ মন বুজি ঘৰখনৰ বেমেজালি দূৰ কৰিবলৈ যত্ন কৰিছিল হয়, কিন্তু ফল নধৰিলে। এবাৰ সকলোৱে শালি খেতি একেলগে কৰিলে। খেতি আদায় হোৱাৰ পিছত ৰাজহুৱা সম্পত্তিৰ বিষয়ে প্ৰত্যেকেই অৱহেলা কৰিবলৈ ধৰিলে। আন কি বান্ধি থোৱা গোনাম'হ বান্ধতে থাকিয়েই মৰিবলগীয়া হল। এমাহৰ ভিতৰতে মতাম'হ যিমান আছিল সকলো মৰিল। সাতো ভাই ককায়ে সাতোটা ঘৰ সাজি বেলেগ হল। বাপেকৰ সম্পত্তি যিবা গাই গৰু আছিল সেই বিলাকো অৱস্থাহীন হৈ মৃত্যুৰ মুখত পৰিল। পথাৰৰ ধান ভাগ কৰি যাৰ ভাগত যি পৰিল তাকে ললে।

বেলেগ হোৱাৰ পিছৰপৰাই সিহঁতৰ অৱনতি ঘটিল। পৈত্রিক সম্পত্তিৰে বৰমতা হৈ গাঁৱত বৰমানুহ হব পাৰিছিল। এতিয়া সিহঁতক কোনেও মানুহ বুলিয়ে নভবা হল। অৱশেষত প্রত্যেকেই গৰু একোহাল আনৰপৰা নাইবা নিজে আনৰপৰা টকা ধাৰে লৈ গৰু কিনি খেতি কৰিবলৈ ধৰিলে। গৰুৰ হাল বোৱাৰ পিছত প্রত্যেকে কোনোমতে পেটে-ভাতেহে খাব পৰা হল। বহুত দিন সিহঁতৰ দুখ সুগুচা হৈছিল। অৱশেষত যি পালে তাৰেই কোনোমতে খাব পৰা 'হল যদিও গাঁৱৰ মানুহে আগৰ দৰে সিহঁতলৈ ভয় নকৰা হল।

ডুঁগ' দুম্‌ডে চেছুংচ্ছা ছাংনা
মুছুনী গিৰুম্‌ডে বিঁব।
ডেইয়া জাৰীয় হানৈ চ্ছিকোয়া
জাৰীয় যেঁ কানোমা পিচ্ছ॥

[ আগে একেলগে থাকোঁতে দুটাকৈ আছিল ধানৰ ভঁড়াল,
এতিয়া খাবলৈ নোজোৰে, কিনো আমাৰ জুই লগা কপাল। ]

---

# মেজি-বিহু

এদিন পানীৰ কাষত থকা এটা কেঁকোৰাই ঠিক কৰিলে যে নৰ-মনিচৰ নিচিনাকৈ সিও সকলো পশু-পক্ষীক গোটাই গঙ্গাৰ পাৰতে এটা ডাঙৰ মেজি সাজিব আৰু সেই উদ্দেশ্যে আগদিনা গধূলি ডাঙৰ ভোজৰ আয়োজন কৰিব। পিছে এতিয়া আলোচনা কৰিবলৈ এখন সভা আহ্বান কৰাৰ দৰকাৰ। এই কাম কৰিবৰ কাৰণে কেঁকোৰাই নৈৰ পাৰত ধ্যান কৰি থকা বগলীক লগ ধৰি সকলো কথা কলে। বগলীয়ে কেঁকোৰাক বিশ্বাস নকৰি কাউৰীক কলে, আৰু কাউৰীয়ে

লগত চিলনীক লৈ পুনৰ এটাই কেউজনে কেঁকোৰাৰ লগত আলোচনা কৰিলেগৈ আৰু জাননী দিলে যে এইবাৰ মেজি-বিহুত গঙ্গাৰ পাৰত সকলো পক্ষী আৰু পশুৰ ডাঙৰ বিহু উৎসৱ হব আৰু লগতে আগদিনা গধূলি ডাঙৰ ভোজ পতা হব। এই খবৰ প্ৰচাৰ হলত সকলো পশু-পক্ষী আহি যথাসময়ত যথাস্থানত গোট খালে। সকলো চৰাই-চিৰিকটি মেজি সজাৰ কামত লাগিল। কিছুমানে চান্দা কৰি ভোজৰ আয়োজন কৰিলে। এতিয়া উপযুক্ত ৰান্ধনিৰ কাৰণে সকলোৱে আলোচনা কৰি স্থিৰ কৰিলে যে তিনটা কৰ্ম্মীৰ দল লাগে। এটা ৰান্ধনি, এটা যোগালী, এটা ভকত বহুওৱা আৰু বিলাই দিয়া। ৰান্ধনিৰ ভাৰ দিলে বগলী আৰু বান্দৰক, যোগালীৰ ভাৰ দিলে শিয়াল আৰু কাউৰীক, ভকত বহুওৱা আৰু বিলোৱাৰ ভাৰ দিলে শান্তমূৰ্ত্তি বৰটোকোলা আৰু ভালুকক। ভোজৰ আয়োজন ধুম-ধামেৰে চলিল। সকলো ভকত গোট খাইছে। ভিতৰত ভাগে ভাগে ৰন্ধা-বঢ়াৰ কাম চলি আছে। লাহে লাহে খোৱাৰ সময় ওচৰ চাপিছে। সুবিধা বুজি বাঘ আৰু সিংহই ভকতৰ মাংস খোৱাৰ চিন্তা কৰিছে, শিয়ালে অকলে গোটেই ভোজ খোৱাৰ চিন্তা কৰিছে, বৰটোকোলাই নিজৰ টোঁটোলা ভৰোৱাৰ চেষ্টা কৰিছে আৰু কাউৰীয়ে সিজোৱা মাংস খোৱাৰ চিন্তা কৰিছে। এই বিৰাট ভোজৰ আয়োজন কৰাত দুষ্ট হিংস্ৰুক আৰু লুভীয়াবিলাকে নিজৰ সুযোগ সুবিধা আদায় কৰিবৰ উপায় পোৱাত কেঁকোৰাক নথৈ শলাগিছে। নিৰীহ আৰু শান্তসকলে, সকলো প্ৰাণী একে লগ হোৱাৰ আশাত আৰু হিংস্ৰুকবিলাকৰ স্বভাৱ পৰিবৰ্ত্তন কৰাৰ চিন্তাত কেঁকোৰাক ভাল বুলি শলাগিলে। সকলোৱে নিজ স্বাৰ্থৰ কাৰণে চিন্তা কৰি থাকোঁতেই শিয়াল আৰু বান্দৰে মনে মনে এটা বুদ্ধি উলিয়ালে। সিহঁতে মেজিত জুই লগাই দি সকলোকে ভোজৰপৰা খেদি দিবলৈ মনস্থ কৰিলে। ইফালে সকলো ভকতে ভোজত আনন্দ মনেৰে ভাতৰ পাত সমুখত লৈ বহি আছে। সকলো আপোন-পাহৰা

শিয়াল আৰু বান্দৰে সেই সময়ত জয়ধ্বনি কৰিবলৈ কলে। হিংস্ৰক জন্তুবোৰৰ জয়ধ্বনিত সৰু সৰু পশু-পক্ষীবোৰৰ জীউ উৰি গ'ল। সিহঁতে পলাই যোৱাৰ বাহিৰে অন্য উপায় নেদেখি পলাবলৈ ধৰিলে। তৎক্ষণাত এক হুলস্থুল আৰম্ভ হল। সকলোৱে ভোজ-ভাত পাতত্তে এৰিলে। ৰাতি এন্ধাৰত কিছুমান গৈ মেজিত সোমাল। শহাই বুদ্ধি কৰি ভোজ-ঘৰত জুই দি শিয়াল আৰু কাউৰীক পুৰি মাৰিলে। সিংহ আৰু বাঘেও সৰু জন্তুবোৰ হাতত্তে পোৱাত হেঁপাহ পলুৱাই ভক্ষণ কৰোঁতে নিজৰ অৱস্থা বেয়া হল। সিহঁতে লৰিব চৰিব নোৱাৰা হল। সিহঁতৰ টোপনি আহিল। গতিকে য'তে ত'তে পৰি থাকিল। ইফালে জুয়ে থাওঁ থাওঁ মূৰ্ত্তি ধৰি আহি সিহঁতক চিৰ-দিনলৈ শুৱাই দিলে। এনেকৈয়ে কাৰো ভোজ খোৱা নহল। ভোজনৰ কাম ইমানতে অন্ত পৰিল। সেই দিনাৰপৰাই সিহঁতৰ মাজত বিদ্ৰোহৰ ভাৱ জাগি উঠিল। সেই দুষ্ট মনোবৃত্তিৰ ফলত আজিও কোনো কাৰো ওচৰা-উচৰি হব নোৱাৰা হল।

---

# সৃষ্টিৰ সাধু

পৃথিৱীৰ দেৱতাৰ নাম খ্ৰেন আৰু আকাশৰ দেৱতাৰ নাম মাটাই আছিল। অতি পুৰণি কালত মাটায়ে জোন আৰু বেলি স্ৰজন কৰি আকাশত থৈছিল। জোন আৰু বেলিক স্ৰজাৰ পিছত তেওঁ পৃথিৱীখন স্ৰজে। কিন্তু পৃথিৱীখন আকাশতকৈ গধুৰ আছিল, সেইবাবে পৃথিৱীখন আকাশৰপৰা তললৈ খহি পৰিল। তেতিয়া তেওঁ মনে মনে ভাবিলে যে পৃথিৱীত থাকিবৰ বাবে কিছুমান জীৱলগা প্ৰাণী স্ৰজন কৰা দৰকাৰ; নহলে পৃথিৱীখন বৰ নিজান আৰু দেখাত আপচু হ'ব।

তেওঁ বহুত পৰ ভাবিলে, কিন্তু স্ৰজন কৰিব খোজা প্ৰাণীবোৰৰ আকাৰ কেনেকুৱা হ'ব তাক থিৰাং কৰিব নোৱাৰিলে। তেতিয়া তেওঁ খ্ৰেনৰ ওচৰলৈ বুধি বিচাৰি গ'ল। খ্ৰেনে ক'লে, "মই তোমাৰ অনুকৰণ কৰো আৰু তুমি মোৰ অনুকৰণ কৰা। এইদৰে স্ৰজন কৰি থাকোঁতে নিশ্চয় আমি এসময়ত ধুনীয়া প্ৰাণী স্ৰজিব পাৰিম।"

দুয়ো স্ৰজন কৰিবলৈ বহিল আৰু খ্ৰেনে মানুহৰ আকাৰ গঢ়ি উলিয়ালে। মানুহৰ গঢ় ধুনীয়া কৰিবৰ কাৰণে তেওঁ বুকুত এসোপা মঙহ দিলে। তেওঁ গঢ়া প্ৰাণীটো মঙহাল আৰু দেখাত আলসুৱা যেন হ'ল। মাটায়ে খ্ৰেনে গঢ়া আকৃতিটোলৈ চালে আৰু তাত থকা দোষবোৰ গুচাই নতুন এটা আকৃতি গঢ়িবৰ বাবে যত্ন কৰিলে। মাটায়ে এইবাৰ গঢ়া আকৃতিটোৰ বুকত অনাৱশ্যক মঙহ নিদিলে, কিন্তু প্ৰাণীটোক শক্তিমান আৰু তজবজীয়া কৰি গঢ়িবলৈ চেষ্টা কৰিলে। মাটায়ে গঢ়া প্ৰাণীটো মতামানুহ আৰু খ্ৰেনে গঢ়া প্ৰাণীটো মাইকীমানুহ হ'ল। মাটায়ে তেতিয়া মতামানুহটোক ছাঙ্গিলাঙ্গলৈ

যাবলৈ আদেশ দিলে আৰু তাতে তাক থাকিবলৈ ক'লে। তাৰ পিছত খ্ৰেন আৰু মাটায়ে আন আন প্ৰাণী স্ৰজিব খুজিলে। মাটায়ে তেতিয়া মানুহৰ হাত এখনৰ গঢ়ৰ সৰু বস্তু এটা সাজি তাক জীৱ দিলে। খ্ৰেনে এই নতুন জীৱৰ নাম দিলে 'ছাংখ্ৰান'। কিন্তু 'ছাংখ্ৰান' দেখাত আপচু হোৱাত মাটায়ে তাক আকাশৰপৰা পৃথিৱীলৈ পেলাই দিলে। ছাংখ্ৰানে পৃথিৱীত পৰি এটা গাঁত কৰিলে আৰু তাৰ মাজলৈ সোমাই গ'ল।

পৃথিৱীৰ তলত অগাধ পানী আছিল। ছাংখ্ৰান যেতিয়া গাঁত কৰি তুললৈ সোমাই গ'ল, তেতিয়া পৃথিৱীৰ তলত থকা পানীবোৰ প্ৰচণ্ড বেগেৰে ওপৰলৈ ওলাই আহিবলৈ ধৰিলে। ছাংখ্ৰানে পৃথিৱীৰ গাত আৰু এটা সুৰুঙা কৰিলে আৰু তাৰ মাজেদিও পানী ওলাবলৈ ধৰিলে। যেতিয়া পৃথিৱীৰ ওপৰভাগত পানী গোট খাবলৈ ধৰিলে তেতিয়া খ্ৰেনে আৰু মাটায়ে পানীবোৰক একো একোটা সুঁতি হৈ বৈ যাবলৈ ক'লে। তেওঁলোকে এটা সুঁতিৰ নাম টাল্লা বা লোহিত দিলে আৰু আনটোৰ নাম 'কলম কমাই' থ'লে।

---

# পৃথিৱীৰ ওপৰভাগ সমান নহল কিয় ?

অতি পুৰণি কালত দুজন বৰ বলী দৈত্য আছিল। সিহঁতৰ নাম দ্ৰাকু আৰু ছুপাইদাং আছিল। সিহঁত বৰ বলী আৰু পৰাক্ৰমী হলেও সিহঁতে বেচি পৰিশ্ৰম নকৰি হেলাৰঙে দিনবোৰ কটাইছিল। এদিন দ্ৰাকুৱে নৈ এখনৰ পাৰত ছুপাইদাঙক লগ পাই ক'লে, "ককাই আহাঁ, আমি এনেকুৱা এটা কাম কৰি থৈ যাওঁ, যি কামটোৱে আমাৰ বল আৰু ক্ষমতাৰ কথা যুগমীয়া কৰিব।" ছুপাইদাং ৰাজী

হ'ল, কিন্তু কি কামটো কৰিব, বেচেৰাই ভাবি গুণি একো ওৰ নেপালে। বহুত পৰ ভবা-গুণাৰ পিছত সিহঁতে থিৰ কৰিলে যে দুয়োটাই দুফালৰপৰা পৰ্ব্বতবোৰ ভাঙি গুড়ি কৰিব আৰু পৃথিৱীৰ ওপৰখন একেবাৰে সমান কৰি পেলাব।

দৈত্যৰ যেনে কথা তেনে কাম। সিহঁত দুয়ো পৃথিৱীৰ দুটা মূৰলৈ গ'ল আৰু এফালৰপৰা পৰ্ব্বত-পাহাৰ সকলোবোৰ ভাঙি গুড়ি কৰি ধূলি আৰু বালি কৰি পেলাবলৈ ধৰিলে।

এজোপা বৰ ওখ গছত বাহ সাজি চেৰাই নামে এটা চৰায়ে, পো-পোৱালিৰে সৈতে বাস কৰিছিল। দৈত্যবোৰৰ কাম দেখি সি মনতে বৰ ভয় খালে। সি ভাবিলে যে ইহঁতৰ কামত বাধা নিদিলে গোটেই পৃথিৱীতে পৰ্ব্বত পাহাৰ নাইকিয়া হ'ব। তাৰ উপৰি পৰ্ব্বত পাহাৰ নাইকিয়া হ'লে গছ-গছনিও নাইকিয়া হ'ব আৰু চৰাইবোৰে আশ্ৰয় লবলৈ আৰু বাঁহ সাজিবলৈও ক'তো ঠাই নেপাব। মনে মনে এনেদৰে ভাবি চৰাইটো দৈত্যহঁতৰ ওচৰলৈ গ'ল আৰু ক'লে—"ককাইহঁত ! মোৰ ফালে এবাৰ মন কৰাচোন। তোমালোকে দিনে ৰাতিয়ে অকণো জিৰণি নোলোৱাকৈ পৰ্ব্বত পাহাৰ ভাঙি গুড়ি কৰিছাঁ, কিন্তু তোমালোকৰ নিজৰ ঘৰত কি হৈছে তাৰ 'বা-বাতৰি কেতিয়াবা লৈছানে ?" তেতিয়া দৈত্যহঁতে কাম কৰিবলৈ এৰি চৰাইটোৱে নো কি ক'ব খুজিছে তালৈ মন কৰিলে। চৰাইটোৱে ক'লে যে সিহঁতে ইফালে কাম কৰি থাকোঁতে, সিফালে সিহঁতৰ মাক আৰু দেউতাক ঢুকাল আৰু সিহঁতৰ ঘৈণীয়েকহঁতৰো গা ভাল নহয়।

দ্ৰাকু আৰু ছুপাইদাং এই বাতৰি শুনি স্তব্ধ হ'ল আৰু বেজাৰত বহুত পৰলৈকে একো নোকোৱা নেমেলাকৈ বহি ৰ'ল। অৱশেষত ছুপাইদাঙে ক'লে, "ককাই, কাৰো মাক-বাপেক চিৰকাল নেথাকে। আলৰ বুঢ়া হ'লে তেওঁলোক পো-পোৱালিৰ বাবে আহুকালৰ কাৰণ হে হয়। কিন্তু ঘৰপতা কামটো বৰ টান। পৃথিৱীত অলপ যত্নতে

বহুত বস্তু পায়, পিচে ভাল ঘৈণী বিচাৰি পোৱাটো বৰ কঠিন। ভাল ঘৈণী এজনী থাকিলে মানুহে নমৰালৈকে গৃহস্থালিৰ সুখ ভোগ কৰিব পাৰে আৰু ঘৰৰ ঘৈণীজনীৰ হানি বিঘিনি হ'লে, ঘৰ গুচি বাঁহতল হয়। গতিকে আমি নথকাত যদি কষ্টত পৰি আমাৰ ঘৈণীহঁত ঢুকাব লাগে তেনে বৰ বেজাৰৰ কথা হ'ব।"

দ্ৰাকুৰেও কথাখিনি শুনি মূৰ দুপিয়াই শলাগিলে আৰু তাতে হয়ভৰ দিলে। তাৰ পিচত দুয়োটা দৈত্যই পৰ্ব্বতপাহাৰ ভঙাৰ কামটো বাদ দি ঘৰলৈ উলটি যোৱাটোকে থিৰ কৰিলে। সিহঁতে পৰস্পৰক্লৰপৰা বিদায় লৈ সিহঁত ঘৰা-ঘৰি গুচি গ'ল। দৈত্যহঁতে গোটেইবোৰ পৰ্ব্বত-পাহাৰ নভঙাৰ কাৰণে পৃথিৱীৰ ওপৰখন সমান নোহোৱাকৈ ৰ'ল।

---

# বিজুলীৰ জন্ম

অতি পুৰণি কালত পৃথিৱীখন ভূত-প্ৰেতেৰে ভৰি আছিল। এই ভূত-প্ৰেতবোৰ ওখ গছ আৰু পৰ্ব্বতত বাস কৰিছিল। ইহঁতে বনৰীয়া জন্তুবোৰৰ মাংস খাইছিল আৰু কেতিয়াবা কেতিয়াবা গাঁৱলৈ আহি মানুহো খাইছিল। সেই সময়ত এখন গাঁৱত আবা-ৰা নামে এটা মানুহ আছিল। তাৰ এজনী দীপলিপ ধুনীয়া ছোৱালী আছিল। ছোৱালী জনীৰ নাম আছিল ওমফ্লান। সিহঁতৰ ঘৰৰ পৰা অলপ আঁতৰত থকা এটা সৰু পাহাৰত ছিংফুং নামে এটা ভূতেও বাস কৰিছিল। ছিংফুঙৰ মনত এটা হেঁপাহ আছিল আবা-ৰাৰ ছোৱালী জনী খোৱা। কিন্তু সি এটা কথাত ভয় খাই আছিল। সেই কথাটো হৈছে যে আবা-ৰা এটা বৰ বলী মানুহ আছিল আৰু সি জীয়েকক ঘৰৰপৰা দূৰলৈ যাবলৈ নিদিছিল।

এদিন আৰা-ৰা কিবা কামত একালে ওলাই যাবলগীয়া হ'ল। ছোৱালীজনীয়ে ঘৰৰ বাহিৰলৈ গ'লে যে কিবা বিপদ হ'ব পাৰে, তাক নেজানিছিল। তাই একো নভবা নিচিন্তাকৈ ঘৰৰপৰা ওলাই গ'ল। অলপদূৰ গৈ তাই দেখিলে যে এজোপা গছত লোমা-লোমে পকা ফল লাগি আছে। লোভত তাইৰ জিভাৰপৰা পানী ওলাবলৈ ধৰিলে আৰু তাই ফল পাৰিবলৈ গছ জোপাৰ ওপৰলৈ উঠিল। তাই হেঁপাহ পলুৱাই পকা পকা ফল খাই আছে, এনেতে হঠাৎ তাই দেখিলে যে ছিংফুং বোলা ভূতটো গছজোপাৰ ফালে আহিছে। প্ৰাণৰ ভয়ত তাই গছৰপৰা নামি ঘৰৰ ফালে লৰ মাৰিলে। ভূতেও চিকাৰ পলোৱা দেখি পাছে পাছে খেদা মাৰিলে। অৱশেষত ভূতটোৱে তাইক ধৰোঁ ধৰোঁ হ'ল আৰু তায়ো প্ৰাণৰ আশা এৰি এজোপা গছৰ খোৰোং এটাৰ ভিতৰত সোমাল। খোৰোঙৰ ভিতৰত সোমাই তাই প্ৰাণৰ ভয়ত হুৰাওৰাৱে কান্দিবলৈ ধৰিলে। ভূতটোৱে বাহিৰত বৈ থাকি তাইক ওলাই আহিবলৈ আদেশ দিলে।

এনেতে ৰাতি হ'ল আৰু আকাশত তৰা ওলাল। আকাশত তৰা ওলোৱা দেখি ছোৱালীজনীয়ে তৰাবিলাকক কাকুতি মিনতি কৰিবলৈ ধৰিলে—যাতে তেওঁলোকে তাইক ৰক্ষা কৰে। এটা তৰাই তাইৰ অৱস্থা দেখিলে আৰু তেওঁৰ মনত দয়া উপজিল। সেই তৰা-টোৱে তাইক আকাশলৈ দাঙি লৈ গ'ল। ছিংফুঙে এই সকলোবোৰ ঘটনা দেখি আছিল। সিও আকাশলৈ যাবৰ মন কৰিলে আৰু সেই বাবে সিও খোৰোঙৰ ভিতৰ সোমাই তাক আকাশলৈ নিবলৈ তৰালৈ প্ৰাৰ্থনা জনালে। ছোৱালীজনীয়ে তেতিয়া আকৌ ভয় খালে আৰু ছিংফুঙক মাৰি পেলাবৰ কাৰণে তৰাক অনুৰোধ কৰিলে। তেতিয়া তৰাই বজ্ৰৰ দেৱতা তামা-ওকক ভূতটো মাৰি পেলাবলৈ ক'লে। ভূতলৈ মাৰি পঠোৱা বজ্ৰপাট গছজোপাৰ ওপৰত পৰিল আৰু ভূত আৰু গছ দুয়ো পুৰি ছাই হ'ল। তামা-ওকে তাৰ পিচত তৰাৰপৰা ছোৱালীজনী নিজৰ ঘৰলৈ আনি বিয়া কৰালে।

তেতিয়াৰেপৰা আব্রা-ব্রাৰ জীয়েক ডাব্রবো ওপৰত নিজৰ স্বামীৰে সৈতে বাস কৰিবলৈ ল'লে। কিন্তু মাজে মাজে তাইৰ নিজৰ ঘৰ-দুৱাৰ আৰু পৃথিৱীৰ কথা মনত পৰে। তেতিয়া তাই গিৰীয়েকৰে সৈতে পৃথিৱীলৈ আহে। পৃথিৱীৰপৰা আকৌ আকাশলৈ ঘূৰি যাওঁতে তাইৰ ভৰি আৰু উৰু পৃথিৱীৰপৰা দেখা পায়। সেই কাৰণে কামান ফৈদৰ মিছিমিবিলাকে বিজুলী মাৰিলেই কয় যে "আব্রা-ব্রাৰ জীয়েক পৃথিৱীলৈ আহিছিল।"

---

# সূর্য্যগ্রহণ কেনেকৈ হয়

বহুতদিনৰ আগতে আকাশত চাৰিটা সূর্য্য আছিল। এই চাৰিটা বেলিৰপৰা অতিপাতকৈ তাপ ওলাই পৃথিৱীত পৰিছিল। অতিপাত তাপৰ ফলত পৃথিৱীত কোনো প্রকাৰৰ শস্য বা শাক-পাচলিৰ খেতি নহৈছিল। মানুহে খেতি কৰিবৰ কাৰণে পুৱাৰেপৰা গধূলি-লৈকে কপালৰ ঘাম পেলাই অতিপাত পৰিশ্রম কৰিছিল। কিন্তু কিবা শস্য গজিলেও অলপদিনৰ ভিতৰতে চাৰিটা বেলিৰ তাপে সেইবোৰ শুকুৱাই পেলাইছিল।

এদিন সকলো ৰাইজ গোট খাই এখন কেবাং বা মেল পাতিলে। মেলত থিৰাং হ'ল যে চাৰিটাৰ ভিতৰৰ তিনটা সূর্য্য ধ্বংস কৰিব লাগিব। তেওঁলোকে ভাবিলে যে এটা সূর্য্যৰপৰা যি তাপ আৰু পোহৰ ওলায়, পৃথিৱীৰ বাবে সেয়েই যথেষ্ট হ'ব। তাৰ পিছত সমূহ ৰাইজে আঠজন বলী আৰু সাহিয়াল মানুহ বাছিলে। তেওঁ-লোকৰ ওপৰত স্বর্গলৈ গৈ দুষ্ট সূর্য্য তিনটাক ধ্বংস কৰাৰ ভাৰ পৰিল। তেওঁলোকৰ লগত দুটা কুকুৰো দিয়া হ'ল।

মনত অসীম উৎসাহ লৈ মানুহকেইজনে যাত্ৰা কৰিলে। বিশ্বাসী কুকুৰ কেইটাও লগে লগে গ'ল। কিছুমান দিনৰ পাছত, সিহঁত স্বৰ্গ পালেগৈ। তাত সূৰ্য্যবিলাকৰে সৈতে সিহঁতৰ তয়া-ময়া ৰণ লাগিল। সূৰ্য্যবিলাক ৰণত হাৰিল আৰু সিহঁতে তিনটা সূৰ্য্যক মাৰি, নৈত উটাই দিলে। এইবোৰ কাম শেষ কৰোঁতে বহুত দিন লাগিল। স্বৰ্গৰ জল-বায়ুৱে পৃথিৱীৰ মানুহ কেইটাক মুগুজা হ'ল। সিহঁতে ভাবিলে যে ইমানতে পৃথিৱীলৈ ঘূৰাহে ভাল হ'ব। সেই বাবে সিহঁতে তাফিঅ' নামে কুকুৰটোক বাকী থকা সূৰ্য্যটোৰ ওচৰত ৰখীয়া থৈ ঘৰলৈ উলটিল। কিন্তু পৃথিৱীৰ মানুহ অমৰ নহয়, সেইবাবে পৃথিৱীৰ মাটি নৌ পাওঁতেই আঠজনৰ ভিতৰৰ সাতজনৰ মৃত্যু হ'ল। মাত্ৰ এজন মানুহ আৰু কুকুৰটো আহি পৃথিৱী পালেহি। তিনটা সূৰ্য্যক ধ্বংস কৰাৰ বিৱৰণ শুনি মানুহবিলাকে মনত বৰ ৰং পালে আৰু গোটেই পৃথিৱী আনন্দেৰে ভৰি পৰিল।

লগৰ সূৰ্য্যবিলাকৰ মৃত্যুত বাকী থকা সূৰ্য্যটোৰ মন বেজাৰেৰে ভৰি পৰিল। সি দিনে ৰাতিয়ে কান্দি থাকিবলৈ ধৰিলে আৰু ক্ষীণাই শুকাই একেবাৰে ছাঁটোৰ নিচিনা হ'ল। সি নিজৰ কৰ্ত্তব্যলৈও আওহেলা কৰিবলৈ ধৰিলে আৰু নিয়মমতে পৃথিৱীলৈ তাপ আৰু পোহৰ নপঠিওৱা হ'ল। ৰখীয়া কুকুৰ তাফিঅ'ই এই গোটেই-বোৰ কাণ্ড দেখি আছিল। সূৰ্য্যই নিজৰ কাম নকৰা দেখি তাৰ বৰ খং উঠিল। খঙত ৰ'ব নোৱাৰি এদিন সি জাঁপ মাৰি সূৰ্য্যৰ ওপৰত পৰিল আৰু সূৰ্য্যৰ গাৰপৰা কামুৰি মঙহ এডোখৰ এৰুৱাই আনিলে। তেতিয়াৰেপৰা তাফিঅ'ই বছৰে এবাৰকৈ সূৰ্য্যক কামোৰে আৰু নিজৰ কাম ভালকৈ কৰিবলৈ সাৱধান কৰি দিয়ে। সেইকাৰণে যেতিয়াই তাফিঅ'ই সূৰ্য্যক কামুৰিবলৈ ধৰে তেতিয়াই সূৰ্য্যৰ এক অংশ কুকুৰটোৰ মুখখনে ঢাকি ধৰে আৰু সূৰ্য্য গ্ৰহণ হয়।

---

# পৰ্ব্বতৰ দেৱতা আৰু মৃত্যুৰ দেৱতাৰ যুদ্ধ

দেৱতা মাটায়ে প্ৰথমে পৃথিৱীখন স্ৰজে। পৃথিৱীখন প্ৰথমতে জনপ্ৰাণীহীন আৰু নিজান আছিল। মাটায়ে ক্ৰমে মানুহ আৰু আন আন জীৱ-জন্তুবিলাক স্ৰজন কৰে। তাৰ পিছত মানুহক পৃথিৱীত সুখেৰে থাকিবৰ কাৰণে জুই, পানী, আহাৰ, অস্ত্ৰশস্ত্ৰ আদি স্বৰ্গৰপৰা আনি দিয়ে। তেওঁ স্ৰজন কৰাৰ কামত ইমান ব্যস্ত হৈ থাকিবলগীয়া হৈছিল যে মানুহবোৰ পৃথিৱীত সুখেৰে আছেনে নাই চাবলৈ তেওঁৰ সময় নাছিল। সেই কাৰণে তেওঁ তেওঁৰ তলতীয়া দুজন দেৱতাক পৃথিৱীলৈ পঠিয়ালে। এওঁলোকক মাটায়ে কলে যে পৃথিৱীত মানুহবোৰ সুখেৰে আছেনে নাই, তাৰ আঁতি-গুৰি লৈ আহি তেওঁক জনাব লাগে। এই দেৱতা দুজনৰ এজনৰ নাম কুপা আৰু আনজনৰ নাম কাচামফান।

কুপা আৰু কাচামফান পৃথিৱীলৈ আহিল কিন্তু মানুহৰ সুখ-দুখৰ আঁতি-গুৰি ল'বলৈ নগৈ সিহঁতে ইফালে সিফালে এনেয়ে ঘূৰি ফুৰিবলৈ ধৰিলে। এইদৰে অনাই বনাই ঘূৰি ফুৰোঁতে এদিন কাচামফানে কুপাক লগ পালে আৰু সুধিলে, "বন্ধু, তুমি কিমান ঠাই দেখিলা?" কুপাই উত্তৰ দিলে যে তেওঁ বেচি ঠাই দেখা নাই। তেওঁ এতিয়ালৈকে পৃথিৱীৰ নিচেই অলপমান অংশহে দেখিছে। তেতিয়া কাচামফানে বুকু ফুলাই ডাক্কোপ মাৰি কলে— "তেনেহলে তুমি হাৰিলা, মই জিকিলোঁ। মই পৃথিৱীখনৰ সমানে এফাল দেখিলোঁ।"

কাচামফানৰ ডাক্কোপ মৰা কথাত কুপাৰ বৰ খং উঠিল। সি কলে যে আধা পৃথিৱী চাই কাচামফানে তাক হৰুৱাব নোৱাৰে। যদি সঁচাকৈয়ে হৰুৱাব খুজিছে তেন্তে সি এইখিনিতে কুপাৰ লগত যুঁজ কৰক। যুঁজত কোন জিকে আৰু কোন হাৰে তাৰ মীমাংসা হৈ যাব।

ততালিকে কুপা আৰু কাচামফানৰ যুঁজ লাগিল। কাচামফানে কুপাৰ ডিঙিত দুই হাতেৰে সাবটি ধৰিলে আৰু কুপাই কাচামফানৰ কঁকালত ভালকৈ ধৰি ললে। প্ৰথমতে কাচামফানে কুপাক থেকেচা মাৰি মাটিত পেলালে, কিন্তু কুপাও বৰ বলী আছিল। সি কাচামফানক বগৰাই হেঁচা মাৰি ধৰি থাকিল। কাচামফানে বহুত পৰ উঠিবৰ বাবে ধৰফৰালে, কিন্তু উঠিব নোৱাৰিলে।

এইবোৰ দেখি শুনি মাটাইৰ বৰ খং উঠিল। তেওঁ কাচামফান আৰু কুপাক তেওঁৰ ওচৰলৈ মতাই অনালে। তেওঁ কাচামফানক ক'লে, "তোমাৰ কামৰদ্বাৰা প্ৰমাণ হৈছে যে তুমি অবিশ্বাসী। সেই বাবে মই তোমাৰ ওপৰত অসন্তুষ্ট হৈছোঁ। এতিয়াৰেপৰা তুমি মানুহৰ ঘৰৰ অপৰিষ্কাৰ অংশবিলাকত আৰু কবৰখানাবোৰত থাকিবলৈ ল'বা। বেমাৰী মানুহ আৰু বুঢ়া মানুহবোৰক তুমি খাবা।" ইয়াৰ পিচত তেওঁ কুপাক স্বৰ্গৰপৰা নিৰ্ব্বাসিত কৰিলে আৰু এটা ডাঙৰ পৰ্ব্বতৰ গুহাত থাকিবলৈ দিলে।

তেতিয়াৰেপৰা কাচামফানে পৃথিৱীৰ বেমাৰী আৰু বুঢ়া মানুহ-বিলাকক খাবলৈ ধৰে। যেতিয়াই কোনো মানুহ টান বেমাৰত পৰে, সি তাৰ ওচৰলৈ যায় আৰু খাই খাই মানুহটোৰ জীৱন শেষ কৰি পেলায়। কুপায়ো পৰ্ব্বতৰ গুহাৰ মাজত থাকিবলৈ ল'লে। কামান মিছিমিসকলে কুপা আৰু কাচামফানলৈ ভয় কৰি চলে। কোনো মানুহ বেমাৰত পৰিলে কাচামফানলৈ পূজা আগ বঢ়োৱা হয়, যাতে তেওঁ বেমাৰী মানুহটোৰ একো অপকাৰ নকৰে। কুপাৰ কাৰণে তেওলোকে পৰ্ব্বতৰ মাজেদি যাওঁতে যিমান দূৰ পাৰে নিঃশব্দে যায়, যাতে গণ্ডগোলত কুপাই একো আমনি নেপায়।



# অতিলোভৰ ফল

মাটাই দেৱতাই জানে নামেৰে মানুহ এটা সৃজন কৰি তাক কাঙ্গি-লাং নামে ঠাইত থাকিবলৈ দিলে। পিছে জানেৰ ভৰিত গোধা বেমাৰ হ'ল আৰু তাৰ ফলত সি এঠাইৰপৰা আন ঠাইলৈ যাবলৈ অসুবিধা পোৱা হ'ল। এদিন মাটাযে জানেৰ খবৰ ল'বলৈ আহিলত সি তেওঁৰ আগত তাৰ দুৰ্দ্দশাৰ কথা বিতংকৈ কলে আৰু তাক কেইটামান শস্যৰ গুটি দিবলৈ ক'লে। জানেৰ দুখ দেখি মাটাইৰ মনত দয়া উপজিল। তেওঁ তাক কেইটামান গুটি দি ক'লে, "তোমাৰ ভৰিৰপৰাই মানুহ জাতি ওলাব আৰু সেই মানুহবিলাকে মাটিত হাল বাই তাত শস্যৰ গুটি পচাব।" কিছু দিনৰ পাছত জানেৰ ভৰিৰপৰা আঠোটা লৰা উপজিল।

মাটায়ে কাঙ্গি-লাঙত এজোপা সোণোৱালী গছ ৰুই তাত দুটা চৰাই থৈ দিছিল। সেই চৰাই দুটাই পথাৰৰ শস্য ৰাখিছিল। শস্যৰ অপকাৰী পোক-পৰুৱা পথাৰলৈ আহিলে চৰাই দুটাই তৎক্ষণাৎ সেইবোৰ খাই পেলাইছিল। চৰাই দুটাই পোক-পৰুৱা-বোৰ খাই থকাত শস্যবোৰ লহ-পহকৈ বাঢ়িবলৈ ধৰিলে। শস্যবোৰ বাঢ়ি অহা দেখি জানেয়ে বৰ ৰং পালে। জানেয়ে খেতি-পথাৰ আৰু বেচিকৈ বঢ়াবলৈ মনতে পাঙিলে। কিন্তু তাৰ মনত ভয় হ'ল কিজানি পোকে শস্যবোৰ খাই পেলায়। সেই বাবে সি সকলোবোৰ পোক একেবাৰে মাৰি পেলাবৰ মনেৰে খৰি খেৰ গোটাই একুৰ ডাঙৰ জুই ধৰিলে। জুইৰ ধোঁৱা গোটেইখনতে বিয়পি পৰিল। শস্যৰখীয়া চৰাই দুটা গছৰ ওপৰত আছিল। সিহঁতো ধোঁৱাৰ মাজত উশাহ ল'ব নোৱাৰা হৈ মৰি থাকিল।

চৰাই দুটা মৰাত মাটাই দেৱতাই মনত বৰ দুখ পালে।

জানেৰ অতিলোভৰ শাস্তি দিবৰ মনেৰে তেওঁ এটা শগুন পৃথিৱীলৈ পঠিয়ালে আৰু তাক জানেৰ লৰাবোৰ খাবলৈ ক'লে। জানেয়ে শগুনটো দেখি ভাবিলে যে ই যদি সোণোৱালী গছত থাকিবলৈ লয়, তেনেহলে ই নিশ্চয় মোৰ খেতি আৰু লৰাবোৰৰ অপকাৰ কৰিব। সেই বাবে সি গছজোপা কাটিবলৈ ল'লে। গছজোপা বৰ ওখ আছিল আৰু আগটোৱে আকাশ চুইছিলগৈ। গছজোপা পৰোঁতে সূৰ্য্যৰ গাত লাগিল আৰু সূৰ্য্যও উফৰি গৈ নৈত পৰিল। গছজোপা মাটিত পৰাৰ লগে লগে এটা ডাঙৰ ভূঁইকপ আহিল আৰু সূৰ্য্য নথকাত গোটেইখন আন্ধাৰ হৈ পৰিল।

জানেয়ে এতিয়া নিজৰ ভুল বুজি পালে। মূৰ্খামিৰ বাবে সি নিজৰ গালত নিজে চৰিয়াবলৈ ধৰিলে। সি ভাবিলে যে সি অতিলোভী নোহোৱাহেঁতেন পৃথিৱীখন আগৰ নিচিনা হৈ থাকিলহেঁতেন। জানেয়ে তেতিয়া কুকুৰা এটা আনি মাটাইলৈ উছৰ্গা কৰিলে। মাটাই পূজা পাই সন্তুষ্ট হ'ল আৰু সূৰ্য্যক তুলি আনি আগৰ ঠাইত থলে। তাৰ পিচত তেওঁ জানেক উপদেশ দিলে, "আগলৈ এনেদৰে অতিপাত লোভ নকৰিবা। যি পোৱা তাতে সন্তুষ্ট থাকিবা।"

তেতিয়াৰেপৰা কামান মিছিমিবিলাকে মাটাই দেৱতাৰ পূজা কৰে। বিশেষকৈ যেতিয়া তেওঁলোকে খেতি কৰিবৰ কাৰণে হাবি কাটি লয় তেতিয়া মাটাইলৈ বলি উছৰ্গা কৰে, যাতে মাটাই দেৱতাই তেওঁলোকক যথেষ্ট পৰিমাণে শস্য দিয়ে।

---

# পানীৰ সাপ আৰু গ্লাং নৈৰ উৎপত্তি

জানেৰ এজনী দীপলিপ ধুনীয়া ছোৱালী আছিল। ছোৱালীজনী জানেৰ আলাসৰ লাৰু আছিল। ছোৱালীজনীৰ মাতটোও বৰ সুৱলা আছিল আৰু তাই বৰ ধুনীয়াকৈ গীত গাব পাৰিছিল। তাইৰ গীত শুনিবলৈ খ্ৰেন আৰু পানীৰ দেৱতা ক্ৰুৱে প্ৰায়েই জানেৰ ঘৰলৈ আহিছিল। ছোৱালীজনী যেতিয়া বিয়া দিয়াৰ যোগ্য হ'ল, তেতিয়া জানে তাইক পানীৰ দেৱতা ক্ৰুৱৈলৈ বিয়া দিলে।

কিছুমান দিনৰ পিছত ছোৱালীজনীৰ এটা ধুনীয়া লৰা উপজিল। লৰাটো লাহে লাহে ডাঙৰ হ'ল আৰু ঘৰত এনেয়ে বহি থাকিবলৈ তাৰ আমনি লাগিল। দেশভ্ৰমণ কৰিবলৈ আৰু ডাঙৰ কাম কৰি নিজৰ নাম যুগমীয়া কৰিবলৈ তাৰ মনত হেঁপাহ উপজিল। এদিন সি আঠোটা বাঁহৰ চুঙা সাজিলে আৰু সেইবোৰত দেউতাকে দিয়া পানী ভৰালে। তাৰ পিছত সি দেশ ভ্ৰমণ কৰিবলৈ ওলাই গ'ল। বহুতদূৰ ঘূৰি পকি অৱশেষত সি এখন গাঁও পালেগৈ। সেইখন গাঁৱৰ মানুহবোৰ কামান মিছিমিবিলাকৰ মানিন নামে ফৈদৰ আছিল।

গাঁৱৰ মানুহবিলাকে যেতিয়া ধুনীয়া চেহেৰাৰ লৰাটো দেখিলে তেতিয়া তেওঁলোকে লৰাটোৰ আঁতি-গুৰি জানিবলৈ ইচ্ছা কৰিলে। গাঁৱৰ সকলো মানুহে আহি লৰাটোক বেৰি ধৰিলে আৰু তেওঁনো কোন আৰু ক'ৰপৰা আহিছে সুধিলে। লৰাটোৱে তাৰ বিষয়ে জনালে। তেতিয়া গাঁৱৰ মানুহে বিদেশী বুলি লৰাটোক বন্দী কৰি থ'ব খুজিলে আৰু ক'লে যে উপযুক্ত মূল্য দিলেহে লৰাটোক তাৰপৰা যাবলৈ এৰি দিয়া হ'ব। লৰাটোৱে তেওঁলোকক ধৈৰ্য্য ধৰিবলৈ অনুৰোধ কৰিলে, আৰু তাৰ কথাবোৰলৈ অলপ মনোযোগ দিবলৈ ক'লে। গাঁৱৰ মানুহবোৰ ধৈৰ্য্য ধৰিবলৈ মান্তি নহল আৰু ক'লে

যে সোনকালে উপযুক্ত মূল্য নিদিলে তেওঁলোকে শাস্তি দিয়াৰ ব্যৱস্থা কৰিব। উপায় নেপাই লৰাটোৱে তাৰ লগত অনা চুঙা আঠোটাকে গাঁৱৰ মানুহক দি দিলে।

মানুহবোৰে চুঙা কিটাৰ পানী কি দৰে ব্যৱহাৰ কৰিব লাগে তাক নেজানিছিল। তেওঁলোকে গোটেই কেইটা চুঙা গোটাই লৈ পানীবোৰ একেলগে মাটিত বাকী দিলে। তৎক্ষণাৎ এটা অদ্ভুত ঘটনা ঘটিল। যি ঠাইত আগতে গাঁও আছিল তাত এখন ডাঙৰ নৈ হৈ বৈ গ'ল। প্ৰচণ্ড সোঁতেৰে আৰু গৰ্জ্জি থকা ঢৌৰে সৈতে নৈখন নামনিলৈ বৈ গ'ল। বহুত মানুহ পানীত পৰি মৰিল আৰু যিবোৰ নমৰাকৈ থাকিল সেইবোৰে ভয়ত কঁপি কঁপি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে।

লৰাটোৰ তেতিয়াও খং মাৰ যোৱা নাছিল। সি গাঁৱৰ ধান খুন্দা উৰাল মাৰিবিলাকক সাপ কৰি পেলালে আৰু এই সাপবোৰে খেদি খেদি গাঁৱৰ মানুহবোৰ খাই পেলালে। এইদৰেই পানীৰ সাপ আৰু প্লাং নৈৰ উৎপত্তি হ'ল।

---

# বৰযুণৰ উৎপত্তি

মানুহৰ উপকাৰৰ বাবে খ্ৰেন দেৱতাই কেইটামান চৰাই সৃজন কৰিছিল। এই চৰাইবোৰৰ নাম আছিল পাচ্ছাই, কলাপো, মুবিল, কাম্বো, তাছিংডি আৰু টন্‌ডন্‌। তাৰ পিছত তেওঁ ব্ৰাছা নামেৰে মানুহ এটাক পৃথিৱীৰপৰা মতাই অনালে আৰু ক'লে, "চোৱা, মই সৃজন কৰা এই চৰাইবোৰ বাৰিষাৰ আগে আগে পৃথিৱীলৈ যাব। যেতিয়াই তোমালোকে পথাৰত এই চৰাইবোৰ দেখিবা, তেতিয়াই বুজিবা যে খেতি-বাতিৰ সময় হৈছে। এই চৰাইবোৰ পথাৰলৈ

অহাৰ পিছৰেপৰা বৰষুণ হ'ব আৰু সেইবাবে তোমালোকে চৰাইবোৰ দেখা মাত্ৰকে শস্যৰ গুটি সিঁচিবলৈ ধৰিবা।

ব্ৰাছা পৃথিৱীলৈ ঘূৰি অহা মাত্ৰকে মানুহবোৰে দেৱতাৰ আদেশ শুনিবৰ বাবে তাক বেৰি ধৰিলেহি। সিহঁতে সি খ্ৰেনৰ তাত কি দেখিলে আৰু খ্ৰেনে তাক কি শিকালে সকলোবোৰ কথা সুধিলে। কিন্তু ব্ৰাছা বৰ আপোনপেটীয়া লোক আছিল। সি নিজৰ লাভৰ কাৰণে খ্ৰেনে শিকোৱা কথাবোৰ গুপুত কৰি ৰাখিব খুজিলে। সি কলে যে খ্ৰেনে পৃথিৱীৰ মানুহৰ ভাল-বেয়াৰ বা-বাতৰি ল'বৰ কাৰণেহে তাক স্বৰ্গলৈ মাতিছিল।

কেইদিনমানৰ পিছত খ্ৰেনে সৃজন কৰা চৰাইবোৰ পৃথিৱীলৈ আহিল। চৰাইবোৰ দেখি ব্ৰাছা সাৱধান হ'ল আৰু খেতিৰ মাটি উলিয়াবৰ বাবে হাবিলৈ গৈ গছ-গছনি কাটি এডোখৰ ঠাই মুকলি কৰিলে। কেইদিন মানৰ পিছত এজাক বৰষুণ হ'ল। বৰষুণে পৃথিৱীৰ মাটি কোমলাই পেলালে। পৃথিৱীত বৰষুণ হোৱা সেয়ে প্ৰথম। আকাশৰপৰা বৰষুণ পৰা দেখি মানুহবিলাক আচৰিত হ'ল আৰু এইটো এটা অদ্ভুত ঘটনা বুলি ধৰি ল'লে। মানুহবোৰে বৰ আনন্দেৰে পৃথিৱীত গোট খোৱা সকলোখিনি পানী পি খাই পেলালে।

ব্ৰাছাই খেতি কৰিবলৈ ওলাবৰ সময়ত ঘৈণীয়েকৰ সন্তান উপজিবৰ সময় হৈছিল। ব্ৰাছাই ঘৈণীয়েকক কৈ গৈছিল যে কেইদিনমানৰ ভিতৰতে স্বৰ্গৰপৰা বৰষুণ পৰিব আৰু সেই সময়তে লৰাটো উপজিলে তাক স্বৰ্গৰপৰা অহা পানীৰে গা ধুৱাব লাগে। যিদিনা প্ৰথমতে বৰষুণ দিয়ে, সেইদিনাই ব্ৰাছাৰ ঘৈণীয়েকৰ লৰা এটা উপজিল। লৰাটো ওপজাৰ পিছত তাই লৰাটোক গা ধুৱাবৰ কাৰণে ঘৰৰ বাহিৰলৈ লৈ আহিল। কিন্তু ইতিমধ্যে মানুহবিলাকে পৃথিৱীত পৰা সকলোখিনি পানী খাই পেলালে আৰু তাই লৰাটোক গা ধুৱাবৰ কাৰণে এটোপা পানীও বিচাৰি নেপালে। কিছু সময়ৰ পিছত লৰাটো মৰি থাকিল।

ব্ৰাছাই ঘৰলৈ ঘূৰি আহি লৰাটো মৰাৰ খবৰ পালে। সি নিজকে নিজে কলে, "এই মূৰ্খবোৰে কিমান পানী খায়, চাম"। এইদৰে কৈ সি খ্ৰেন দেৱতাৰ ওচৰলৈ গ'ল আৰু তেওঁক পৃথিৱীত সৰহকৈ বৰষুণ দিবলৈ প্ৰাৰ্থনা জনালে। খ্ৰেনে ব্ৰাছাৰ মতলব বুজি পোৱা নাছিল আৰু তেওঁ পৃথিৱীত কেইবাদিনো জুৰি ধাৰাসাৰে বৰষুণ দিয়াবলৈ ধৰিলে।

এইদৰে দিনে ৰাতিয়ে ধাৰাসাৰে বৰষুণ হোৱাত মানুহবোৰৰ বৰ অসুবিধা হ'ল আৰু সকলোৱে ইয়াৰ বাবে ব্ৰাছাকে দায়ী কৰিলে। ব্ৰাছাক সকলোৱে ককৰ্থনা কৰিবলৈ ধৰিলে আৰু এদিন সকলো মানুহ দলবান্ধি ব্ৰাছাৰ ঘৰলৈ গ'ল। সিহঁতে ব্ৰাছাক হেঁপাহ পলুৱাই মৰিয়ালে আৰু জীয়াই জীয়াই ছাল চেলাই মাৰি তাক পেলালে। ব্ৰাছাৰ মঙহবোৰ ঠায়ে ঠায়ে পেলাই দিয়া হ'ল। কামান মিছিমিসকলে ভাবে যে ব্ৰাছাৰ মঙহ পৰিহে পৃথিৱীৰ মাটি সাৰুৱা হ'ল আৰু যিবোৰ ঠাইত ব্ৰাছাৰ মঙহ পৰিছিল, সেইবোৰ ঠাইৰ মানুহবোৰ ব্ৰাছাৰ দৰে পেটকপটীয়া হয়।

---

# লোণৰ উৎপত্তি

মাটাই দেৱতাই মানুহবিলাক স্ৰজন কৰি সিহঁতক বেলেগ বেলেগ ঠাইলৈ পঠাই দিছিল। কিছুমানক তেওঁ ছাঙ্গি লাং আৰু আন আন ঠাইলৈ পঠাই দিছিল আৰু আন কিছুমানক টাইলঙ্গত থৈছিল। এদিন টাইলঙ্গত থকা এহাল ককায়েক ভনীয়েকৰ কাজিয়া লাগিল। খঙত ভনীয়েকে শিল এডোখৰেৰে ককায়েকৰ মূৰত মাৰ মাৰি দিলে। তেতিয়া ককায়েক ভাৰপৰা গুচি গৈ 'হো-ৱা-উই' নামে ঠাইত

থাকিলগৈ। ভনীয়েকেও তাৰপৰা গৈ টে-এঙ নামে ঠাইত বাস কৰিলেগৈ। লাহে লাহে দুয়ো ভৰ-বয়সত ভৰি দিলে। ককায়েকে বিয়া কৰিবৰ বাবে ছোৱালী আৰু ভনীয়েকে দৰা বিচাৰিবলৈ ধৰিলে।

এইদৰে কিছুমান দিন যোৱাৰ পিছত এদিন ককায়েক আৰু ভনীয়েকৰ দেখাদেখি হ'ল। সিহঁতৰ বিচ্ছেদ হোৱা বহুত দিন হৈছিল আৰু ইতিমধ্যে সিহঁতৰ আকৃতিৰ বহুত পৰিবৰ্ত্তন ঘটিছিল; সেই বাবে সিহঁতে কাকো কোনেও চিনিব নোৱাৰিলে। চিনিব নোৱাৰিলেও এজনে আন জনক ভাল পালে আৰু সোনকালে সিহঁতৰ বিয়া হৈ গ'ল।

এদিন ককায়েকে ছোৱালীজনীক তাৰ মূৰটো ফণিয়াই দিবলৈ ক'লে। ছোৱালীজনীয়ে মুৰ ফণিয়াওঁতে মূৰৰ চিনটো দেখিলে। ঘা ডোখৰ শুকাই গৈছিল কিন্তু চিনটো স্পষ্ট হৈ আছিল। ঘাৰ চিন দেখি ছেৱালীজনীয়ে তৎক্ষণাৎ লৰাটো তাইৰ নিজৰ ককায়েক বুলি চিনি পালে। চিনি পোৱা মাত্ৰকতে তাইৰ মনত বৰ লাজ আৰু বেজাৰ লাগিল। অৱশেষত তাই লাজত মানুহৰ আগত ওলাব নুখুজি হাবিৰ মাজলৈ গুচি গ'ল।

কিছুমান দিনৰ পিছত তাইৰ আন এটা মানুহৰ লগত বিয়া হ'ল। কিন্তু বিয়াৰ পিছতো তাইৰ মনৰ অশান্তি নাতবিলে। নিজৰ ককায়েকক বিয়া কৰি তাই যি পাপ কৰিলে, তাৰ চিন্তাই সদায় তাইৰ মনটো অস্থিৰ কৰি থাকে। মনটো সদায় অস্থিৰ হোৱা কাৰণে কাম-কাজতো তাই প্ৰায়েই ভুল কৰিবলৈ ধৰিলে। লাহে লাহে এইবোৰ ভুলৰ মাত্ৰা বাঢ়ি গ'ল। এদিন তাই খোৱা বস্তুত গু ঢালি দিলে। গিৰীয়েকে তাইৰ কাণ্ড দেখি তাইক খণ্ডতে ঘৰৰপৰা উলিয়াই দিলে।

ছোৱালীজনীয়ে ইফালে সিফালে ঘূৰি-পকি ফুৰিবলৈ ধৰিলে আৰু ভাগৰ লগাত এজোপা গছৰ তলত বহিল। তেতিয়াৰেপৰা সেই গছ-জোপাৰ ফলবোৰ বৰ সোৱাদ হ'বলৈ ধৰিলে। ছোৱালীজনী

পাহাৰত বেচিদিন নেথাকিল ; তাই ভৈয়ামলৈ গৈ তাতে থাকিবলৈ ল'লে। কিছুমান দিন ভৈয়ামত থকাৰ পিছত ছোৱালীজনী ঢুকাল আৰু তাইক মাটিত পুতি থোৱা হ'ল।

ছোৱালীজনী পুতি থোৱা ঠাইত এটা লোণ পুং ওলাল আৰু মানুহে সেই লোণ-পুঙৰপৰা লোণ নিবলৈ ধৰিলে। ছোৱালজনী ভৈয়ামত মৰা কাৰণে পাহাৰৰ মানুহে লোণ নেপালে আৰু ভৈয়ামৰ পৰা এই বস্তুটো গোটাই নিব লগীয়া হ'ল।

---

# পৃথিৱীলৈ মৃত্যু কেনেকৈ আহিল

মাটাই দেৱতা পৃথিৱীখনৰ গৰাকী আছিল। তেৱেঁই পৃথিৱীত মানুহৰ সৃষ্টি কৰিছিল। তেৱেঁই পৃথিৱী, পাহাৰ, নৈ, সেউজীয়া হাবি বননি আৰু বনৰীয়া জন্তুবিলাকৰ স্ৰজন কৰিছিল। তেওঁ মানুহক পৃথিৱীত সুখে সন্তোষেৰে থাকিবলৈ কৈছিল। মানুহে প্ৰথমতে ভাবিছিল যে যদি তেওঁলোকে মাটাইৰ ইচ্ছাৰ বিৰুদ্ধে কিবা কাম কৰে, তেনেহলে মাটাই দেৱতা অসন্তুষ্ট হ'ব আৰু তাৰ ফলত মানুহৰ অনিষ্ট হ'ব। তেওঁলোকে বিশ্বাস কৰিছিল যে ভাল কাম কৰিলে মাটাই সন্তুষ্ট হ'ব আৰু মানুহৰ সুখ আৰু ধন-সম্পত্তি বাঢ়িব। তেতিয়া পৃথিৱীত সকলো মানুহে সুখেৰে কাল কটাইছিল আৰু সকলো মানুহ অমৰ আছিল।

কিন্তু সময়ৰ লগে লগে মানুহে মাটাইৰ উপদেশ আৰু নীতি-বচনবিলাক পাহৰি গ'ল। মানুহে মাটাইলৈ ভয় নকৰা হ'ল। মানুহে আগৰ নীতি-নিয়ম সকলো এৰি পেলালে। শেষত ককায়েক আৰু ভনীয়েকৰ মাজতে বিয়া-বাৰু হ'বলৈ ধৰিলে। পৃথিৱীত

তেতিয়া শস্য আৰু শাক-পাচলি খুব বেচিকৈ হৈছিল। মানুহে খেতি-বাতিৰ কামলৈয়ো লাহে লাহে আওকাণ কৰা হ'ল আৰু সকলো কাম বাদ দি সুখভোগৰ চিন্তাহে কৰিবলৈ ধৰিলে।

মাটায়ে পৃথিৱীৰ মানুহৰ বেয়া কামবোৰ চাই আছিল। লাহে লাহে তেওঁৰ মানুহৰ ওপৰত বৰ খং উঠিল। তেওঁ মানুহক শাস্তি দিবৰ কাৰণে দুজন অপদেৱতা পৃথিৱীলৈ পঠিয়ালে। প্ৰথম জনৰ নাম আপ্লাও কাচা, এওঁ আছিল বেমাৰ-আজাৰৰ গৰাকী, দ্বিতীয় জনৰ নাম আছিল প্লাংকাচা, এওঁ আছিল পেটৰ অসুখ আৰু সাৰ-বেমাৰৰ ( Jaundice ) গৰাকী। এই দুজন দেৱতাই মানুহ-বোৰক নিষ্ঠুৰ ভাৱে শাস্তি দিবলৈ ধৰিলে আৰু মানুহবিলাকে পেটৰ অসুখ আৰু সাৰ আদি বেমাৰত ভুগিবলৈ ধৰিলে।

অৱশেষত পৃথিৱীৰ মানুহে বুজি পালে যে মাটাই দেৱতাৰ ইচ্ছানুসাৰে কাম নকৰি সিহঁতে বৰ ভুল কৰিছে। তেতিয়া আফ্‌ফা নামে বুঢ়া মানুহ এজনে কলে যে মানুহ জাতিক বেমাৰৰপৰা ৰক্ষা কৰাৰ একমাত্ৰ উপায় হৈছে মাটাই দেৱতাক সন্তুষ্ট কৰা। সেই উপদেশ মতে মানুহবিলাকে কুকুৰা আৰু গাহৰি আনি মাটাইলৈ উছৰ্গা কৰিলে। তেতিয়া মাটাই দেৱতাই আহি মানুহৰ আগত দেখা দিলে আৰু কলে, "তোমালোকে মই কোৱা মতে নীতি-বচন মানি নচলিলা। সেইবাবে তোমালোকৰ পো-পোৱালিবিলাক আৰু অমৰ নহয়। সিহঁত মৃত্যুৰ মুখত পৰিব। কিন্তু তোমালোকক মই এষাৰ কথা কওঁ। অকণি অকণি শিলগুটিবোৰ ডাঙৰ শিল নোহোৱালৈকে আৰু কাউৰীৰ পাখি ধোঁৱাবৰণীয়া নোহোৱালৈকে তোমালোক মৃত্যুৰ পিছত আকৌ পৃথিৱীলৈ ঘুৰি আহিব নেলাগে।"

এতিয়ালৈকে সৰু সৰু শিলগুটিবোৰ ডাঙৰ শিল হোৱা নাই আৰু কাউৰীৰ পাখিও ধোঁৱাবৰণীয়া হোৱা নাই। সেই কাৰণে এতিয়ালৈকে কোনো মানুহো মৰাৰ পিছত পৃথিৱীলৈ ঘুৰি অহা নাই।

# বিষৰ উৎপত্তি

অতি পুৰণি কালত অজগৰ সাপ বৰ বিষাক্ত আছিল। অজগৰ সাপৰ বিষত সেউজীয়া ঘাঁহবোৰো ক্ষয় পৰি গৈছিল। বনৰীয়া জন্তুবোৰে অজগৰ থকা ঠাইৰ ওচৰলৈকে আহিবলৈ ভয় কৰিছিল। অজগৰ সাপৰ বিষাক্ত নিঃশ্বাসেই সিহঁতক মাৰিবৰ বাবে যথেষ্ট আছিল। অজগৰেও নিজৰ ক্ষমতা আৰু পৰাক্ৰম দেখুৱাবৰ কাৰণে ওচৰত যাকে পাইছিল তাকে দংশিছিল। মুঠতে অজগৰৰ ভয়ত মানুহ আৰু জন্তু সকলোৱে ভয়ত কঁপি থাকিব লগা হৈছিল।

নিজৰ বল আৰু পৰাক্ৰমৰ কথা ভাবি ভাবি অজগৰৰ মনত বৰ অহঙ্কাৰ উপজিল। সি আনৰ মুখত তাৰ ক্ষমতাৰ কথা শুনিবলৈ ইচ্ছা কৰিলে। সেই উদ্দেশ্যেৰে সি এদিন মাকাও নামে চৰাইক মাতি আনি মানুহেনো তাৰ কথা কি বুলি কয় সুধিলে। মাকাও চৰাই দেখাত নিচেই অকণমান হলেও বৰ বুধিয়ক আছিল। সি ভাবিলে যে আচল কথাটো কৈ দিলে অজগৰৰ অহঙ্কাৰ আৰু এখোপ বাঢিব আৰু সি বেচিকৈ অত্যাচাৰ কৰিবলৈহে ধৰিব। সেই কাৰণে সি ওলোটা কথা কবলৈ থিৰ কৰিলে। সি অজগৰক কলে যে পৃথিৱীৰ মানুহে অজগৰৰ কথাচিন্তা মুঠেই নকৰে। সকলো মানুহ আৰু জীৱ-জন্তু যিদৰে পাৰে সেইদৰেই সুখে-সন্তোষে খাই বৈ আছে।

অজগৰে মাকাওৰ কথা শুনি মনে মনে ভাবিলে যে বুঢালোকৰ কথাবোৰ মিছা নহয়। বুঢালোকে কোৱা দৰে ভয় দেখুৱাই মানুহক বশ কৰিব নোৱাৰি। সি ভাবিলে যে বুঢ়ালোকৰ কথাহে সঁচা আৰু তাৰ ক্ষমতা একেবাৰে মিছা। সি বিষ লৈ থকাৰপৰা একো লাভ নাই বুলি ধৰি ললে আৰু সকলো বিষ বতিয়াই মাটিত পেলাই দিলে।

এনেদৰে পেলাই দিয়া বিষৰ এভাগ মাকাল আৰু চাংমা গছত পৰিল আৰু সেই গছবোৰে বিষ শুহি ললে। কিছুমান সাপে অজগৰৰ বিষ চেলেকিলে আৰু সিহঁতো বিষাক্ত হ'ল। কোদো আৰু বৰলবোৰেও বিষবোৰ খোৱা বস্তু বুলি ভাবি চেলেকিছিল, সেই বাবে কোদো আৰু বৰলবোৰো বিষাক্ত হ'ল।

---

# মানুহে কেনেকৈ সহজে জুই ধৰিব পৰা হল

পুৰণি কালত জুই এটা সহজে পোৱা বস্তু নাছিল। মানুহে কেতিয়াবা ইয়াক হাবিৰ মাজত পাইছিল। এদিন মানুহ এটাই ঘূৰি পকি ফুৰোঁতে শোলা নামে গছৰ গুটি পালে। সি গুটিটো বুটলি ললে আৰু তাক 'টাঙ্গি' নামে এবিধ বাঁহত কেইবাৰমান ঘঁহি, দলি মাৰি পেলাই দিলে। কিন্তু সি আচৰিত হ'ল যে যি ঠাইত গুটিটো পৰিছিল, তাৰ ওচৰৰ বৰফবোৰ গলিবলৈ ধৰিলে। একো বুজিব নোৱাৰি সি গুটিটো পৰা ঠাইডোখৰৰ ওচৰলৈ গ'ল আৰু আকৌ সেই গুটিটো বুটলি ললে। সি দেখিলে যে গুটিটো গৰম।

সি তেতিয়া শোলা গুটিটো লৈ তাৰে সৈতে শুকান শেলুৱই কিছুমানত ঘঁহিবলৈ ধৰিলে। শেলুৱই খিনি জ্বলি উঠিল। সি বৰ আচৰিত হ'ল আৰু লৰালৰিকৈ গাঁৱলৈ গৈ জুই কেনেকৈ ধৰিব লাগে মানুহৰ আগত ক'লে। আনবিলাক মানুহেও তেতিয়াৰেপৰা শুকান শেলুৱইত শোলা গুটিৰে ঘঁহি জুই জ্বলাবলৈ ধৰিলে। বহুত দিনলৈকে মানুহে এনেকৈ জুই ধৰিছিল। পিচত যেতিয়া টিঙ্গিৰি ওলাল, তেতিয়া মানুহে শোলা গুটি এৰি টিঙ্গিৰিৰ সহায়েৰে জুই ধৰিবলৈ ল'লে।

---

# মানুহৰ হাতত আঙুলি কেনেকৈ হল

পৃথিৱীত প্ৰথমতে যেতিয়া মানুহৰ সৃষ্টি হৈছিল তেতিয়া মানুহবিলাক অশুৱনী আৰু আগটী আছিল। যি হওক খ্ৰেন দেৱতাই স্ৰজনৰ কাম সম্পূৰ্ণ কৰিলে আৰু মানুহক কুকুৰা, গাহৰি আৰু খেম বোলা এবিধ গৰুৰ দৰে জন্তু দিলে। ইয়াৰ উপৰিও তেওঁ মানুহক ধেনু আৰু কাঁড দিলে। তেওঁ ভাবিছিল যে এইবিলাক বস্তুৰে সৈতে মানুহে পৃথিৱীত সুখেৰে বাস কৰিব পাৰিব। ইয়াৰ পিচত খ্ৰেনে ভৈয়াম সৃষ্টি কৰি মানুহক তাত থাকিবলৈ কলে। তেওঁ মানুহক আকাৰ-ইঙ্গিতেৰে আৰু ভাষাৰে মনৰ ভাৱ প্ৰকাশ কৰিবলৈ শিকালে।

ইমানবোৰ বস্তু পোৱাৰ পিচতো মানুহে অঘৰীৰ দৰে জীৱন যাপন কৰিবলৈ ধৰিলে। মানুহে দিনটোৰ সৰহভাগ সময় হাবিত চিকাৰ কৰি কটাবলৈ ধৰিলে। খ্ৰেনে দিয়া কুকুৰাবোৰ কোনেও আপডাল নকৰাত ভৈয়ামলৈ গুচি গ'ল। গাহৰি আৰু খেমবোৰো মানুহ থকা ঠাখৰপৰা গুচি গৈ হাবিৰ মাজত থাকিবলৈ ল'লে।

খ্ৰেনে দেখিলে যে মানুহে চিকাৰ কৰাৰ বাহিৰে একো কাম কৰা নাই। তেওঁ মানুহৰ চলন-ফিৰণ দেখি বৰ চিন্তাত পৰিল আৰু তেওঁৰ মনত বৰ খঙো উঠিল। এদিন তেওঁৰ পৃথিৱীলৈ আহিল আৰু তেওঁৰ দান বিলাক কিয় ব্যৱহাৰ কৰা নাই, সেই কথা মানুহক সুধিলে।

মানুহবিলাকে তেতিয়া নিজৰ নিজৰ হাতবোৰ খেনক দেখুৱালে আৰু ক'লে "প্ৰভু! আমাৰ হাতবোৰলৈ মন কৰক। আমাৰ আঙুলিবোৰ হাঁহৰ ভৰিৰ নিচিনা লগালগি। এই হাতেৰে আমি পোহনীয়া জন্তুৰ প্ৰতিপাল কৰিব নোৱাৰোঁ আৰু খেতি পথাৰৰ

কামো কৰিব নোৱাঁৰো।” সিহঁতৰ উত্তৰ শুনি খ্ৰেনৰ মানুহলৈ দয়া উপজিল। তেতিয়া তেওঁ দা এখন লৈ মানুহৰ হাতৰ আঙুলি বিলাক ইটোৰপৰা সিটো বেলেগ কৰি দিলে। তেনে কৰাত প্ৰত্যেকটো আঙুলিয়েই বেলেগে লৰচৰ কৰিব পৰা হল। তেতিয়াৰে পৰা পৃথিৱীৰ মানুহে যি কোনো বস্তুকে হাতেৰে ধৰিব পৰা হ’ল আৰু খেতি-পথাৰৰ কামো নিয়াৰিকৈ কৰিব পৰা হ’ল।

---

# পৰ্ব্বতত সাপৰ সংখ্যা তাকৰ কিয় হ'ল

বহুতদিনৰ আগতে চীনদেশত জেনাকুমা নামে এজন বৰ পৰাক্ৰমী ৰজা আছিল। তেওঁৰ বীৰত্বৰ কথা গোটেই দেশখনতে বিয়পি পৰিছিল। তেওঁ নিজৰ ৰাজ্যৰ চাৰিওফালৰ দেশবোৰ জয় কৰিছিল। কিন্তু তেওঁৰ মনত এটা বৰ ডাঙৰ দুখ আছিল। . দুখটো হৈছে, তেওঁৰ লগত সমানে যুঁজ কৰিব পৰা বীৰৰ অভাৱ। জেনাকুমাই যুঁজ কৰিবৰ কাৰণে উপযুক্ত বীৰ বিচাৰি ফুৰাৰ সময়ত তিব্বতত লিংকাচা নামে এটা দৈত্যই বাস কৰিছিল। চীনদেশৰ ৰজাই যুঁজ কৰিবলৈ মানুহ বিচাৰি ফুৰা শুনিবলৈ পাই দৈত্যই মনে মনে ভাবিলে, 'বাৰু, চীনদেশৰ ৰজাৰ লগত যুঁজিবলৈ ময়েই যাওঁচোন, দেখা যাওক কি হয়।'

দৈত্যই বাটত খাবৰ কাৰণে যথেষ্ট খোৱা বস্তু টোপোলা বান্ধি চীন দেশলৈ যাত্ৰা কৰিলে। যথাসময়ত তেওঁ চীনদেশ পালেগৈ। তাৰ পিচত ৰজাৰ ওচৰলৈ গৈ ৰজাক উপলুঙাকৈ কথা কৈ ৰজাৰ খং তোলাই যুঁজলৈ আহ্বান কৰিলে। যুঁজৰ বাবে এটা দিন ঠিক হ'ল। জেনাকুমাই দৈত্যৰ আকাৰ দেখি ভয় খোৱা নাছিল আৰু যথাসময়ত দুয়ো দুয়োকো অভিবাদন কৰি দেশৰ ৰীতিমতে যুঁজ আৰম্ভ কৰিলে। যুঁজত জিকিবৰ কাৰণে দুয়ো গাৰ বল আৰু সকলো প্ৰকাৰৰ কৌশল ব্যৱহাৰ কৰিবলৈ ধৰিলে। বহুত বেলি যুঁজাৰ পিচত এবাৰ দৈত্যই বৰ চেষ্টাৰ ফলত জেনাকুমাক ভালকৈ ধৰি ললে আৰু মাটিত থেকেচা মাৰি পেলাই দিলে। সকলো দৰ্শকে জয়ধ্বনি কৰিলে আৰু দৈত্য যুঁজত জিকিল।

যুঁজত হাৰি জেনাকুমাৰ মন বেজাৰেৰে ভৰি পৰিল। তেওঁ

জীৱনৰ বাকী দিন কেইটা তীৰ্থযাত্ৰা আৰু আত্মাৰ মঙ্গলৰ বাবে দান-দক্ষিণা কৰি কটাবলৈ স্থিৰ কৰিলে। তেওঁ দৈত্যক কলে, "আপুনি মোক যুঁজত হৰুৱালে আৰু মোৰ গৌৰৱো নাইকিয়া কৰিলে। সেই বাবে মোৰ যি আছে সকলোখিনি আপুনিয়ে গ্ৰহণ কৰক।" কিন্তু দৈত্যৰ আত্মসম্মান আছিল। দৈত্য জেনাকুমাৰ কথাত ৰাজী নহল। তেওঁ জেনাকুমাক কেইজনীমান চীনদেশীয় কন্যা তেওঁলৈ দিবলৈ অনুৰোধ কৰিলে। সেই অনুৰোধ অনুসৰি জেনাকুমাই দৈত্যক ওঠৰজনী চীনদেশীয় ছোৱালী দিলে আৰু দৈত্যই ছোৱালীবোৰ লৈ নিজৰ দেশৰ ফালে উভতিল।

লিং কাচাৰ এটা দদায়েক আছিল। দদায়েকে এইবোৰ বাতৰি শুনি আৰু ভতিজাকৰ যশস্যা বঢা শুনি মনে মনে বৰ বেয়া পালে। ভতিজাকলৈ তাৰ বৰ খিয়াল লাগিল। সি লৰালৰিকৈ গৈ লিং কাচাৰ ঘৈণীয়েকৰ আগত কলেগৈ যে তাইৰ গিৰীয়েকে চীনদেশৰপৰা ওঠৰজনী তিৰুতা বিয়া কৰি আনিছে, গতিকে তাই এইবাৰ এলাগী তিৰুতাহে হ'বগৈ। ইমানবোৰ সতিনীয়েক অহাৰ খবৰ পাই তাইৰ মনটো খং, বেজাৰ আৰু হিংসাৰে ভৰি উঠিল। তাই পৰ্ব্বতৰ সাপ-বোৰ মাতি আনি চীনদেশৰ ছোৱালীবোৰ খাই পেলাবলৈ ক'লে।

সাপবোৰে তেতিয়া বৰফে ঢকা বাটেদি চীনদেশৰ ফালে আগবাঢি গ'ল। লিং কাচাইঁত আহি থাকোঁতে বাটত সাপবোৰেৰে সৈতে দেখাদেখি হ'ল। সাপবোৰে ছোৱালীবোৰ খাবলৈ আগবাঢি যোৱা দেখি দৈত্য বৰ আচৰিত হ'ল আৰু লৰালৰিকৈ খাপৰ পৰা দীঘল তৰোৱাল এখন উলিয়াই সাপবোৰ কাটিবলৈ ধৰিলে। যি দুই চাৰিটা সাপ বাকী ৰ'ল, সিহঁতে মানুহ খোৱা আশা এৰি দি পৰ্ব্বতৰপৰা ভৈয়ামলৈ গুচি গ'ল। এই কাৰণে পৰ্ব্বতত সাপৰ সংখ্যা তাকৰ।

---

# তৰাৰ উৎপত্তি

এসময়ত তিব্বতত এটা মানুহ তিনিটা লৰাৰে সৈতে বাস কৰিছিল। লৰাকেইটা সৰু হৈ থাকোঁতেই সিহঁতৰ মাক ঢুকাল। লাহে লাহে মানুহটোৱে লৰা কেইটা পোহপাল দিব নোৱাৰা হৈ আহিল। সি বৰ দুখীয়া আছিল আৰু লৰা কেইটাই কিবা বস্তু বিচাৰিলেও সি আনি দিব নোৱাৰিছিল। এইবোৰ কাৰণে তাৰ বৰ চিন্তা আৰু বেজাৰ লাগিছিল। ভাবি-চিন্তি একো উপায় নেপাই এদিন ৰাতি লৰা কেইটাৰ টোপনি আহিলত, সি ঘৰৰপৰা ওলাই কৰবালৈ গুচি গ'ল। পিচদিনা ৰাতিপুৱা লৰা কেইটাই বাপেকক নেদেখি কান্দি-কাটি চাৰিওফালে বিচাৰিবলৈ ধৰিলে। বহুত পৰ বিচৰাৰ পিচত সিহঁতে দূৰত এজোপা ডাঙৰ বাদাম গছ দেখিবলৈ পালে।

তেতিয়া তিনিওটা লৰা গছজোপাৰ ফালে লৰ মাৰিলে আৰু ডাঙৰ লৰাটোৱে গছ জোপাৰ ওপৰলৈ উঠি পকা পকা বাদামবোৰ পাৰিবলৈ ধৰিলে। সেই গছ জোপাত এটা দৈত্য আছিল। এই দৈত্যটোৰ নাম আছিল অউ-চিং-ফুং। সি লৰা কেইটা দেখি বৰ ৰং পালে। সি ভাবিলে যে বৰ ভাগ্যৰ বলতহে সি লৰাৰ কোমল মঙহ খাবলৈ পাব। সি লৰা কেইটাক ধৰি আনি ক'লে, "ব'লা, মই তোমালোকৰ ভালকৈ আপডাল কৰিম আৰু তোমালোক সোনকালে শকত আৱত হৈ পৰিবা।" সি লৰা কেইটা তাৰ ঘৰলৈ লৈ গ'ল আৰু সিহঁতক গৰু চৰাবলৈ দিলে। সি লৰা কেইটাক খাবলৈ ভাল ভাল বস্তু দিছিল কিন্তু সিহঁতক কেতিয়াও অকলে নেৰিছিল।

দৈত্যৰ আচল মতলব আছিল লৰাবোৰক কেইদিনমান ভালকৈ খুৱাই-বুৱাই শকত আবত কৰা। শকত আৱত হোৱাৰ পিচতহে

দৈত্যাই সিহঁতক খাবলৈ ঠিক কৰিছিল। সিহঁতেও দৈত্যৰ মনৰ ভাব বুজিছিল আৰু ছেগ পালেই পলাবলৈ ছল চাই আছিল। এদিন দৈত্যটোৱে আহাৰ বিচাৰি দূৰলৈ যাব লগা হ'ল। লৰাবোৰেও দেখিলে যে এইটোৱেই সোণোৱালী সুযোগ। সিহঁতে মানুহ থকা গাঁৱৰ ফালে লৰিবলৈ ধৰিলে। সিহঁত আহোঁতে চৰাবলৈ দিয়া গৰু তিনিজনীও লৈ আহিছিল। কিন্তু গৰু কিজনী লগত লৈ দৌৰাত অসুবিধা হোৱা যেন দেখি সিহঁতে গৰু কিজনী এজনী এজনীকৈ এটা লৰৰ বাটৰ মূৰে মূৰে এৰি থৈ আহিল।

দৈত্যাই ঘৰলৈ ঘূৰি আহি লৰাকেইটা নেদেখি বৰ চিন্তিত হ'ল আৰু লৰালৰিকৈ লৰাবোৰ যোৱা বাটেদি খেদা মাৰিলে। অলপমান বাট গৈয়ে সি গৰু এজনী পালে আৰু গৰুজনী ঘৰত থৈ সি আকৌ খেদা মাৰিলে। এইবাৰো কিছুদূৰ যোৱাৰ পিছত সি আৰু এজনী গৰু পালে আৰু আকৌ সেই গৰুজনী ঘৰত থ'বলৈ ঘূৰিব লগা হ'ল। তৃতীয়বাৰ যাওঁতেও সি বাকী থকা গৰুজনী বাটত চৰি থকা পালে আৰু তাইক ঘৰত থ'বলৈ সি ঘূৰি আহিব লগা হ'ল। তিনিও-জনী গৰু গোহালিত সুমুৱাই থৈ সি আকৌ লৰ মাৰিলে। ইতিমধ্যে লৰাকেইটা অলপ দূৰ আগবাঢ়িছিল কিন্তু লৰি লৰি সিহঁতৰ পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছিল। এনেতে সিহঁত ফেনে-ফোটোকাৰে ভৰা নৈ এখন দেখিবলৈ পালে। পানী খাবলৈ নামোতেই সিহঁতে অলপ আঁতৰত দৈত্যটোক অহা দেখিবলৈ পালে।

আগত নৈ আৰু পিচফালে দৈত্য। লৰাবোৰে জীৱনৰ আশা এৰি দিলে। চাৰিওফালে চাই লুকাবৰ কাৰণেও ভাল ঠাই বিচাৰি নেপালে। নিৰুপায় হৈ সিহঁতে আকাশলৈ চাই স্বৰ্গৰ দেৱী মা-না-মে-কামোলৈ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে যাতে সিহঁত দৈত্যৰ হাতৰপৰা ৰক্ষা পৰে। লৰাহঁতৰ প্ৰতি দেৱীৰ পুতৌ উপজিল আৰু তেওঁ সিহঁতক ৰক্ষা কৰিবৰ কাৰণে স্বৰ্গৰপৰা এডাল সোণৰ জৰী তললৈ পেলাই দিলে। লৰাবোৰে জৰী ডালত ধৰি ওপৰলৈ উঠি আহিল

আৰু বগাই বগাই গৈ স্বৰ্গ পালেগৈ। স্বৰ্গ পালত মা-না-মে-কামোৱে লৰাকেইটাক তৰা কৰি পেলালে আৰু সিহঁতক স্বৰ্গত থাকিবলৈ দিলে।

লৰাবোৰে কেনেকৈ স্বৰ্গ পালেগৈ, দৈত্যটোৱে চাই আছিল। সিও জৰী এডাল পেলাই দিবৰ কাৰণে দেৱীলৈ প্ৰাৰ্থনা জনালে। দেৱীয়ে জৰী এডাল পেলাই দিলে কিন্তু এইবাৰ জৰীডাল সোণৰ সলনি ভেৰাৰ নোমৰ আছিল। দৈত্যটোৱে কিছুদূৰ বগাই যোৱাৰ পিচত জৰীডাল ছিগি থাকিল আৰু বহুত ওপৰৰপৰা পৰা কাৰণে দৈত্যটো ততালিকে মৰি থাকিল। এইদৰেই দৈত্যই তাৰ অসৎ কামৰ ফল পালে।

---

# এটা টেঙৰ মানুহৰ সাধু

এসময়ত কুনমা-নাৰি আৰু কুনমা-পাৰে নামে দুজন বন্ধু আছিল। কুনমা-পাৰে বৰ অজলা আছিল, কিন্তু কুনমা-নাৰি বৰ টেঙৰ আৰু সকলো কামতে পাকৈত আছিল। এদিন সিহঁতে দুয়ো ঘূৰি পকি ফুৰোঁতে এটা খেতিয়কে পথাৰত হাল বাই থকা দেখিলে। খেতিয়কক দেখি সিহঁতে ভাবিলে যে কিবা এটা বুদ্ধি কৰি ইয়াৰপৰা গৰুটো লৈ যোৱা যাওক। কুনমা-নাৰিয়ে তেতিয়া বন্ধুক কাণে কাণে ক'লে, "মই খেতিয়কটোক ফুচুলাই একালে লৈ যাওঁ আৰু আমি গুচি যোৱাৰ পিচত তুমি গৰুটোৰ নেজডাল কাটি থৈ তাক খেদাই লৈ যাবা। এইখিনি কাম কৰাৰ পিচত তুমি চিঞৰ মাৰি কৰা যে গৰুটো বোকাত সোমাই গৈছে।"

দিহামতে কাম হৈ গ'ল আৰু কুনমা-পাৰেৰ চিঞৰ শুনি খেতিয়ক উভতি আহি দেখে যে গৰুটো পথাৰত নাই। সি তেতিয়া মূৰে কপালে হাত দিলে। কুনমা-নাৰিয়ে তাক বুজালে যে গৰুটো

বোকাত সোমাই যাওঁতে নিশ্চয় কুনমা-পাৰেই নেজত ধৰি টানিছিল, আৰু সেইবাবেহে নেজডাল ছিগি গ'ল। অলপ পৰৰ পিচত কুনমা-নাৰি আৰু কুনমা-পাৰে দুয়ো গৰুটো লৈ এখন নৈৰ পাৰ পালেগৈ আৰু তাতে গৰুটো টুকুৰা-টুকুৰকৈ কাটি লৈ ৰন্ধা-বঢ়াৰ যোগাৰ কৰিলে। কুনমা-পাৰেই মঙহখিনি ৰান্ধিবলৈ ল'লে আৰু কুনমা-নাৰিয়ে গা ধুবলৈ নৈত নামিল। সি সাঁতুৰি সিপাৰলৈ গ'ল আৰু এজোপা গছৰ ওপৰত উঠি চিঞৰিবলৈ ধৰিলে, "কুনমা-পাৰে চোৰ। সি গৰুটো চুৰ কৰি মাৰি পেলালে।" চিঞৰ শুনি খেতিয়কটো খেদা মাৰি আহিল আৰু কুনমা-পাৰে ভয়ত গাঁৱৰ ফালে লৰ মাৰিলে। খেতিয়কটো গুচি যোৱাৰ পিচত কুন্‌মা-নাৰি আকৌ ইটো পাৰলৈ আহিল আৰু হেঁপাহ পলুৱাই মঙহ খালে।

কিছুমান দিনৰ পিচত আকৌ দুয়ো বন্ধুৰ দেখাদেখি হ'ল। কুনমা-নাৰিয়ে বুজাই বঢ়াই তাৰ বন্ধুৰ খং পাতলালে আৰু দুয়ো একেলগে গৈ এজনী শকত গাই চুৰ কৰাৰ মতলব কৰিলে। সেইমতে দুয়ো গৈ এঘৰ মানুহৰ গোহালি পালেগৈ। ৰাতি হ'লত কুনমা-নাৰিয়ে তাৰ বন্ধুক কলে "তুমি নঙলা মুখতে ৰোৱা, মই গোহালিৰ ভিতৰ সোমাওঁ।"

সেইদিনা ৰাতি এটা বাঘেও গৰু নিবলৈ গোহালিত বৈ আছিল। কুনমা-নাৰিয়ে খেপিয়াই চাই চাই বাঘটোকে বেচ শকত আৰু যেন দেখি, বাঘৰ ডিঙিতে জৰী এডাল লগাই পিঠিত উঠি বহি ল'লে। বাঘে এনেকুৱা কাণ্ড কেতিয়াও দেখা নাই। সি ভয়ত তৰা-নৰা ছিঙি লৰ মাৰিলে। এইবোৰ গণ্ডগোলত ঘৰৰ মানুহ সাৰ পালে আৰু নঙলাৰ ওচৰত বহি থকা কুনমা-পাৰেক ধৰি আনি খুব কিলালে।

কুনমা-নাৰিয়ে ভয়ত বাঘৰ ডিঙিত সাৱট মাৰি ধৰি ল'লে। বাঘেও আৰু বেচিকৈ ভয় পাই লৰিবলৈ ধৰিলে। এইদৰে গৈ গৈ সিহঁতে এখন বেলেগ দেশ পালেগৈ। তাৰ মানুহবোৰে বাঘৰ পিঠিত মানুহ উঠা দেখি বৰ আচৰিত হ'ল। এনেতে ডাঠ ঘাঁহনি এখন পাই কুনমা-নাৰি নামিল। সেই দেশৰ মানুহবোৰেও তাক বৰ ডাঙৰ

বীৰ বুলি ভাবি, এজনী ছোৱালী বিয়া দি সেই দেশতে থাকিবলৈ দিলে। কিছুদিন সি সেই দেশত সুখেৰে বাস কৰাৰ পিছত তাত এটা বৰ ডাঙৰ অজগৰ ওলাল। তেতিয়া তাৰ মানুহবোৰে অজগৰটো মাৰিবৰ কাৰণে কুনমা-নাৰিক অনুৰোধ কৰিলে।

কুনমা-নাৰিয়ে গাহৰি এটা লৈ হাবিৰ কাষলৈ গ'ল আৰু অজগৰ থকা ঠাইৰ ওচৰত একুৰা জুই ধৰি গাহৰিটো পুৰিবলৈ ল'লে। পোৰা গাহৰিৰ মঙহৰ গোন্ধে অজগৰটোক জুইৰ ওচৰলৈ আনিলে। অজগৰ আহি জুইৰ ওচৰ পালত কুনমা-নাৰিয়ে এডোখৰ জ্বলি থকা খৰি অজগৰটোৰ মুখৰ ভিতৰলৈ ভৰাই দিলে। পেটৰ ভিতৰলৈ জ্বলা জুই সোমোৱাত অজগৰটোৱে অলপ পৰ ধৰফৰাই থাকি মৰি থাকিল। কুনমা-নাৰিয়ে তেতিয়া অজগৰৰ ছালখন ছেলালে আৰু অজগৰৰ বিষৰে সৈতে এনে এটা যাদুৰ বস্তু তৈয়াৰ কৰিলে, যিটো গাত সানিলে জুই আৰু পানীয়ে একো অপকাৰ কৰিব নোৱাৰে।

কুনমা-নাৰি আৰু কিছুকাল সুখেৰে থাকিল৷ এনেতে সেই ঠাইলৈ এজন 'তাবদে' বা যাদুকৰ আহিল। যাদুকৰে কুনমা-নাৰিৰ কথা শুনি তাক চাবলৈ আহিল আৰু কলে যে জুইৰ ওপৰত খোজ কাটি তোমাৰ বল দেখুওৱা। তাৰ উপৰি যাদুকৰে ঘোষণা কৰিলে যে যদি কুনমা-নাৰিয়ে জুইৰ ওপৰেদি খোজ কাটি যাব পাৰে তেনেহলে তেওঁ তাক বহুত ধন-সোণ দিব।

পৰীক্ষাৰ দিন পালেহি। কুনমা-নাৰিয়ে গোটেই গাতে সি তৈয়াৰ কৰা বস্তুটো সানি ল'লে আৰু হেলাৰঙে জুইৰ ওপৰেদি খোজ কাটি পাৰ হৈ গ'ল। জুয়ে তাৰ একো অনিষ্ট কৰিব নোৱাৰিলে। যাদুকৰে এইবোৰ কাণ্ড দেখি আচৰিত হ'ল আৰু স্বীকাৰ কৰিলে যে কুনমা-নাৰি তেওঁতকৈ ডাঙৰ। তাৰ পিচত কুনমা-নাৰিক বহুত ধন-সোণ দি যাদুকৰ তাৰপৰা গুচি গ'ল।

---

# দুষ্টৰ দণ্ড

এ সময়ত এজনী বুঢ়ী মানুহৰ এজনী ধুনীয়া ছোৱালী আছিল। মাকৰ বয়স বেচি হোৱা কাৰণে ছোৱালীজনীয়ে ঘৰৰ সকলো বনবাৰী কৰিছিল। এদিন ছোৱালীজনীয়ে খুব ৰাতিপুৱাই উঠি ঘৰৰ সকলো কাম-কাজ কৰি শেষ কৰিলে। তাৰ পিছত তাই আন এখন গাঁৱলৈ লোণ আনিবলৈ গ'ল। লোণ বিচাৰি লৈ যেতিয়া তাই ঘৰৰ ফালে খোজ ললে, তেতিয়া বেলিটো আকাশৰ সোঁ-মাজত। বেলিৰ চোকা ৰ'দত তাই গোটেই গাটো ডেই পুৰি নিয়া যেন পালে। অলপ দূৰ আহিয়েই তাইৰ বৰ ভাগৰ লাগিল। পিয়াহত তাইৰ অণ্ঠ-কণ্ঠ শুকাই যোৱা যেন লাগিল। তেতিয়া তাই মূৰৰ টোপোলাটো মাটিত থৈ অলপ মান পৰ জিৰাই লওঁ বুলি ভাবিলে। অলপ পৰৰ পিছত তাই থিয় হ'ল আৰু টোপোলাটো আকৌ মূৰত তুলি ল'ব খুজিলে। কিন্তু, তাইৰ মনত এনেহে লাগিল যেন তাইৰ গাৰ সকলো শক্তি নাইকিয়া হৈ গৈছে। তাই ওচৰত কোনোবা আছেনে কি চাবলৈ ধৰিলে আৰু মনতে স্থিৰ কৰিলে কাৰোবাক দেখিবলৈ পালেই তাই সহায় বিচাৰিব।

সেই সময়ত অলপ আঁতৰত থকা দৈত্য এটা সেই ফালেদি আহোঁতে আলিটোৰ সিপাৰ পাইছিলহি। ছোৱালীজনীয়ে দৈত্যটোক দেখি তাক লোণৰ টোপোলাটো তাইৰ মূৰৰ ওপৰত তুলি দিবলৈ ক'লে। দৈত্যটোৱে ধুনীয়া ছোৱালীজনী দেখি তাইক বিয়া কৰাৰ কথা মনতে ভাবিলে আৰু ক'লে, "তুমি টোপোলাটো দাঙিব পৰা নাই যেতিয়া, মই তোমাক টোপোলাটো দাঙি দি সহায় কৰিম। কিন্তু, তাৰ সলনি তুমি এটা কথাত ৰাজী হ'ব লাগিব। সেই কথাটো হৈছে যে মই তোমাক বিয়া কৰাম।"

ছোৱালীজনী কথা শুনি বিমোৱ হ'ল। কিন্তু লোণৰ টোপোলাটো নিয়াৰ আন উপায় নোহোৱাত তাই অনিচ্ছা সত্বেও দৈত্যৰ কথাত মান্তি হ'ল আৰু পিছদিনা গধূলি দৈত্যক সিহঁতৰ ঘৰলৈ যাবলৈ ক'লে।

দৈত্যই তেতিয়া আনন্দত তিনি তিলিকি মাৰিলে, আৰু টোপোলাটো ছোৱালীজনীৰ মূৰত তুলি দিলে। তাই লৰালৰিকৈ আহি ঘৰ পালেহি। বাটত তাই এখন কুঠাৰ, এটা কণী আৰু এটা কুকুৰ পাইছিল, সেইবোৰ তাই ঘৰলৈ লৈ আহিল। ঘৰ পাই তাই মাকৰ আগত দৈত্যৰ সৈতে হোৱা কথা-বতৰা সকলোখিনি কলে। জীয়েকৰ কথা শুনি বুঢ়ীয়ে বৰ ভয় খালে। তথাপি ভয় লুকুৱাই থৈ বুঢ়ীয়ে দৈত্যক খেদাবৰ কাৰণে বুধি চিন্তিবলৈ ধৰিলে।

সিহঁতৰ থকা ঘৰটোৰ দুৱাৰখন ইমান চাপৰ আছিল যে এজন লোকে তাৰ মাজেদি কথমপিহে যাব পাৰিছিল। বুঢ়ীয়ে দৈত্য আহিবৰ দিনা কুঠাৰখন দুৱাৰৰ কাষত আৰু কণীটো জুহালৰ ছাইৰ মাজত থলে। গধূলি হ'ল আৰু দৈত্যটোৱে আহি মাতিলে, "কন্যা, দুৱাৰখন মেলাচোন।" বুঢ়ীয়ে দৈত্যটোক আদৰ সাদৰ কৰা যেন দেখুৱাই দুৱাৰখন মেলি দি মাতিলে, "ডাঙৰীয়া আহক, জুহালৰ কাষতে বহকহি।" কিন্তু দুৱাৰ-মুখেদি চাপৰি সোমাই যাওঁতে সি কুঠাৰখনৰ ধাৰৰ ফালে বৰ জোৰেৰে খুন্দা মাৰি দিলে আৰু তাৰ ফলত মূৰৰ এডোখৰ কুঠাৰখনে কাটি নিলে। কুঠাৰে কটাৰ বিষত সি ৰ'ব নোৱাৰি জুহালৰ কাষলৈ গৈ ফুঁ মাৰি জুইকুৰা জ্বলাই দিলে। হঠাৎ কণীটো ফুটি দৈত্যৰ চকুত পৰিল আৰু তাক কণা কৰি পেলালে। তেতিয়া বুঢ়ীয়ে কুকুৰটো লগাই দিলে আৰু কুকুৰেও দৈত্যক কামুৰিবলৈ ধৰিলে। তৎ নেপাই দৈত্যটোৱে ঘৰৰপৰা ওলাই চিঞৰি বাখৰি লৰ মাৰিলে। যাওঁতে সি শপত খালে যে সি আৰু কেতিয়াও বুঢ়ীৰ ঘৰলৈ নাহে।

---

# দৈত্যৰাজ বধ

এসময়ত জেবু লাটান নামে এজন দৈত্যৰ ৰজা আছিল। তেওঁৰ মূৰত এটা শিং আছিল। তেওঁৰ জীৱন এই শিংটোৰ ওপৰতে নির্ভৰ কৰিছিল। প্ৰথমতে সেই শিংটো ভাঙিব নোৱাৰিলে, কোনেও তেওঁক মাৰিব নোৱাৰে। সেই কাৰণে তেওঁ মূৰত বৰ দীঘলকৈ চুলি একোছা ৰাখি তাৰ মাজত শিংটো লুকাই থৈছিল। কিন্তু ইয়াৰ ফলত তেওঁৰ আন এটা অসুবিধা হৈছিল। তেওঁৰ দীঘল চুলিত এবাহ ওকণীয়ে বাহ লৈছিল, সিহঁতে দিনে ৰাতিয়ে কামুৰি দৈত্যৰাজৰ জীৱনত শান্তি নাইকিয়া কৰিছিল। দৈত্যই নখ আৰু দাঁতৰ সহায়েৰে যি পাৰে ওকণী মাৰিবলৈ যত্ন কৰিছিল। শেহান্ত-ৰত সি তাৰ চুলিত ওকণী চাবৰ কাৰণে এজনী ছোৱালী তাৰ ঘৰলৈ লৈ আহিলে।

ছোৱালীজনী অনাৰ পিছত দৈত্যটোৱে ভাবিলে যে মূৰ আচোঁৰোতে ছোৱালীজনীয়ে নিশ্চয় তাৰ মূৰৰ শিংটো দেখিব। তাইক ঘৰলৈ উলটি যাবলৈ দিলে তাই আন মানুহৰ আগত শিংটোৰ বিষয়ে নিশ্চয় কবগৈ। সেই বাবে সি ওকণী চোৱাৰ পিছত ছোৱালী-জনীক খাই পেলালে। ওকণী চাবলৈ এইদৰে জেবু লাটানে বহুত ছোৱালী আনিলে আৰু খালে। লাহে লাহে ওকণী চাবলৈ দেশত ছোৱালী বিচাৰি পাবলৈ টান হ'ল। এদিন এজনী সৰু ছোৱালীৰ গাত দৈত্যৰাজৰ মূৰৰ ওকণী চোৱাৰ পাল পৰিল। ওকণী চাই থাকোঁতে ছোৱালীজনীয়ে ভাবিবলৈ ধৰিলে যে অলপতে তাইৰ কাম শেষ হ'ব আৰু কাম শেষ হোৱাৰ লগে লগে তাইৰ জীৱনটো অন্ত পৰিব। এইবোৰ ভাবি থাকোঁতে তাইৰ চকুৰপৰা পানী ওলাবলৈ ধৰিলে আৰু কেইটোপামান চকুপানী গৈ দৈত্যৰ কাণত পৰিলগৈ।

তেতিয়া সি মুখখন ঘূৰাই ছোৱালীজনীলৈ চালে আৰু দুখ, বেজাৰ আৰু ভয়ত চকুপানী টুকি থকা ছোৱালীজনী দেখি তাৰ মনত দয়া উপজিল। সি তেতিয়া ছোৱালীজনীক 'কাৰো আগত নকওঁ' বুলি শপত খুৱাই লৈ তাৰ মূৰৰ শিংটোৰ বিৱৰণ তাইৰ আগত ক'লে আৰু তাইক নিৰাপদে ঘৰলৈ যাবলৈ দিলে।

মানুহবোৰে তাইক ঘূৰি অহা দেখি বৰ আচৰিত হ'ল আৰু তাইনো কেনেকৈ দৈত্যৰ হাতৰপৰা সাৰিল তাইক সুধিলে। কিন্তু তাই মানুহৰ আগত একোকে নকলে, কিয়নো তাই ভাবিছিল দৈত্যৰ গুপ্ত-কথা ওলাইছে বুলি গম পালেই সি তাইক মাৰি পেলাব। কিন্তু দিন যোৱাৰ লগে লগে তাইৰ মনৰপৰা দৈত্যৰ ভয় কমিল আৰু এদিন কথাই কথাই তাই মাকৰ আগত দৈত্যৰাজৰ মূৰত থকা শিংটোৰ কথা কৈ পেলালে। অলপ দিনৰ ভিতৰতে বহুত মানুহে এই কথা শুনিলে আৰু অৱশেষত এই খবৰ গৈ লামাৰাজ জেবু ক্ৰমি কুণ্ডিৰ কাণত পৰিল। লামাৰাজে দৈত্যক বধ কৰা উপায় গম পাই বৰ ৰং পালে। কাৰণ দৈত্যৰাজে তেওঁৰ আৰু তেওঁৰ প্ৰজাবিলাকৰ ওপৰত বহুত অত্যাচাৰ কৰিছিল। তেওঁ এতিয়া দৈত্যৰাজৰ ওপৰত সেইবোৰ অত্যাচাৰৰ বাবে প্ৰতিশোধ লম বুলি শপত খালে।

এদিন লামাৰাজে হাতত তৰোৱাল লৈ জেবু লাটানৰ ঘৰৰ ভিতৰ সোমাই গ'ল। সেই সময়ত দৈত্যৰাজ শুই আছিল আৰু লামাৰাজ সোমাই আহোঁতেও তাৰ টোপনি ভালকৈ ভগা নাছিল। লামাৰাজে ভিতৰ সোমায়েই দৈত্যৰ শিংটো টুকুৰা টুকুৰাকৈ কাটি পেলালে আৰু চোকা তৰোৱালৰ আগটো দৈত্যৰাজৰ বুকুত সুমুৱাই দি দৈত্যক বধ কৰিলে। জেবু লাটান মৰাত সেই দেশৰ মানুহে বৰ আনন্দ পালে আৰু তাৰ পিছৰেপৰা সুখে শান্তিৰে বাস কৰিবলৈ ধৰিলে।

---

## দুটা চৰাইৰ সাধু—জেমো আৰু টাকা

জেমো আৰু টাকা দুবিধ চৰাই। জেমো নিচেই সৰু চৰাই, টাকা অলপ ডাঙৰ। টাকা মানুহৰ ঘৰ বা খেতি পথাৰৰ কাষলৈ প্ৰায়েই নাহে। কি কাৰণে এনেকুৱা হ'বলৈ পালে সেই বিষয়ে এটা সাধু আছে। সাধুটো এনেকুৱা—

এসময়ত এজোপা গছত জেমো আৰু টাকাই বাহ সাজি সুখেৰে বাস কৰিছিল। সিহঁত বহুতদিন তাত আছিল। জেমো অলপ পেট কপটীয়াঁ আছিল। সি মনে মনে টাকাক খিয়াল কৰিছিল। এদিন টাকা আহাৰ বিচাৰি দূৰলৈ গৈছিল। জেমো সেই সময়ত টাকাৰ বাহৰ ভিতৰলৈ সোমাই গ'ল। সি বাহৰ ভিতৰত টাকাৰ কণী কেইটামান দেখিলে। কণী কেইটা দেখি সি মনে মনে ভাবিলে, অলপমান ধেমালি কৰি চোৱা যাওক। এই বুলি সি কণীবোৰ এটা এটাকৈ বাহৰপৰা তললৈ পেলাই দিবলৈ ধৰিলে। কণীবোৰ মাটিত পৰি ভাগি থাকিল। তাৰ পিছত সি ঠোঁটেৰে বাহটো ভাঙি পেলাই দিলে।

কিছুমান পৰৰ পিছত টাকা ঘূৰি আহিল। বাহটোৰ অৱস্থা দেখি তাৰ বৰ খং উঠিল। সি খঙত এটা ডালৰ পৰা আনটো ডাললৈ জঁপিয়াবলৈ ধৰিলে। কোনে এনে বেয়া কাম কৰিলে উলিয়াব নোৱাৰি সি কলে, "কোনে মোৰ কণী আৰু বাহ ভাঙিলে? তাৰ সাহ আছে যদি সি আগবাঢ়ি আহি মোৰে সৈতে যুদ্ধ কৰক।" জেমো টাকাতকৈ বহুত সৰু আছিল। সি টাকাৰ কথা শুনি বৰ ভয় খালে। তাৰ কামৰপৰা যে এনেকুৱা হ'ব পাৰে সি আগতে ভবা নাছিল। এতিয়া টাকাৰ হাতৰ পৰা ৰক্ষা পাবৰ মনেৰে সি উৰা মাৰি পলাই গ'ল।

টাকাই জেমোৰ কাণ্ড দেখি ভাবিলে যে এই সকলোবোৰ

জেমোৰ কাণ্ড আৰু সিও জেমোৰ পিছে পিছে খেদা মাৰিলে। জেমোৱে গৈ থাকোঁতে বাটত এজনী গাই পালে। সি কলে "বন্ধু, মই বৰ বিপদত পৰিছোঁ। টাকাই মোক খাবলৈ খেদি আহিছে। সি যদি তোমাক সোধে তেন্তে মই সি ফালে গৈছোঁ বুলি দেখুৱাবা।" গাইজনী মান্তি হ'ল' আৰু টাকাই সোধাত সেইমতে বাট দেখুৱালে। অলপ দূৰ গৈ টাকাই জেমোক নেদেখি বুজিলে যে গাইজনীয়ে তাক ফাঁকি দিলে। সি তেতিয়া ঘূৰি আহি আগৰ বাটেদি যাবলৈ ধৰিলে। ইফালে জেমো গৈ থাকোঁতে এটা ঘোঁৰা পালে। ঘোঁৰাকো সি গৰুক কোৱাৰ দৰে অনুৰোধ কৰিলে আৰু ঘোঁৰাও সেইদৰে ক'বলৈ মান্তি হ'ল। টাকাই আহি ঘোৰাঁক সোধাত সি টাকাক ভুল বাট দেখুৱালে, কিন্তু টাকাই তাৰ কথা নুশুনি নিজৰ বাটেদি যাবলৈ ধৰিলে।

কিছুমান দূৰ গৈ জেমোৱে এটা বুঢ়া মানুহ পালে। বুঢ়াই বাঁহ কাটি আছিল। বহুত দূৰ উৰি জেমোৰ বৰ ভাগৰ লাগিছিল। সেইবাবে সি বৰ নম্ৰভাৱে বুঢ়াক ৰাতিটোৰ বাবে আশ্ৰয় দিবলৈ খাটিলে। বুঢ়া বাঁহ কটাত বৰ ব্যস্ত আছিল। সেইবাবে সি জেমোক তাৰ কাণৰ বিন্ধাৰ ভিতৰতে লুকাই থাকিবলৈ ক'লে। জেমো বুঢ়াৰ কাণৰ ভিতৰত সোমাওঁতেই, টাকা আহি সেই খনি পালেহি আৰু বৰ অস্থিৰ ভাৱে বুঢ়াক ডাবি-হুকি দি জেমো কেনি গ'ল কৈ দিবলৈ আদেশ দিলে। টাকাৰ ব্যৱহাৰত বুঢ়াৰ খং উঠিল। বুঢ়াই ক'লে, "তোমাৰ এনেকুৱা ব্যৱহাৰৰ কাৰণ কি? মই তোমাৰ খেতি পথাৰৰ শস্যও নষ্ট কৰা নাই, তোমাৰ বাহতো জুই দিয়া নাই। তুমি মোক কি বুলি ডাবি দিবা?" এইবুলি কৈ বুঢ়াই হাতত থকা বাঁহ এডালেৰে টাকাৰ মূৰত মাৰ মাৰি দিলে আৰু টাকা মৰি থাকিল।

সেই কাৰণে তেতিয়াৰেপৰা কোনো টাকা চৰাই মানুহৰ ঘৰ বা খেতি-পথাৰৰ কাষলৈ নাহে।

---

# এজনী সৰু ছোৱালী আৰু তাইৰ নিষ্ঠুৰ বৌৱেকহঁতৰ কথা

এসময়ত এখন গাঁৱত পাঁচোটা ককায়েক ভায়েকে বাস কৰিছিল। সিহঁতৰ এজনী সৰু ভনীয়েক আছিল। সিহঁতে সৰু ভনীয়েক জনীক বৰ ভাল পাইছিল। সিহঁত গোটেই কেউটাই বিয়াবাৰু কৰিছিল। তথাপি সিহঁতে সৰু ভনীয়েকৰ মনত সন্তোষ দিবলৈ পাৰেমানে চেষ্টা কৰিছিল। কিন্তু ছোৱালীজনীৰ বৌৱেকহঁতৰ ভিতৰত মাত্ৰ সৰুজনী বৌৱেকেহে ছোৱালীজনীক ভাল পাইছিল। বাকী কেইজনী বৌৱেকে ছোৱালীজনীক একেবাৰে দেখিব নোৱাৰিছিল। সৰু ছোৱালীজনী দিনে দিনে ধুনীয়া হৈ পৰিছিল আৰু বৌৱেকহঁতেও দিনে দিনে তাইক বেচিকৈ দেখিব নোৱাৰা হৈ পৰিছিল। এদিন ককায়েকহঁত পামলৈ খেতি কৰিবলৈ গ'ল। বৌৱেকহঁতে সুবিধা পাই ছোৱালী-জনীক জখলা এটাৰ ওপৰত তুলি দিলে আৰু খৰি-খেৰ গোটাই তলৰ-পৰা জুই লগাই দিলে। জুই জ্বলি উঠি ছোৱালীজনীৰ গাত লাগিলগৈ। তাই তেতিয়া উপায় নেপাই চিঞৰিবলৈ ধৰিলে। তাইৰ চিঞৰ শুনি কোনো মানুহ তাইৰ ওচৰলৈ নাহিল, কিন্তু স্বৰ্গৰ দেৱতাসকলে তাইৰ দুখ দেখি তাইক এটা চৰাইত পৰিণত কৰিলে আৰু তাই উৰি গৈ এজোপা বৰ ওখ গছত থাকিবলৈ ললে।

কেইবা মাহো পাৰ হৈ গ'ল আৰু জাৰকালি আহিল। গছৰ পাতবোৰ সৰিবলৈ ধৰিলে আৰু ঘাঁহ-বনবোৰো জাৰত শুকাই যাবলৈ ধৰিলে। গৰু গাইৰ বাবে যথেষ্ট ঘাঁহ-বন নোহোৱা হ'ল। সেইকাৰণে সিহঁতে সিহঁতৰ গৰুগাই মেথোন আদি সকলো জন্তু লৈ আন এখন ঘাঁহ থকা ঠাই বিচাৰি ওলাল। এইদৰে গৈ থাকোঁতে এদিন সিহঁতক বাটত বৰষুণে পালে। বৰষুণৰপৰা হাত সাৰিবৰ

কাৰণে সিহঁতে এজোপা বৰ ওখ গছৰ তলত থিয় হ'ল। সেই গছ-জোপাতে সিহঁতৰ ভনীয়েক চৰাই হৈ আছিল।

সিহঁতক দেখি চৰাইটোৱে কলে, "মোৰ ককাইহঁত আজি ইয়ালৈ আহিছে। তেওঁলোকে পোহনীয়া জন্তুবিলাক ঘাঁহনিলৈ নিবলৈ আহিছে। যোৱা বছৰ এনে সময়ত ময়ো ঘাঁহনিলৈ গৈছিলোঁ।" ডাঙৰটো ককায়েকে চৰাইটোৰ কথা শুনি আচৰিত হৈ চৰাইটোলৈ চালে। ডাঙৰজনী বোৱেকে গিৰীয়েকে সেইদৰে চৰাইটোলৈ আৰু গছজোপালৈ চোৱা দেখি, গিৰীয়েকক এনেয়ে বৈ থকা বাবে গালি-শপনি পাৰিবলৈ ধৰিলে আৰু আগুৱাই যাবলৈ ক'লে। ডাঙৰ ককায়েক তেতিয়া আগবাঢ়ি গ'ল। তাকে দেখি আন কেইটা ককায়েকেও তাকে কৰিলে। কিন্তু সৰুজনী বোৱেকে চৰাইটোলৈ মন কৰি আছিল। তাই গিৰীয়েকক মাতি আনি চৰাইটোলৈ মন কৰিবলৈ ক'লে। সিও চৰাইটোলৈ মন কৰি বৰ আচৰিত হ'ল আৰু ক'লে—"যদি তুমি মোৰ ভনী হোৱা, তেনেহলে মোৰ কান্ধত বহাহি।" তেতিয়া চৰাইটো আহি তাৰ কান্ধত বহিলহি।

সৰু ককায়েকে তেতিয়া আন কেইটা ককায়েকক মাতি আনি চৰাইটোৰ কথা কলে। সিহঁত গোটেই কেইটাই তেতিয়া ঘৈণীয়েক-হঁতক মাতি আনি ভনীয়েকৰ কি হ'ল সুধিলে। সিহঁতে প্ৰথমতে আসৈ মাতিলে কিন্তু গিৰীয়েকহঁতে ভয় দেখুৱাত ভয় খাই সিহঁতে সকলো কথা সৈ কাঢ়িলে। তেতিয়া সিহঁতে সৰুজনী বোৱাৰী নিৰ্দ্দোষী বুলি জানি তাইক ক্ষমা কৰিলে। বাকী কিজনীক ধৰি বান্ধি পেলালে আৰু ডাঙৰকৈ একুৰা জুই ধৰি সিহঁতক তাত পেলাই দিলে।

এইখিনি হৈ যোৱাৰ পিছত ছোৱালীজনী চৰাই গুচি আকৌ আগৰ নিচিনা হ'ল, আৰু ককায়েকহঁত আৰু সৰু নবোৱেকৰে সৈতে সুখেৰে থাকিল।

---

# সততাৰ পুৰস্কাৰ

এসময়ত এজনী বুঢ়ীমানুহৰ এজনী দীপলিপ ধুনীয়া ছোৱালী আছিল। বুঢ়ীজনী বৰ খিংখিঙীয়া আছিল আৰু তাই সদায় জীয়েকক গালি-শপনি পাৰিছিল। ছোৱালীজনীয়ে মাকলৈ বৰ ভয় কৰিছিল আৰু মাকৰ গালি-শপনি মুখেৰে নমতাকৈ সহিছিল। এদিন বুঢ়ীয়ে এজন বেপাৰীৰপৰা অলপমান ভেৰাৰ মঙহ কিনিলে। বুঢ়ীয়ে মঙহখিনি জীয়েকক দি জুহালৰ ওপৰতে থৈ দিবলৈ কলে আৰু কলে যে গ্ৰীষ্ম আহিলেই মঙহখিনি খোৱা যাব। জীয়েকে মাকৰ কথা ভালকৈ বুজি নেপালে। তাই ভাবিলে যে গ্ৰীষ্ম নামেৰে কোনোবা এজন মানুহ আহিলেই সিহঁতে মঙহখিনি খাব। সেইদৰে ভাবিগুণি তাই মঙহখিনি থৈ দিলে।

কেইদিনমানৰ পিচত বুঢ়ী এদিন এফালে ওলাই গ'ল। এনেতে 'তাবদে' বা ঐন্দ্ৰজালিক এজন সিহঁতৰ ঘৰলৈ আহি ছোৱালীজনীক খোৱা বস্তু খুজিলে। ছোৱালীজনীয়ে অচিনাকি মানুহজনক তেৱেঁই গ্ৰীষ্মনে কি সুধিলে। তেতিয়া 'তাবদে' মুৰ দুপিয়াই শলাগি ঘৰৰ ভিতৰলৈ সোমাল। ছোৱালীজনীয়ে সেই মানুহজনকে মাকে কোৱা গ্ৰীষ্ম বুলি ভাবি আদৰ-সাদৰ কৰি বহুৱালে আৰু জুহালৰ ওচৰত থোৱা মঙহখিনি তেওঁক খাবলৈ দিলে। তাবদেই ছোৱালী-জনীৰ সেৱা-শুশ্ৰূষাত আনন্দিত হ'ল আৰু খোৱাৰ আগতে ক'লে যে কেতিয়াবা কিবা বিপদত পৰি ছোৱালীজনীয়ে তেওঁক মাতিলেই তেওঁ তৎক্ষণাৎ আহি তাইক সহায় কৰিব।

পিছদিনা বুঢ়ী ঘৰলৈ ঘূৰি আহিল আৰু অচিনাকি মানুহ এজনক ছোৱালীজনীয়ে মঙহখিনি খাবলৈ দিয়া শুনি তাইৰ বৰ খং উঠিল। বুঢ়ী এনেয়ে খিংখিঙীয়া। এতিয়া খং উঠিলত বুঢ়ীয়ে ছোৱালী-

জনীক চুলিত ধৰি লাথুটিৰে মৰিয়াবলৈ ধৰিলে আৰু মৰিয়াই মৰিয়াই ভাগৰ লাগিলত তাইক ঘৰৰপৰা উলিয়াই খেদাই দিলে। মাৰ-কিল খাই ছোৱালীজনী উঠিব নোৱাৰা হ'ল। তেতিয়া তাইৰ তাবদেৰ কথা মনত পৰাত তাই তেওঁক মাতিলে। তৎক্ষণাৎ তাবদে আহি সেইখিনি পালেহি। তাইৰ অৱস্থা দেখি তেওঁ তাইক কলে, "ভয় নকৰিবা। মই তোমাক এটা গুটি খাবলৈ দিম। গুটিটো খোৱা মাত্রকতে তোমাৰ গাৰ বিষ নাইকিয়া হ'ব আৰু তুমি দেখাতো আগতকৈ ধুনীয়া হ'বা।" ছোৱালীজনীয়ে গুটিটো খালে আৰু খোৱামাত্রকতে তাইৰ গাৰ বিষ নাইকিয়া হ'ল আৰু আগতকৈয়ো বেচি ধুনীয়া হ'ল। তেতিয়া তাবদেই তাইক পাহাৰৰপৰা কেই পাহমান ফুল গোটাই আনিবলৈ কলে। ফুল অনা হ'লত তেওঁ তাইক ৰজাৰ ঘৰৰ ফাললৈ যাবলৈ কলে আৰু ফুলবোৰ হাতত লৈ যাবলৈ দিহা দিলে। বাটত যাওঁতে যাওঁতে ফুলবোৰ সোণত পৰিণত হ'ল। ছোৱালীজনীযে তেনে হোৱা দেখি বৰ আনন্দ পালে আৰু তাবদেক ধন্যবাদ দি ৰজাৰ অট্টালিকাৰ ফাললৈ যাবলৈ ধৰিলে।

ৰজাই সুন্দৰী ছোৱালী এজনী তেওঁৰ ঘৰৰ ফালে অহা দেখি বৰ ভাল পালে। তেওঁ ছোৱালীজনী কোন আৰু ক'ৰপৰা আহিছে তাক নোসোধাকৈয়ে তাইক ৰাণী পাতিলে। এইদৰে ছোৱালীজনী ৰজাৰ ৰাণী হ'ল আৰু কিছুমান দিন ৰজাৰ লগত সুখেৰে বাস কৰিলে। কিছুমান দিনৰ মূৰত ৰজাই তাইক নিজৰ ঘৰলৈ গৈ মাক-বাপেকক চাই আহিবৰ মন গৈছেনে নাই সুধিলে। ছোৱালী-জনীয়ে মাকৰ কথা ভাৱাক ক'বনে নকব মনতে ভাবি-গুণি ঠিক কৰিব নোৱাৰিলে। তাইৰ মনতে ভয় হ'ল যে কেনেবাকৈ ৰজাই যদি মাকৰ খিংখিঙীয়া প্রকৃতিৰ কথা গম পায়, তেনেহলে তেওঁ অসন্তুষ্ট হ'ব। এইবিলাক ভাবি-গুণি তাই একো উপায় নেপালে। এনেতে তাইৰ মনত পৰিল যে কিবা বিপদ হোৱা যেন গম পালেই তাবদেই তাইক তেওঁক মাতিবলৈ কৈছিল। তেতিয়া তাই তাবদেক মাতিলে আৰু

তাবদেয়ো তাইৰ আগত ওলালহি। তাবদেক তাইৰ চিন্তাৰ বিষয়টো কোৱাত তেওঁ কলে যে সেইবোৰ ভাবি-গুণি থকাৰ একো দৰকাৰ নাই, তাই ৰজাক কৈ পিচদিনা ঘৰলৈ যোৱাৰ বন্দোবস্ত কৰাই ভাল।

পিচদিনা ৰাতিপুৱা তাই ৰজাৰে সৈতে সিহঁতৰ ঘৰৰ ফাললৈ গ'ল। ঘৰৰ ওচৰ চাপি তাই বৰ আচৰিত হ'ল, কাৰণ আগৰ জুপুৰি ঘৰটোৰ ঠাইত, সোণ-ৰূপেৰে সজোৱা এটা অট্টালিকা আছে। তাই আৰু আচৰিত হ'ল যেতিয়া মাকে সেই ঘৰটোৰপৰা ওলাই আহি তাইক সাৱট মাৰি ধৰিলে আৰু ৰজাকো বৰ আদৰ-সাদৰ কৰি অভ্যৰ্থনা কৰি অট্টালিকাৰ ভিতৰলৈ লৈ গ'ল।

---

# এজনী কাউৰী, এটা বগলী আৰু এটা বৰটোকোলাই কেনেকৈ ছোৱালী এজনীক ৰক্ষা কৰিলে

এসময়ত এজনী বুঢ়ীৰ এজনী ছোৱালী আছিল। সেই সময়ত জুই সহজে পোৱা নগৈছিল। সেইবাবে মানুহে সদায় জুই জ্বলাই ৰাখিছিল। এদিন বুঢ়ী কিবা কামত চুবুৰীয়াৰ ঘৰলৈ যাব লগা হ'ল। তাই যাবৰ সময়ত জীয়েকক জুইকুৰা চাবলৈ কৈ গ'ল। ছোৱালীজনীয়ে ওচৰত বহি জুইকুৰালৈ মন কৰি থাকোঁতে তাইৰ টোপনি আহিল আৰু ইতিমধ্যে জুইকুৰা নুমাই গ'ল। সাৰ পাই জুইকুৰা নুমাই যোৱা দেখি তাইৰ বৰ ভয় লাগিল। তাই ভাবিলে যে জুইকুৰা নুমোৱাৰ কাৰণে মাকে নিশ্চয় তাইক মাৰিব। তাই ওচৰত ক'ত জুই পায় বিচাৰিবলৈ ওলাল।

সেইসময়তে উ-ছিং-ফুং নামে দৈত্য এটাই গছ এজোপাৰ তলত জুই ধৰি কানি খাই আছিল। ছোৱালীজনীয়ে সেইটো কোন চিনি নেপাই তাকে অলপমান জুই খুজিলে। দৈত্যটো কানি খোৱাত ব্যস্ত আছিল; সি তাইক ক'লে "তুমিয়ে আহি জুই লৈ যোৱাহি।" দৈত্যই ছোৱালীজনী ওচৰলৈ অহাত তাইক ভালকৈ দেখিলে আৰু ছোৱালীজনী বৰ ধুনীয়া দেখি বিয়া কৰাবলৈ মন কৰিলে। ছোৱালী-জনীযে জুই লৈ যোৱা মাত্ৰকতে সি কানি খাবলৈ এৰি তাইৰ পিছে পিছে গ'ল। দৈত্যটো পিছে পিছে অহা দেখি ছোৱালীজনীৰ বৰ ভয় লাগিল আৰু তাই ঘৰলৈ লৰ মাৰিলে। তাই ঘৰ পাই তাইৰ মাকক সকলো কথা ক'লে। মাকে চাই দেখে যে জীয়েকৰ পিছে পিছে অহাটো দৈত্য উ-ছিং-ফুং। তাই তৎক্ষণাৎ জীয়েকৰে সৈতে ঘৰৰ ভিতৰত লুকাবলৈ চেষ্টা কৰিলে। কিন্তু লুকাবলৈ ধৰোঁতেই দৈত্যটো আহি পালে আৰু ছোৱালীজনী ধৰি লৈ গুচি গ'ল।

বুঢ়ীয়ে তেতিয়া ইনাই বিনাই কান্দিবলৈ ধৰিলে আৰু দৈত্যটো যোৱা বাটেদি যাবলৈ ধৰিলে। বাটত যাওঁতে তাই এজনী কাউৰী, এটা বগলী আৰু এটা বৰটোকোলা লগ পালে। চৰাই কেইটাই বুঢ়ীৰ কি হৈছে সুধিলে আৰু বুঢ়ীয়েও তাইৰ দুখৰ কাহিনী সিহঁতৰ আগত ভাঙি পাতি ক'লে। চৰাই কেইটাৰ দৈত্যটোৰ ওপৰত বৰ খং উঠিল আৰু সিহঁতে বুঢ়ীক সহায় কৰিবলৈ ঠিক কৰিলে। এই দৰে গৈ থাকোঁতে থাকোঁতে সিহঁত দৈত্যৰ ঘৰৰ আগ পালেগৈ। বৰটোকোলাৰ ঠোঁট দীঘল আছিল। সি ঠোঁটত অলপ বৰফ লৈ গ'ল। তাৰ পিছত কাউৰী আৰু বৰটোকোলা আগফালৰ দুৱাৰেদি সোমাই দৈত্যৰ ওচৰলৈ গ'ল। দৈত্যই তেতিয়া ছোৱালীজনীক বান্ধি থৈ খাই-বৈ জুহালৰ ওচৰত বহি জিৰণি লৈছিল। সি চৰাইকেইটাৰে সৈতে মেল মাৰিবলৈ ধৰিলে। কাউৰী বৰ টেঙৰ। তাই ইটোৰ পিছত সিটো কথা উলিয়াই দৈত্যটোক আন কথা পাহৰাই পেলালে। ইতিমধ্যে বুঢ়ী আৰু বগলী পিছ দুৱাৰেদি সোমাই ছোৱালীজনীৰ

কাষলৈ গ'ল। বগলীয়ে ঠোঁটেৰে ছোৱালীজনীক বন্ধা ৰছীডাল ছিঙি পেলালে। তেতিয়া বুঢী, জীয়েক আৰু বগলী পিছদুৱাৰেদি ওলাই ঘৰলৈ খোজ ললে।

কাউৰীহঁতে আৰু কিছু পৰ দৈত্যৰে সৈতে গল্প কৰিলে। সিহঁতে বুজিলে যে ইতিমধ্যে বুঢীহঁত বহুত দূৰ পালেগৈ। তেতিয়া বৰ-টোকালাই ঠোঁটত থকা বৰফখিনি জুহালত পেলাই দিলে আৰু জুইকুৰা নুমাই গ'ল। জুইকুৰা নুমালত গোটেই ঘৰটো এন্ধাৰ হ'ল আৰু কোনেও কাকো নেদেখা হ'ল। তেতিয়া কাউৰীয়ে ক'লে, "দৈত্য ডাঙৰীয়া, সাঁথৰ এটা কওঁ, ভঙাবনে?

কাউৰীয়ে মেলিলে মিছাৰ জাল।
শুনি উ ছিং ফুঙৰ লাগিল ভাল॥
বগলীয়ে ঠোঁটেৰে কুটিলে জৰী।
জীয়েকক লই পলাল বুঢী॥"

এইবুলি কৈ চৰাই দুটা ভুৰুংকৈ উৰি গুচি গ'ল। দৈত্যই এন্ধাৰত খেপিয়াই খেপিয়াই উঠি জুই ধৰিলে আৰু ঘৰটো পোহৰ হ'লত দেখে যে ছোৱালীজনী কেতিয়াবাই পলাল।

---

# হলা কাঙ্কাকাম দেৱতাৰ সাধু

জাখৰিং তিব্বতীয়সকলে এইজন দেৱতাক পৰমেশ্বৰ বুলি পূজা কৰে। তেওঁক কেতিয়াবা আন নামেৰেও সম্বোধন কৰা হয়। মানুহৰ দুখ-কষ্ট হৰণ কৰিবৰ বাবে তেওঁ নানা ৰূপ ধৰি পৃথিবীলৈ আহে। এই গল্পটোত দুখীয়াৰ প্ৰতি ঈশ্বৰৰ দয়া দেখুৱা হৈছে।

এসময়ত এটা দুখীয়া মানুহৰ তিনটা লৰা আছিল। লৰা কেইটা

চেমনীয়া হৈ থাকোঁতেই বুঢ়াই এদিন সিহঁতক মাতি আনি ক'লে, "বোপাইহঁত, তহঁত সৰু হৈ থাকমানে মই তহঁতৰ খোৱা, পিন্ধা, থকা আদিৰ যোগাৰ কৰি তহঁতক পোহ-পাল দিম। এতিয়া কচোন, ডাঙৰ হৈ তহঁতে মোক কেনেকৈ পোহ-পাল দিবি।" তেতিয়া প্ৰথম লৰাটোৱে কলে যে সি বেপাৰ কৰি যি উপাৰ্জ্জন কৰিব তাৰে সৈতে দেউতাকক পোহপাল দিব। দ্বিতীয় লৰাটোৱে কলে যে সি খেতি-বাতি কৰি যি উপাৰ্জ্জন কৰিব, তাৰে সৈতে বাপেকক পোহ-পাল দিব। কিন্তু, তৃতীয় লৰাটোৱে কোনো ব্যৱসায়ৰ কথা নকলে, সি কলে যে সি পৰম দেৱতা হুলা কাঙ্কাকামৰ পূজা কৰিব আৰু তেওঁৰ আশীৰ্ব্বাদৰ বলতে সি বাপেকৰ ভৰণ-পোষণ কৰিব পাৰিব।

লাহে লাহে বহুত দিন পাৰ হৈ গ'ল আৰু তিনটা লৰাৰ এটাই কেউটা ডেকা হল আৰু প্ৰত্যেকেই নিজৰ অভিৰুচিমতে ব্যৱসায় বাছি ললে। প্ৰথমটো বেপাৰ কৰিবলৈ গ'ল আৰু নিজৰ ইচ্ছামতে বেপাৰৰ বস্তু কিনি ললে। কিন্তু, অভিজ্ঞতা নথকাৰ বাবে সি বেপাৰত লাভ কৰিব নোৱাৰিলে আৰু নিজৰ সকলো সম্পত্তি হেৰু-ৱাই সি ঘৰলৈ উলটিল। দ্বিতীয় লৰাটোৱে এডোখৰ হাবি কাটি খেতি কৰিবলৈ ল'লে, কিন্তু খেতিৰপৰা যথেষ্ট শস্য নেপালে। যিখিনি পালে তাৰে সৈতে গোটেই পৰিয়ালটোক খাবলৈ নোজোৰে।

তৃতীয় লৰাটোৱে উপযুক্ত অনুষ্ঠানেৰে সৈতে হুলা কাঙ্কাকামৰ পূজা কৰিলে। পূজাৰ পিছত সি আহাৰ আৰু আন প্ৰয়োজনীয় বস্তুৰ বাবে দেৱতাৰ ওচৰত প্ৰাৰ্থনা কৰিলে। কিন্তু তাৰ প্ৰাৰ্থনাৰ একো ফল নধৰিলে আৰু দেৱতা আহি তাৰ আগত দেখা নিদিলেহি। পূজা বিফল হোৱাত সি হতাশ হ'ল। পৰিয়ালৰ ভৰণ-পোষণ দিবলৈ তাৰ কোনো উপায় নাছিল। সি হতাশ মনেৰে যি ফালে চুচকু যায়, সেইফালেই যাবলৈ ধৰিলে। এইদৰে কিছুমান গৈ থকাৰ পিছত সি এখন ঠাইত দুটা হৰিণা পছুৰে যুঁজ কৰি থকা দেখিলে।

তাক দেখি হৰিণা দুটাই যুঁজ কৰিবলৈ এৰি সিনো কলৈ যায় তাক সুধিলে। সি কলে যে জীৱনত হতাশ হৈ সি ঘৰ-দুৱাৰ এৰি হুলা কান্ধাকাম দেৱতাক বিচাৰিবলৈ ওলাইছে। দেৱতাক লগ নোপোৱালৈকে সি গৈ থাকিব। তেতিয়া হৰিণা দুটাই ক'লে, "আমাৰ দেখাদেখি হলেই যুঁজ কৰিবৰ মন যায়। ইয়াৰ নো কাৰণ কি, দেৱতাক লগ পালে সুধিবা।" লৰাটোৱে সুধিম বুলি কৈ তাৰপৰা যাত্ৰা কৰিলে।

কেইদিনমানৰ পিছত লৰাটোৱে এজনী তিৰুতা মানুহ গছ এজোপাৰ তলত বেজাৰ মনেৰে বহি থকা দেখিলে আৰু দুয়ো কথা পাতিবলৈ লাগিল। লৰাটোৱে কলে যে সি হুলা কাঙ্কাকাম দেৱতাক বিচাৰি উলিয়াম বুলি ঘৰৰপৰা ওলাইছে; দেৱতাক লগ নোপোৱালৈকে সি ঘৰলৈ ঘূৰি নেযায়। তাকে শুনি তিৰুতাজনীয়ে কলে, "বহুত দিনৰেপৰা মোৰ মনটো বেজাৰেৰে ভৰা। কি কাৰণে বেজাৰ লাগিছে, তাক মই বুজিব পৰা নাই। দেৱতাক লগ পালে তুমি সুধিবাচোন কেতিয়াকৈ মই বেজাৰৰপৰা হাত সাৰিব পাৰিম।" লৰাটোৱে সুধিম বুলি প্ৰতিজ্ঞা কৰিলে আৰু লাহে লাহে তাৰপৰা গুচি গ'ল।

লৰাটোৱে বাটে বাটে যাওঁতে কেনেকৈনো দেৱতাক লগ ধৰিব তাৰ একো সন্তেদ পোৱা নাছিল। কিন্তু দেৱতাই তাৰ ভক্তি আৰু আগ্ৰহ দেখি মনত ভাল পালে। তেওঁ এজন বুঢ়া মানুহৰ ভেশ ধৰি লৰাটোৰ আগত উপস্থিত হ'ল। লৰাটোৱে তেওঁক চিনি নেপালেও বুঢ়াজন দেখি সন্তুষ্ট হ'ল আৰু তেওঁৰে সৈতে কথা-বতৰা পাতিবলৈ ধৰিলে। লৰাটোৱে কথাই কথাই হৰিণা দুটা আৰু তিৰুতা মানুহজনীৰ কথা ক'লে। তেতিয়া হুলা কাঙ্কাকামে কলে, "হৰিণা দুটাই যুঁজ কৰা ঠাই ডোখৰৰ তলত একলহ সোণ আছে। সোণ কলহ আঁতৰাই নিলেই সিহঁতৰ যুঁজ কৰা বন্ধ হ'ব।" তিৰুতা মানুহজনীৰ বিষয়ে তেওঁ কলে যে তিৰুতাজনীৰ বিয়া কৰাবৰ বয়স হৈছে

কিন্তু উপযুক্ত দৰা নোপোৱাৰ বাবে বিয়া হোৱা নাই। বিয়া হৈ গলেই তাই সুখী হ'ব।

পিছদিনা পুৱা লৰাটোৱে তাৰপৰা যাত্রা কৰি আহি হৰিণা দুটা থকা ঠাই পালেহি। সিহঁতে তেতিয়াও যুঁজ কৰি আছিল। লৰাটোৱে ক'লে—"ৰ'বা। তোমালোকে যুঁজ কৰা ঠাইডোখৰৰ তলতে একলহ সোণ আছে। কলহটো আঁতৰাই দিলেই তোমালোকৰ যুঁজৰ শেষ হ'ব।" তেতিয়া হৰিণা দুটাই সিহঁতৰ ভৰিৰ খুৰাৰে সৈতে মাটি খান্দি কলহটো উলিয়ালে আৰু লৰাটোক কলহটো দি দিলে। তাৰ পিছত লৰাটোৱে তিৰুতা মানুহজনী বিচাৰি ওলাল। তাইক আগৰ গছজোপাৰ তলতে পালে আৰু তাইৰ বেজাৰৰ কাৰণটো বুজাই ক'লে। তিৰুতাজনীয়ে শুনি বিয়া সোমাবলৈ স্থিৰ কৰিলে। কিন্তু তাই ভাবিলে যে এজন ভাল দৰা বিচাৰি উলিয়াবলৈ বহুত সময় লাগিব। সেই কাৰণে তাই লৰাটোকে তাইক বিয়া কৰিবলৈ অনুৰোধ কৰিলে। লৰাটো মান্তি হ'ল আৰু বিয়াৰ পিছত সোণৰ কলহটো আৰু ঘৈণীয়েকক লগত লৈ সি ঘৰলৈ উলটিল। সি সুখেৰে দিন নিয়াবলৈ ধৰিলে।

---

# পৃথিৱীত ধানৰ উৎপত্তি কেনেকৈ হল ?

বহুতদিনৰ আগতে পৃথিৱীত ঈশ্বৰে প্রথম মানুহৰ সৃষ্টি কৰিছিল। তেতিয়া ধানৰ উৎপত্তি হোৱা নাছিল। বনৰীয়া জীৱ-জন্তুৰ দৰে মানুহেও গছৰ পাত আৰু আলু আদি খাই জীয়াই আছিল। ইয়াৰ উপৰিও দেৱতাসকল মানুহৰ প্রতি বৰ নিমৰমিয়াল আছিল; তেওঁলোকক বেচি কষ্টত পেলাইছিল। বৰষুণ ধুমুহাৰ উপৰিও

সূৰ্য্যৰ তাপ বেচি আছিল। মানুহে হাবিত আশ্ৰয়হান হৈ মূৰৰ ওপৰত চাল এখনো নোহোৱাকৈ দিন কটাইছিল।

কিন্তু দেৱতাসকল চৰাই আৰু পশুবিলাকৰ প্ৰতি খুব মৰমিয়াল আছিল। পৰ্ব্বতৰ দেৱতাসকলৰ ৰজাৰ নাম আছিল গেলন। তেওঁ মানুহৰ উপৰিও পৃথিৱীৰ সকলো পশু-পক্ষীৰ ওপৰত শাসন চলাইছিল। গেলন দেৱতাই ঘনচিৰিকা চৰাইক ধান দান কৰিলে আৰু ইয়াৰে খেতি কেনেকৈ কৰিব লাগে তাকো শিকাই দিলে। ইয়াকে দেখি পৃথিৱীৰ সকলোবোৰ মানুহ গোটখাই এখন 'কেবাঙ' বা মেল পাতিলে। তেওঁলোকে মেলত গেলনৰ ওচৰলৈ গৈ ধান খুজিবৰ বাবে এজন মানুহ পঠাবলৈ স্থিৰ কৰিলে।

ঘনচিৰিকাই গছৰ ওপৰৰপৰাই মানুহে কেবাঙ'ত লোৱা সিদ্ধান্তটো শুনি আছিল। সি ভাবিলে '—মই এটা সৰু চৰাই। পাহাৰৰ ওপৰত খেতিৰ বাবে মাটি চহোৱা মোৰ পক্ষে বৰ কষ্টকৰ হব। গতিকে মই যদি মানুহক খেতিৰ নিয়ম আৰু ধানৰপৰা চাউল তৈয়াৰ কৰাৰ উপায় শিকাই দিওঁ, তেনেহলে মোৰ পৰিশ্ৰম কিছু কম হব।'

ঘনচিৰিকা কেবাঙলৈ উৰি আহিল আৰু তাত গোটখাই থকা মানুহক কলে—"তোমালোকক ধান খেতিৰ নিয়ম শিকাই দিম, কিন্তু তোমালোকে তাৰ সলনি মোক এটা উপহাৰ দিব লাগিব। কাৰণ দয়া-মৰমৰ অবিহনে মানুহৰ মাজত বন্ধুত্বৰ ভাৱ নাহে।"

কেবাঙৰ সকলো মানুহেই মান্তি হলত ঘনচিৰিকাই মানুহবোৰক পাহাৰৰ ওপৰলৈকে তাক অনুসৰণ কৰিবলৈ কলে। সি প্ৰথমতে মানুহবোৰক পাহাৰৰ হাবিবোৰ কাটি পৰিষ্কাৰ কৰিবলৈ আৰু বৰষুণৰ বাবে গেলনক প্ৰাৰ্থনা কৰিবলৈ কলে। সেই মতেই মানুহে মদ আৰু গাহৰিৰ মাংস গেলনৰ উদ্দেশ্যে আগ বঢ়ালে। গেলন সন্তুষ্ট হল আৰু পৃথিৱীত যথেষ্ট পৰিমাণে বৰষুণ দিয়ালে। সেইবাবে শস্য চহোৱাৰ আগতে পথাৰত দেৱতাৰ উদ্দেশ্যে মদ

আৰু এটুকুৰা ৰূপ উৎসৰ্গা কৰাটো মিচিমিসকলৰ এটা বিশিষ্ট ৰীতি হৈ চলি আহিছে।

মানুহবোৰ ঘনচিৰিকাৰ দয়াত খুব সন্তুষ্ট হ'ল আৰু ইচ্ছামতে তাক খেতিৰ পথাৰবপৰা ধান নিবলৈ দিলে।

সেই কাৰণেই খেতিৰ পথাৰত বিশেষকৈ ধান চপাবৰ সময়ত জাক জাক ঘনচিৰিকাক শস্য খোৱা দেখা যায়। সেই অতীত কালৰেপৰাই ঘনচিৰিকাই ধান চপাবৰ দিনত খেতিৰ পথাৰলৈ আহে আৰু পাৰেমানে ধান খায়।

---

# ভেকুলীৰ সাধু

ভেকুলীৰ শৰীৰটো খহটা আৰু কুঁজা। ইয়াক দেখিলেই বৰ শান্ত আৰু ধাৰ্ম্মিক যেন লাগে। কিন্তু মিচিমিসকলৰ বিশ্বাস, ভেকুলী বৰ কুটিল আৰু দুষ্ট। চোৰাত গছৰ পাত গাত লাগিলে খজুৱায়, তাৰ বাবে ভেকুলীয়েই দায়ী।

চোৰাত গছ আলিৰ কাষত গজে। এদিন এন্যা দেৱতা আলি-বাটত ঘূৰি ফুৰিছিল। কেনেবাকৈ তেওঁৰ ভৰিত চোৰাত পাত লাগিল আৰু খুব খজুৱতি উঠিল। তেতিয়া এন্যা দেৱতাই চোৰাত পাতক মাতিলে আৰু ক'লে—“তই এই বেয়া কামৰ বাবে প্ৰতিফল পাবি।” চোৰাত পাতে উত্তৰ দিলে—“দেউতা ঈশ্বৰ! মোৰ অন্তৰখন ফুলৰ দৰেই পৱিত্ৰ। তথাপি মোৰ অৱস্থা এনে বেজাৰ-লগা। কাৰণ সাপে তাৰ শৰীৰৰ সকলো বিষ মোৰ শৰীৰত ঢালি দিলে, সেই কাৰণে মোৰ সৰু সৰু শুংবোৰ বিষাক্ত হৈ পৰিল।”

এন্যাই তেতিয়া সাপক মাতিলে আৰু চোৰাতৰ কথা সঁচানে

সুধিলে। সাপে ক'লে,—"দেউতা ঈশ্বৰ' মোৰ গাত দোষ নাই। হাবিত হৰিণা পছু এটা মোৰ ফালে লৰি আহোঁতে ভয়তে মই চোৰাত পাতৰ তলত আশ্ৰয় ললোঁ; সেই কাৰণেহে এনে হবলৈ পালে।" এন্যাই হৰিণাটোক মাতি আনিলে আৰু সুধিলে। হৰিণাই কলে—"আপুনি জানেই মোৰ স্বভাৱ কিমান পৱিত্ৰ। সাপক ভয় খুৱোৱাবৈ মোৰ কোনো মতলব নাই। গছৰপৰা 'দেয়াপ' নামৰ এটা ফল পৰিছিল। মই তাকে খাবলৈ যাওঁতেই সাপে ভয় খালে।" এন্যা হৰিণাৰ কথাতে মান্তি হল আৰু সেই ফলটোক মাতিলে। ফলে কলে—"আমাৰ ঘৰ গছজোপাৰ ওপৰত, কিন্তু কেৰ্কেটুৱাবোৰে আমাৰ ডালবোৰ কাটি কাটি সৰু সৰু কৰি দিয়াৰ বাবেই আমি মাটিত সৰি পৰিব লগাত পৰো।"

এন্যাই কেৰ্কেটুৱাকো মাতিলে। মুৰ জোকাৰি জোকাৰি কেৰ্কেটুৱাই উত্তৰ দিলে—"পাখো চৰায়ে মোক তাৰ পোৱালি কেইটাৰ বাবে দেয়াপ ফল আনিবলৈ কৈছিল।" পাখো চৰাইক মাতিলত, সি কলে, তাৰ সৰু সৰু পোৱালি কেইটাক ইয়াৰ বাবে দোষ দিব নোৱাৰি, কাৰণ সিহঁত ম'হৰ কামোৰত খুব ভাগৰি পৰে আৰু সেই কাৰণেই ভোকত চিঞৰে। সিহঁতে চিঞৰাৰ বাবেই সি কেৰ্কেটুৱাক ফল আনিবলৈ কৈছিল। এন্যাই ম'হকেইটাক সুধি সিহঁতকো দোষী কৰিব নোৱাৰিলে। কাৰণ ভেকুলীয়ে টোৰ-টোৰাই সিহঁতৰ জীৱনত শান্তি নোহোৱা কৰিছে।

তেতিয়া এন্যা আৰু বাকী সকলো গোট খাই এখন কেবাঙ বা মেল পাতিলে। তালৈ ভেকুলীক মাতিলে। সিহঁতে ভেকুলীক পুখুৰী এটাৰ বোকাৰ মাজত টেটুফালি চিঞৰি থকা দেখিবলৈ পালে। এন্যা পুখুৰীটোলৈ নামি গল আৰু তাৰ পিঠিত যাঠী ডালেৰে ভালকৈ এমাৰ শোধালে। সেই মাৰৰ কোব খোৱাৰে পৰাই ভেকুলীৰ পিঠিটো কুঁজা হল।

---

# খিন্যো অপজুৰুৰ সাধু

এসময়ত এখন নদীৰ পাৰত এটা বৰ ডাঙৰ সাপ আছিল। তাৰ নাম বেকা। তাৰ মূৰত এটা বহুমূলীয়া মণি আছিল। সাপটোৱে নৈৰ পাৰৰ সকলোবোৰ ভেকুলী, পোক-পৰুৱা খাই শেষ কৰিছিল। লাহে লাহে পোক-পৰুৱা কমি অহাত তাৰ আহাৰো কমি আহিবলৈ ধৰিলে।

এদিন খিন্যো অপজুৰু নামৰ এটা মানুহে সাপটো দেখিলে আৰু সাপটোৰ বিষ থকা ঠাই ডোখৰত কাঁড এডালেৰে খুচি দিলে। সাপটো মৰিল আৰু মৰা সাপটোৰ মূৰৰপৰা মণিটো লৈ সি ভৈয়ামলৈ গল। ভৈয়ামত মণি বেচি সি বহুত দাম পালে। তাৰে সি বহুত গাহৰি আৰু মেথোন কিনিলে আৰু ঘৰলৈ ঘূৰি আহিল।

ঘৰলৈ আহি সি তাৰ ধন-সম্পত্তিৰ বিষয়ে ভাবিবলৈ ধৰিলে। এনেদৰে ভাবি থাকোঁতে তাৰ আগত কিম্নিৰো দেৱতা আবির্ভাৱ হলহি। সি দেৱতাক দেখি খুব নম্রভাৱে ক'লে—"হে প্ৰভু, আপোনাক মই কি দৰে পূজা কৰিম, মোক আদেশ দিয়ক।"

কিম্নিৰো দেৱতাই গম্ভীৰ স্বৰে উত্তৰ দিলে—"তোমাৰ কাৰণেই মই তোমাৰ ঘৰলৈ আহিছো। এতিয়াৰপৰাই তোমাৰ ধন-সম্পত্তি বাঢ়িব। তুমি মোক আৰু আন আন দেৱতাসকলক গাহৰি আৰু মেথোন বলি দি পূজা কৰিবা, তেতিয়া আমাৰ আশীৰ্ব্বাদ পাবা আৰু তোমাৰ ধনসম্পত্তি বাঢ়ি যাব।"

সেই কাৰণে মিচিমিবিলাকে তেওঁলোকৰ লগত বেচি টকা-পইচা নেৰাখে। যেতিয়াই অলপ বেচিকৈ টকা পায় তেওঁলোকে গাহৰি আৰু মেথোন কিনি দেৱতাৰ আগত বলি দিয়ে। তেওঁলোকৰ

বিশ্বাস, এই বলিত দেৱতা সন্তুষ্ট হয় আৰু সেইকাৰণে তেওঁলোকে বেমাৰ-আজাৰৰপৰা হাত সাৰি থাকে। বলিৰ পৰিবৰ্ত্তে দেৱতাই তেওঁলোকক বেছিকৈ ধন-সম্পত্তি আৰু শস্য দিয়ে।

---

## চন্দ্ৰ আৰু সূৰ্য্যৰ সাধু

পুৰণি কালত চন্দ্ৰ নাছিল। আকাশত দুটা সূৰ্য্য আছিল। এওঁলোকে আকাশৰ দুফালৰপৰা পৃথিৱীক পোহৰ আৰু তাপ বিলাইছিল। এপেঙ্গা দেৱতা এই সূৰ্য্য দুজনৰ দেউতাক আছিল। তেওঁলোকৰ মাক আছিল লেনবাই। সূৰ্য্য দুজনৰ সৰুজন বৰ কুটিল আৰু অসৎ স্বভাৱৰ। এদিন তেওঁ ককায়েকক কলে—"ককাইদেউ, আমি কিয় বেছিকৈ তাপ আৰু পোহৰ দি পৃথিৱীখন জ্বলাই নিদিওঁ ?" তেওঁৰ কথা শুনি ককায়েকে কলে যে তেনে কৰাটো উচিত নহব।' কিয়নো এজন সেৱকৰ প্ৰকৃত ভাল-পোৱাৰ মূল্য তেওঁৰ কাম-কাজৰ মাজেদি ফুটি ওলায়। ইয়াৰ যোগেদিয়েই তেওঁ যাউতিযুগীয়া খ্যাতি আৰু গৌৰৱ আৰ্জ্জন কৰিব পাৰে। সেই কাৰণে পৃথিৱীলৈ তাপ আৰু পোহৰ পঠিওৱা আৰু পৃথিৱীৰ আন্ধাৰ দূৰ কৰাই আমাৰ কৰ্ত্তব্য। বেছি তাপ দি পৃথিৱীৰ সেউজীয়া শস্য আৰু জীৱ-জন্তু ধ্বংস কৰাটো উচিত নহয়। ইয়াৰ উপৰিও ভায়েকৰ শৰীৰটো সেই কামৰ বাবে যথেষ্ট সৰু।

এই সৎ উপদেশবোৰে সৰু সূৰ্য্যটোৰ মনত একো প্ৰভাৱ পেলাব নোৱাৰিলে। তাৰ ককায়েকৰ ওপৰত খংহে উঠিল। সি ঘৰ এৰি গুচি গল আৰু আকাশৰ মাজৰপৰা পৃথিৱীলৈ খুব তাপ পঠিয়াবলৈ ধৰিলে।

সূৰ্য্যৰ উত্তাপত পৃথিৱীৰ সেউজীয়া পাত-ফুলবোৰ হালধীয়া হৈ যাবলৈ ধৰিলে, খেতিয়কসকলৰ গৰমত মৃত্যু হবলৈ ধৰিলে। গৃহিণী আৰু ছোৱালীবোৰ তাপৰ প্ৰকোপত ঘৰত থাকিব নোৱৰা হল। তেওঁলোকৰ আনন্দ আৰু শান্তি নোহোৱা হল। সকলোবোৰ জীৱই অকণমান ছাঁ বিচাৰি হাবাথুৰি খাই ফুৰিবলৈ ধৰিলে। বদৰ তাপত নদীৰ পানী শুকাই গল আৰু সৰু সৰু লৰা-ছোৱালীবোৰে পিযাহত আতুৰ হৈ চিঞৰিবলৈ ধৰিলে।

পৃথিৱীৰ জীৱ-জন্তু আৰু গছ-গছনিৰ এনে অৱস্থা দেখি এন্যা দেৱতাই সকলোবোৰ দেৱতাক মাতি পঠালে আৰু এখন কেবাঙ পাতিলে। তেওঁলোকে তাত ডাঙৰ সূৰ্য্যজনলৈ এজন দূত পঠাবলৈ স্থিৰ কৰিলে, কিন্তু তেওঁলোকৰ কোনেও আকাশলৈ যোৱাৰ বাট নেজানে। এন্যাই আন দেৱতাসকলক কলে—"মই আকাশলৈ যোৱাৰ বাটটোৰ বিষয়ে কিছু জানো। তাকেই মই তোমালোকৰ আগত কওঁ শুনা। প্ৰথমতে পূব পিনে যাবা, দেখিবা যে দুখন নৈ এঠাইত লগ লাগিছে। ইয়াক আবালা বুলি কোৱা হয়। তাৰপৰা লালিয়া নামৰ এটা আলি গৈছে। সেই খিনিতে ন্যূ আনজোৰা দেৱতাই বাস কৰে। তাৰপৰা কিছুদূৰ গৈ স্বৰ্গৰ দুৱাৰ পাবাগৈ।"

এন্যাই তেওঁলোকক ডাঙৰ জন সূৰ্য্যৰ বাবে কিবা অলপমান উপহাৰো নিবলৈ কলে। আন্নালিৰু দেৱতাই কলে যে সূৰ্য্যৰ বাবে একলহ লাওপানী নিলে ভাল হব। এমলি নামে দেৱতাই ততালিকে একলহ মিঠা লাওপানী লৈ আহিল। কিন্তু এন্যাই কলে যে দেৱতাসকলৰ পক্ষৰপৰা এনে উপহাৰ লৈ যোৱাটো ভাল নেদেখাব। তেওঁ কেইটামান কুকুৰা, গাহৰি আৰু দণ্ডদিক্রি নামে এটা চৰাই সূৰ্য্যলৈ উপহাৰ স্বৰূপে নিবলৈ কলে।

সেই সময়ৰপৰা মিচিমবিলাকে সূৰ্য্যক কুকুৰা, গাহৰি আৰু চৰাইৰে পূজা কৰিবলৈ ধৰিলে।

দূতবিলাক গৈ যেতিয়া ডাঙৰ জন সূৰ্য্যৰ ওচৰ পালেগৈ, তেওঁ

দূতবিলাকক বৰ আদৰ-সাদৰকৈ অভ্যৰ্থনা জনালে। তেওঁবিলাকৰ মুখৰপৰা সকজন সূৰ্য্যৰ অত্যাচাৰৰ ফলত পৃথিৱীৰ মানুহৰ দুঃখকষ্টৰ গম পালে। তেতিয়া তেওঁৰ বৰ খং উঠিল। খঙত তেওঁৰ চকু দুটা জুইৰ আঙঠা যেন হল, তেওঁ সৰুটো সূৰ্য্যক ধৰি আনি এডোখৰ বোকাৰ মাজলৈ গতা মাৰি পঠালে। তেতিয়াৰেপৰা সৰু সূৰ্য্যটোৱে তাৰ ককায়েক সূৰ্য্য আকাশত থাকে মানে ভয়তে কেতিয়াও আকাশৰ ওপৰলৈ নাহে। ককায়েক জিৰণি লবৰ বাবে পশ্চিমফালে গলেহে সি আকাশলৈ আহে।

ককায়েকৰ গতা খাই সৰু সূৰ্য্যটোৱে বোকাত পৰোঁতে মুখত বৰ দুখ পালে আৰু তাৰ মুখৰ সৌন্দৰ্য্য আৰু উজ্জ্বলতাও বহুতখিনি কমিল। ককায়েকে দিয়া শাস্তিৰ চিন স্বৰূপে তাৰ মুখত কিছুমান দাগ বৈ গল। ডাঙৰ জন সূৰ্য্যই তেতিয়া কাপোৰ বৈ লবৰ বাবে ৰেচমৰ পলু দিলে। তেওঁ মিচিমিবিলাকক আশ্বাস দিলে, "মই শিল আৰু টিঙিৰিৰ মাজতে তোমালোকক জুইৰ যোগাৰ কৰি দিম।" তেওঁ মিচিমিবিলাকক ডিঙিত পিন্ধিবৰ বাবে এটা উজ্জ্বল মণিও দিলে।

---

# প্ৰলয়ৰ কাহিনী

মিচিমিসকলৰ বিশ্বাস যে বহুত বছৰৰ আগতে পৃথিৱীত এসময়ত প্ৰলয় হৈছিল। তেতিয়া মানুহ আৰু দেৱতাই পৃথিৱীত একেলগে বাস কৰিছিল। দেৱতাসকলৰ শক্তি মানুহতকৈ বেচি আছিল কাৰণে তেওঁলোকে মানুহৰ বিৰুদ্ধে বহুত কাম কৰিছিল।

পৃথিৱীৰ দেৱতাৰ শক্তি সিমান প্ৰবল নাছিল। আকাশত

বহুত শক্তিশালী দেৱতা আছিল। তেওঁলোক চন্দ্ৰ, সূৰ্য্য আৰু নদী, পৃথিৱী, আদি আন আন বস্তুবোৰৰ দেৱতা আছিল। এই দেৱতাসকল খুব ভাল আছিল আৰু পৃথিৱীৰ মানুহবোৰক খুব ভাল পাইছিল। এই সকলোবোৰ দেৱতাৰ ৰজা আছিল ইন্নিটায়া। তেওঁ আকাশ আৰু পৃথিৱীৰ ৰজা আছিল। তেওঁ জুই, ভূমিকম্প, বানপানী আদিৰ দেৱতাসকলক তেওঁলোকৰ কামৰ নিৰ্দ্দেশ দিছিল।

ইন্নিটাযা দেৱতাই দেখিলে যে পৃথিৱীত মানুহ আৰু দেৱতাবোৰে খুব কাজিয়া কৰিছে। তেওঁৰ খুব খং উঠিল। পৃথিৱীৰ মানুহ আৰু তলতীয়া দেৱতাবোৰৰ হিংসাকুৰীয়া আৰু স্বাৰ্থপৰ স্বভাৱ দেখি ইন্নিটায়াৰ পৃথিৱীখন ধ্বংস কৰি নতুন পৃথিৱী এখন গঢ়িবলৈ মন গল।

ইন্নিটায়াৰ পাছতে শক্তিশালী আছিল এন্যা দেৱতা। এন্যা দেৱতাই আকাশৰ সকলোবোৰ দেৱতাকে মাতিলে আৰু পৃথিৱীখন ধ্বংস কৰিবলৈ ক'লে। মিমাঞ্জাম আছিল বতাহৰ দেৱতা। তেওঁ সকলোবোৰ বতাহ এৰি দিলে আৰু বতাহে আগতে যি পাই তাকে উৰুৱাই লৈ গল। বতাহে মানুহবোৰক উৰুৱাই সিঁচৰতি কৰি পেলালে।

লিন আছিল ভূমিকম্পৰ দেৱতা। তেওঁ পৃথিৱীখনত এনে এটা জোকাৰ দিলে, ইয়াৰ কঁপনি বহুতদিনলৈকে মাৰ যোৱাই নাছিল। পৃথিৱীৰ ওপৰভাগ ছিৰাছিৰ হৈ গল আৰু সকলো পৰ্ব্বত পাহাৰ ভাগি পৰিল।

জুইৰ দেৱতা ইনিআথাই গোটেই পৃথিৱীখনতে জুই লগাই দিলে। জুই চাৰিওফালে বিয়পি পৰিল। জুয়ে পৃথিৱীৰ শস্যবোৰ পুৰি পেলালে। এই ধ্বংসকাৰী জুইকুৰাই পৃথিৱীৰ নিজৰা আৰু নদীৰ পানী শুহি পেলালে।

আড়ু আনুয়া নামৰ ঠাইৰপৰা মানুহে গাহৰি মেথোন আদি জন্তু পাইছিল। ভয়ঙ্কৰ জুইকুৰাই আড়ু আনুয়াৰ সকলোবোৰ জীৱ-জন্তু

পুৰি ছাই কৰি পেলালে। এই জুইকুৰাই পৃথিৱীৰ সকলোবোৰ বস্তু ধ্বংস কৰাত পৃথিৱীৰ দেৱতাসকলে এজোপা ওখ গছত আশ্রয় ললে, কিন্তু জুইকুৰা ইমান ওখলৈ গৈছিল যে পৰ্ব্বত পাহাৰ আৰু গছত আশ্রয় লোৱা অসৎ দেৱতাসকলকো পুৰি পেলালে।

এন্যা দেৱতাই এই প্রলয়ৰপৰা ল্যামা-মেৰু নামৰ এজন মানুহ আৰু এনি মেৰু নামৰ এজনী মানুহ উদ্ধাৰ কৰিলে আৰু সিহঁতক পতি-পত্নী হিচাপে থাকিবলৈ উপদেশ দিলে। কিছুদিনৰ পাছত তেওঁলোকৰ তিনটা লৰা-ছোৱালী জন্ম হল। সিহঁতৰ নাম আছিল ক্রমে থ্ৰেলাৰু, ইন্নি আনডামাৰু আৰু আকামো। থ্ৰেলাৰুৰপৰা মিচিমি জাতিৰ উৎপত্তি হৈছিল আৰু সৰু পুতেক আকামোৰপৰা বান্দৰ জাতিৰ উৎপত্তি হৈছিল।

---

# সম্পদ বিতৰণৰ কাহিনী

মিচিমিসকলৰ মতে এন্যা জৰুণ হল সম্পত্তিৰ দেৱতা। মিচিমি সকলে বেচিকৈ শস্য আৰু ধন-সম্পত্তি পাৰব কাৰণে এই জনা দেৱতাক পূজা কৰে।

দেৱতাই প্রথমে পৃথিৱীত মিচিমি জাতিৰ সৃষ্টি কৰিছিল আৰু তাৰ পাছত ক্রমে আবৰ, তিব্বতীয় আৰু শেষত ভৈয়ামৰ মানুহৰ সৃষ্টি কৰিছিল। তাৰ পাছতহে জন্তু আৰু অন্যান্য প্রাণীৰ সৃষ্টি কৰিছিল।

ঈশ্বৰৰ সৃষ্টিৰ কাম শেষ হোৱাত তেওঁ পৃথিৱীৰ জাতিবোৰৰ মাজত কিছুমান উপহাৰ বিলাই দিবলৈ স্থিৰ কৰিলে। এই উদ্দেশ্যে তেওঁ এটা দিন ঠিক কৰিলে আৰু পৃথিৱীৰ সকলো জাতিকে

উপহাৰ লবৰ কাৰণে আকাশলৈ মাতিলে। পৃথিৱীৰ মানুহবোৰে এই খবৰ শুনাত খুব সুখী হল আৰু নিৰ্দ্দিষ্ট দিনত তেওঁলোক স্বৰ্গৰ ফালে যাবলৈ ধৰিলে আৰু যোৱাৰ বাটত গছৰ ডাল-পাতেৰে কিছুমান চিন এৰি থৈ গৈছিল। যেতিয়া সকলোবোৰ মানুহ গৈ স্বৰ্গ পালেগৈ, তেওঁলোকক দেৱতাই আদৰ-সাদৰ কৰিলে আৰু দেৱতা এন্‌্যা জকণে তেওঁলোকৰ মাজত স্বৰ্গৰ উপহাৰ বিলাই দিলে। ভৈয়ামৰ মানুহবোৰ পাহাৰীতকৈ বেচি বুধিয়ক আছিল। তেওঁলোকে সোণ-ৰূপৰ ধুনীয়া অলঙ্কাৰ আদি আৰু কিতাপ বাছি ললে। লামাসকলে ঘোঁৰা, উলৰ কাপোৰ, তাম, কাঁহী-বাটি আৰু আবৰ-সকলে মেথোন গাহৰি আৰু হাঁহ বাছি ললে।

মিচিমিসকলে এই খবৰটো বৰ পলমকৈ পাইছিল যদিও শুনামাত্ৰেই আকাশলৈ যাবলৈ আৰম্ভ কৰিলে। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁলোকে আকাশলৈ যোৱাৰ বাট ভুল কৰিলে। তাৰ উপৰি আগতে যোৱা মানুহবোৰে যি গছ-পাতেৰে চিন দি গৈছিল সেই-বোৰো গজি উঠাত তেওঁলোকৰ বাট হেৰাই গল। উপহাৰ লৈ ঘূৰি আহোঁতে আবৰসকলক মিচিমিসকলে লগ পালে। মিচিমিসকলে ভাবিলে—'বুদ্ধি, শক্তি বা সাহসত আমি কোনো জাতিতকৈ হীন নহওঁ। তেনেহলে এন্‌্যা দেৱতাই উপহাৰ বিলাওঁতে কিয় পক্ষপাতিত্ব কৰিলে। তেওঁ নিশ্চয় আমাক সময়মতে খবৰ দিব পাৰিলেহেঁতেন।" ইয়াকে ভাবি ভাবি তেওঁলোক খঙত অস্থিৰ হৈ পৰিল আৰু স্থিৰ কৰিলে যে তেওঁলোকে লামা আৰু আবৰবিলাকৰ লগত কাজিয়া কৰি তেওঁলোকৰপৰা সকলো মেথোন আৰু গাহৰি কাঢ়ি আনিব। কথামতেই কাম হল। এফালে লামা আৰু আবৰ আৰু আনফালে মিচিমি। গাহৰি আৰু মেথোনৰ বাবে তেওঁলোকে যুঁজ কৰিবলৈ ধৰিলে। আবৰবিলাকে লতাৰে ৰছী পকালে, বাঁহ ফালিলে আৰু মেথোনবোৰ ধৰি বান্ধি লৈ গল। লামাবোৰে গছৰ ৰছী পকাই তেওঁলোকৰ ঘোঁৰাবোৰ বান্ধি লৈ গল। মিচিমিবিলাকে

হাবিৰপৰা বেত আনিলে, কিন্তু পোন বেতবোৰেৰে মেখোন বান্ধিব নোৱাৰিলে। মিচিমিবিলাকে অতি দুখত এন্যা দেৱতাৰ ওচৰলৈ গল আৰু দুখৰ কথা বিবৰি ক'লে। দেৱতাৰ মিচিমিবিলাকৰ ওপৰত পুতৌ জন্মিল, তেওঁলোকক কেইটামান উপহাৰ দিলে।

উপহাৰ কেইটা হল এৰাণ বা মিচিমি-তিতা আৰু ম্ৰা নামৰ এবিধ সৰু বিষাক্ত গছ। তেওঁ মিচিমিবিলাকক এই দুবিধ বস্তু কাঁড়ৰ আগত সানি জন্তু মাৰিবলৈ কলে। লগতে মিচিমিবিলাকক কস্তুৰী মৃগও দিলে আৰু গেলন দেৱতাক দিহা-পৰামৰ্শ দিবৰ বাবে তেওঁলোকৰ লগতে পঠাই দিলে। তেওঁ মিচিমিৰ মাজত কেইজন মানক পুৰোহিতৰ কাম দিলে। এই কেইজনকে ইগাছ বোলা হয়। এওঁলোকে দেৱতাৰ পূজা আৰু মিচিমিসকলৰ ৰোগৰ চিকিৎসা কৰে।

---

## বান্দৰৰ উৎপত্তি

বহুত দিনৰ আগতে পৃথিৱীত একুৰা ধ্বংসকাৰী জুয়ে পৃথিৱীৰ সকলোবোৰ জীৱ-জন্তু আৰু শস্য পুৰি ছাই কৰি পেলাইছিল। এন্যা দেৱতাই পৃথিৱীৰ এনে শূন্য আৰু মৰিশালী হেন অৱস্থা দেখি বৰ বেজাৰ পালে। সেই কাৰণে তেওঁ পৃথিৱীখন নতুনকৈ গঢ়িবৰ ইচ্ছা কৰিলে। তেওঁ এহাল পুৰুষ আৰু তিৰোতাক এই জুইৰপৰা উদ্ধাৰ কৰিছিল। পুৰুষজনৰ নাম ইনি মেকেলান আৰু তিৰোতা গৰাকীৰ নাম এলা এমাইড। দেৱতাই তেওঁলোকক স্বামী-স্ত্ৰী ৰূপে থাকিবলৈ কলে।

কিছুদিনৰ পাছত তেওঁলোকৰ দুটা লৰা-ছোৱালী হল। ডাঙৰ

লৰাটো দেখিবলৈ ধুনীয়া আৰু ভাল কিন্তু সৰু লৰাটো দেখাত বান্দৰৰ দৰে হল আৰু ইয়াৰ স্বভাৱো দিনে দিনে দুষ্ট হৈ উঠিল।

ইনি মেকেলানে তেওঁৰ পুতেক দুটাক ধনুর্বিবিদ্যা শিক্ষা দিবলৈ ধৰিলে। ডাঙৰ লৰাটোৰ শিকিবৰ মন আছিল কিন্তু সৰু লৰাটো বৰ এলেহুৱা আৰু দুষ্ট আছিল। সুবিধা পালেই সি শস্য নষ্ট কৰিয়েই সময় কটাইছিল।

সেই কাৰণে ইনি মেকেলানে সৰু লৰাটোৰ স্বভাৱ দেখি বৰ বেজাৰ পালে। তাক মৰম কৰাৰ সলনি ঘৃণা কৰিবলৈহে ধৰিলে। এদিন বৰ বেচি খং উঠাত তেওঁ লৰাটোক মাতিলে আৰু কলে— "আজিৰপৰা তই মোৰ ঘৰত থাকিব নোৱাৰ। তোৰ যলৈকে ইচ্ছা তালৈকে যা।" ইয়াকে শুনি সৰু পুতেকে সেই দিনটো তাত কটালে। ৰাতি হলত সি বাপেকৰ পথাৰলৈ আহিল আৰু সকলো-বোৰ শস্য নষ্ট কৰিলে। পাছদিনা পাহাৰত ধানৰ অৱস্থা দেখি তেওঁৰ বৰ বেজাৰ লাগিল আৰু খং উঠিল আৰু ভাবিলে যে বুদ্ধিৰেহে সৰু লৰাটোক বশ কৰিব পাৰিব। সেই কাৰণে এদিন তেওঁ দুয়োটা লৰাকে মাতিলে আৰু মাছ ধৰিবলৈ পঠালে। ডাঙৰ লৰাটোৱে এখন দা ললে, সৰুটোৱে বাঁহৰ লাঠী এডাল ললে। দুয়ো নৈলৈ গল।

মনে নিমিলা এই লৰাদুটাৰ মাজত কাজিয়া লাগিব পাৰে বুলি ভাবি পিতাক সিহঁতৰ পাছে পাছে গল। তেওঁ সিহঁতক অস্ত্র-শস্ত্র নৈৰ বালিতে থবলৈ কলে। নৈৰ সোঁত কোবাল আছিল বাবে সোঁতে বাঁহৰ লাঠীডাল উটাই লৈ গল আৰু দা খন পৰি থাকিল।

ইতিমধ্যেই ইনি মেকেলানে এটা চৰাই মাৰিলে আৰু তাক এটা শিল গৰম কৰিবলৈ কলে। গৰম শিলটো ইনি মেকেলানে কিছুমান ধঁপাত পাতেৰে বান্ধিলে। সৰু পুতেক মাছ ধৰি উভতি আহোঁতে জাৰত কঁপি আহিছিল। বাপেকে তাক ধঁপাত পাতৰ ওপৰত বহিবলৈ কলে, সিও নভবা নিচিন্তাকৈ বহি দিলে। লগে

লগেই বেচেৰাৰ টিকা পুৰিবলৈ ধৰিলে। পোৰণিৰ কোবত ৰব নোৱাৰি বেচেৰাই চিঞৰি চিঞৰি হাবিলৈ লৰ মাৰিলে।

সেই কাৰণে পুৰণি কালৰেপৰাই সৰু পুতেকৰ সন্তান-সন্ততি বোৰে অৰ্থাৎ বান্দৰবোৰ হাবিত থাকিবলৈ ধৰিলে আৰু তেতিয়াৰে পৰাই সিহঁতে মানুহৰ ওপৰত প্ৰতিশোধ লোৱাৰ ভাবো মনত পুহি ৰাখিছে। পোৰা বাবে টিকা ৰঙা হৈয়ে থাকিল।

---

# বিয়াগোম পখীৰ সাধু

অতি পুৰণি কালত আছিল এক বিয়াগোম পখী। বিয়াগোম পখীয়ে মাজে-মাজে খামটি দেশলৈ আহি ল'ৰা-লুৰি ধৰি নি খাইছিলগৈ। এদিনাখন সি এটা বৰ শিলৰ ওপৰত বহি এটা ল'ৰা গিলাৰ পাছত শিলটোৰ ওপৰত তাৰ চিন বৈ গ'ল। বুঢ়া লোকে কয় যে চৰাইটো শেহত গৈ এনেকুৱা ৰাক্ষসৰ নিচিনা হৈ পৰিল যে গোটেইখন দেশেই তাৰ লগত যুঁজিবলৈ সাজু হ'ব লগীয়া হ'ল। পিছে তাক মানুহে যিমানে খেদা-কোৰা কৰিবলৈ ধৰিলে, সিমানে সি টেঙৰ হ'ল, আৰু যেই সি ল'ৰা ধৰে সেই মাত্ৰকতে সি মাম য়ুন নামৰ ভৈয়ামৰ নই খাম বা সোণোৱালী পৰ্ব্বত নামৰ টিলালৈ উৰা মাৰে। সেই টিলাটোৰ ওপৰত এজোপা বৰ ডাঙৰ গছ আছিল। গছজোপাৰ ডালবোৰ আকৌ সোণ আৰু ৰূপৰ। গছজোপা খামটি-সকলে পবিত্ৰ বুলি জ্ঞান কৰিছিল। এই বৰ গছজোপাৰ আটাইতকৈ ওখ ডালৰ ওপৰত পৰি বিয়াগোম পখীয়ে এতিয়া ল'ৰা খাবলৈ ধৰিলে। এইদৰে সি ডালত পৰি ল'ৰা খাব পৰা আন্ কোনো গছ দেশখনৰ আন ক'তো নাছিল। গতিকে সকলো ৰাইজ গোট খাই আলচ

কৰি মন বান্ধিলে সেই পৱিত্ৰ গছজোপাকে কাটি পেলাব। তেতিয়া হ'লে চৰাইটোৱে দেশত পৰিবলৈ ঠাই নেপাই দেশকে এৰিব, নহ'লে বা সি ক'ৰবাত শিল বা টিলাৰ ওপৰত পৰিলে তাক বধ কৰিবৰ ছল হ'ব।

ৰাইজে থিৰাং কৰামতেই কাম হ'ল। গছজোপা কাটি পেলোৱা হ'ল। চৰাইটোৱে আন গছৰ ওপৰত পৰিবলৈ মিছাতে বহুত যত্ন কৰিলে। তাৰ ভৰত সকলো গছ ভাগি-ভাগি গ'ল। শেহত সি একো উপায় নেপাই ছাদা নামে জুৰিৰ মুখত থকা এচটা বৰ শিলৰ ওপৰত পৰিল। তাতে চাৰিটা বহতীয়াই তাক কঁড়িয়াই কঁডিয়াই থকা-সৰকা কৰিলে। সোণৰ ডাল-পাতৰ গছজোপা কাটি পেলোৱাৰ পিছত গছজোপাৰ চাৰিওফালে এখন বৰ বিল হ'ল আৰু গছজোপা তাতে মানুহে নেদেখা হ'ল। আজি-কালি বিলখন এখন ডাঙৰ পিটনি। জাৰকালি হ'লে তাৰ বন-বাটবোৰ শুকাই আপোনা-আপুনি জলি উঠে।

---

# চন্দ্ৰ-গ্ৰহণ আৰু সূৰ্য্য-গ্ৰহণ হয় কেলেই

তাহানি কালতে সকলো মানুহ আৰু জীৱ-জন্তু এদিনাখন গোট খালে এজন ৰজা পাতি ল'বৰ মনেৰে। সকলোৱেই ৰজা হ'বলৈ বিচাৰিলে আৰু সকলোৱেই নিজে কিয় ৰজা হ'ব লাগে তাৰ কাৰণো দেখুৱালে। শেহান্তৰত কুকুৰাই ক'লে, 'জোন-বেলি দুয়ো মোৰ হুকুমমতে চলি আকাশত দেখা দিয়ে, গতিকে মইহে ৰজা হোৱা ভাল।'

সকলোৱে কুকুৰাৰ যুগুতি মানি ল'লে। সেইমতে কুকুৰা মানুহ আৰু জীৱ-জন্তু সকলোৰে ৰজা হ'ল।

কুকুৰাৰ নিয়ম আছিল সদায় ৰাতিপুৱাতে 'বু বু'কৈ মতা আৰু গধূলি হ'লে 'নোক্ নোক্' শব্দ কৰা। এইদৰে বছৰৰ পিছত বছৰ বাগৰি গ'ল। বনৰ বনৰজাবোৰে ৰাতিৰ বেলিকা আন জীৱ-জন্তু আৰু আন কি মানুহ-দুনুহো মাৰিবলৈ ধৰিলে; আৰু মানুহবোৰ লাগিল দিনে-পোহৰেই ইটোৱে সিটোক মাৰিবলৈ। যেতিয়া আমাৰ কুকুৰা ৰজাই এই কথা শুনিলে, তেওঁ খঙত-একো-নাই হ'ল। তেওঁ নিজৰ ৰঙা মুকুটটো পিন্ধি ল'লে আৰু ভৰিত লগাই ল'লে কেইখনমান দা আৰু চিঞৰিবলৈ ধৰিলে, 'বু বু নোক্ নোক্।' ৰজাৰ এনে চিঞৰ শুনি জোন-বেলি দোধৰ-মোৰত পৰিল আৰু দুয়ো একেলগে আকাশত উঠিবলৈ ধৰিলে। দিনতে ঘোপমৰা এন্ধাৰ হ'ল। মানুহে ভয়তে তত-চূৰ্ত্তি হেৰুৱালে।

সেইহে আজিকোপতি যেতিয়াই কুকুৰাৰ খং উঠে, তেতিয়াই চিঞৰিবলৈ ধৰে, 'বু বু নোক্ নোক্।' লগে লগে আকাশত জোন আৰু বেলিৰ গ্ৰহণ লাগে।

---

# বুঢ়া কুমাৰৰ বুধি

কন্যাক নগাসকলৰ এখন গাঁও আছিল। গাঁওখনত পিছে মতা মানুহ বুলিবলৈ চকুত বাটি দিবলৈ এটিও নাছিল। গাঁৱৰ সকলোবোৰ মানুহ হ'ল তিৰোতা। ইয়ো এখন জানিবা প্ৰমীলা ৰাজ্য। যেতিয়াই বতাহ-ধুমুহা হয় তেতিয়াই বতাহৰপৰাই তিৰোতাবোৰৰ গৰ্ভ হয়। ছোৱালী উপজিলে হয় সকলোৰে মনতে উলাহ। ল'ৰা উপজিলে হ'লে সকলোবোৰে হিয়ালি-জিয়ালিকৈ কান্দে। ল'ৰাবোৰ দহ-বাৰ বছৰ ডাঙৰ হ'লে মাৰি পেলাই তিৰোতাবোৰে খাই থয়।

এদিনাখন এইখন গাঁৱলৈকে আহক এটা বুঢ়া কুমাৰ চৰু-কলহ বেচিবলৈ। তিৰোতাইঁতে বুঢ়াক দেখিয়েই মনতে বৰ ৰং পালে, ভাবিলে, "আজি তেও ভাল ভোজ এটা হ'ব।" সিহঁতে কুমাৰক ক'লে, "তোৰ চৰু-কলহবোৰ গাঁৱৰ দুৱাৰ-মুখতে থ। সেইবোৰৰ সলনি আমি তোক চাউল দিম।" বুঢ়াই চৰু-কলহবোৰ এৰি গাঁও সোমাবলৈহে পালে, তিৰোতাবোৰ তাৰ গাৰ ওপৰত জঁপিয়াই পৰিল আৰু হাতে-ভৰিয়ে কটকটীয়াকৈ বান্ধি পেলালে। সেইদৰে বান্ধি-ছাটি থৈ সিহঁত আটাইবোৰ হাবিলৈ ওলাই গ'ল বুঢ়াৰ মঙহৰ লগত ৰান্ধি খাবলৈ শাক-পাচলি বিচাৰি।

তিৰোতাবোৰ যোৱাৰ পিছতে এজাক ল'ৰা-ছোৱালী আহিল বুঢ়াক চাবলৈ বুলি। সিহঁতৰ এটাই ক'লে, "মই ইয়াৰ এই হাতখন খাম।" আন এটাই ক'লে, "মই ইয়াৰ কাণ দুখনহে খাম।" আৰু এটাই ক'লে বোলে, "মই ইয়াৰ কলিজাডোখৰ চোবাম।" বুঢ়াই সিহঁতমখালৈ চাই ক'লে, "হেৰ' মোৰ আইহঁত, বোপাইহঁত, তহঁতে যদি মোৰ বান্ধবোৰ সোলোকাই দিয়, তেতিয়া হ'লে মই মোৰ হাত দুখন, কাণ দুখন আৰু কলিজাডোখৰ কাটি একৱাই দিম আৰু সেই তিৰোতাবোৰ অহাৰ আগতে তহঁতে যাৰ যি খাব লগা, খাই অঁতাৰ

পাৰিবি। সিহঁত আহিব লাগিলে তইঁতে আৰু একো নেপাব।' বুঢাৰ বুধিমতে ল'ৰা-ছোৱালীবোৰে বুঢাৰ বান্ধ মোকোলাই দিলে। বুঢায়ো চকু-কলহ য'ত থৈছিল ত'তে এৰি বিশ্বাশবদে জীউটো লৈ ঢাপলি মেলিলে।

আমি এই কাহিনীটো শুনিছিলো বুঢা কুমাৰৰ মুখৰপৰাই। পিছে তিৰোতাৰ সেই গাঁওখননো ক'ত আছে, কোনেও হ'লে ক'ব নোৱাৰে।

---

# ছিবি-জাটাইৰ সাধু

তাহানি কালত যেতিয়া মানুহৰ ঘৰ-বাৰী নাছিল, কেৱোফালে মাথোন হাবি-বননিহে আছিল, তেতিয়া দেশখনৰ ৰজা আছিল কিৰু-কুম্যুং-মুকাম-মিণ্টং। এই কালকে চিংফৌসকলে বোলে কিন্দ্রু-কিন্ছাৰ যুগ। ৰজাৰ ভ'য়েকৰ নাম কাইটু-লিৱাং আৰু ভনীয়েকৰ নাম ছিবি-জাটাই। ককায়েক দুটাই এদিন ভনীয়েকক ক'লে, "তই হাবিলৈ যা, তাৰ গছ-বনবোৰ কাটি আনি খেতি কৰিবলৈ পথাৰ এডোখৰ উলিয়াগৈ।" ভনীয়েকে উত্তৰ দিলে, "তইঁতে গছবোৰ কাটগৈ। যেতিয়া সেইবোৰত জুই দিবৰ সময় হয়, মোক মাতিবি-হক, মই গৈ তইঁতৰ লগত কামত লাগিমগৈ। ককাই-ভাই দুটা হাবিলৈ গ'ল আৰু হাবি ভাঙিবলৈ লাগিল। যেতিয়া সিহঁতে কটা গছবোৰ শুকাল, দুয়োটাই সেইবোৰ জুই লগাই পুৰিলে। দুয়োটাই গৈ ভনীয়েকক ক'লে, "আমি পথাৰৰ টান কামখিনি কৰি আঁতালো, তই গৈ এতিয়া পথাৰখন নিকা কৰগৈ।" ভনীয়েকে ক'লে, "মই এতিয়া নাযাওঁ। যেতিয়া সকলো ঠিক-ঠাক হ'ব আৰু তইঁতে

কঠীয়া সিচি অঁতাবি, আৰু কঠীয়াবোৰো অলপ অলপ গজি উঠিব, তেতিয়া মই সেইবোৰ নিৰাই দিমগৈ।"

যেতিয়া কঠীয়াবোৰ অলপ ডাঙৰ হৈ উঠিল, তেতিয়া দুই ককায়েকে ভনীয়েকক গৈ সেইবোৰ নিৰাই দিবলৈ ক'লে। কিন্তু তাই যাবলৈ মান্তি নহ'ল। ক'লে বোলে, "যেতিয়া ধান দাবৰ হ'ব তেতিয়াহে মই যাম।" যেতিয়া ধান দাবৰ হ'ল, ককায়েকহঁতে ভনীয়েকক আকৌ গৈ কামত লাগিবলৈ ক'লে। তাই কিন্তু ক'লে, "তহঁতে পথাৰৰ কাষৰৰ গছৰ ওপৰত এখন চাং কৰগৈ, মই তেতিয়া যাম।" সিহঁতে সেইমতে চাং সজা কাম কৰি আহি আকৌ তাইক পথাৰলৈ মাতিলে। তাই তেতিয়া ক'লে, "আপোনতে তহঁতে মোক গগনা এখন সাজি দে।" দুই ককায়েকে তাইক গগনা এখন সাজি দিলত তাই তাকে লৈ পথাৰৰ ধান ৰখিবলৈ ধৰিলে। তাই নিশাৰ নিশাটো পথাৰত থাকে, পুৱা হ'লেহে ঘৰলৈ আহে।

এদিনাখন ছিৰি-জাটায়ে সাঁজৰ বেলিকা গছৰ ওপৰৰ চাঙত উঠি গগনা বজাই আছে, এনেতে এটা বান্দৰ গগনাৰ মাত শুনি গছৰ তলত বহিলহি। অলপ পৰ থাকিয়ে বান্দৰটো চাঙৰ ওপৰলৈ উঠি গগনাৰ ছেৱে ছেৱে নাচিবলৈ ধৰিলে। তাকে দেখি ছিৰি-জাটায়ে খিলখিলকৈ হাঁহিবলৈ ধৰিলে।

বান্দৰটোৱে সুধিলে, "তই আকৌ হাঁহিছ কেলেই? তোৰ গগনাৰ মাত শুনি মোৰ ৰং লাগিছে কাৰণেহে মই নাচিছো।" ছোৱালীজনীয়ে ক'লে, "তই যদি মই গগনা বজোৱা শুনিয়ে ইমান ভালকৈ নাচ, মই গীত গালে, কৰিবি কি?" ইয়াৰ পিছত ছোৱালীজনীয়ে গীত গালে, বান্দৰে নাচিলে, বান্দৰে গীত গালে, ছোৱালীজনীয়ে নাচিলে। এইদৰে দিনে দিনে গাওঁতে নাচোঁতে দুয়োৰে মাজত গৈ লাহে লাহে পিৰীতি হ'ল।

এনেকৈয়ে দিনৰ পিছত দিন গৈ বহুত দিন হ'ল। সদায় পুৱাতে ছিৰি-জাটাই ঘৰলৈ যায় আৰু গধূলি হ'লে তাই গৈ বান্দৰটোক লগ

পায়গৈ আৰু নাচ-গান কৰি থাকে। মাজে-মাজে ককায়েকইঁতে তাইৰ কাপোৰ-কানি ফটা দেখা পাই তাইক সোধে, "তইনো কি কৰিছিলিগৈ, কাপোৰ-কানিবোৰ যে এনেকৈ বৰবাদ কৰি আনিলি ?" তাই উত্তৰ দিয়ে, "এটা বনৰীয়া গাহৰি পথাৰত লাগিছিলহি। তাক খেদি যাওঁতে মোৰ কাপোববোৰ কাঁইটীয়া জোপোহাত লাগি ফাটিল।"

ছিবি-জাটাইৰ বৰ ককায়েক ৰজাৰ মনত নানা সন্দেহ হ'ল। সি এদিন গধূলি তাইক ক'লে, "তইচোন আজি পথাৰলৈ যাব নেলাগেঁ, ময়ে তোৰ সলনি যাওঁ।" সেইদিনাখন তাই পথাৰলৈ নগ'ল। তাইৰ ঠাইত ককায়েক ওলাল। সি গৈ চাংখনৰ আঁৰতে লুকাই আছে। এনেতে ছোৱালীজনী আছে বুলি বান্দৰটো তাইক লগ পাবলৈ আহোঁতে ৰজাই তাক মাৰি পেলালে।

পিছদিনা ৰাতিপুৱা ককায়েক পথাৰৰপৰা ঘূৰি অহাত ছিবি-জাটায়ে সুধিলে, "যোৱা নিশা আমাৰ ধান খাবলৈ কিবা জন্তু আহিছিলনে কি ?" ককায়েকে উত্তৰ কৰিলে, "অঁ, এটা বান্দৰ আহিছিলতো আমাৰ ধান চুৰ কৰি খাবলৈ। মই পিছে তাক মাৰি টুকুৰা-টুকুৰকৈ কাটি টুকুৰাবোৰ পথাৰলৈ দলিয়াই দিলো।"

এই কথা শুনিয়ে ভনীয়েকে ৰাউচি জুৰি কান্দিবলৈ ধৰিলে আৰু ক'লে, "তেৱেঁই মোৰ স্বামী। তই তেওঁক মাৰিলি কিয় ? মোৰ পেটত তেওঁৰ পোৱালি আছে। যেতিয়া সি জন্মিব, তাক তুলিব-তালিব কোনে ?" এই কথা শুনি কিৰু-কুম্যুং-মুকাম-মিণ্টঙৰ বৰ খং উঠিল। "মই ৰজা আৰু তই ৰজাৰ ভনী। তই বান্দৰ এটাহে বিয়া কৰিব পাৰনে ? এতিয়াই তই ঘৰৰ বাজ হ।"

ছিবি-জাটাই ঘৰ এৰি বনবাসলৈ ওলাল। তাইৰ ল'ৰা হ'বৰ হ'লত এটা বনৰীয়া গাহৰিৰ ওচৰলৈ গৈ ক'লে, "মোৰ ল'ৰা উপজিবৰ হৈছে, তোৰ ঘৰতে মোক থাকিবলৈ অকণমান ঠাই দে।" গাহৰিটোৱে ক'লে, "তইতো গাহৰি বিয়া কৰোৱা নাছিলি, বান্দৰ

এটাহে বিয়া কৰিছিলি; তোক মোৰ ঘৰত থাকিবলৈ দিওঁ কেনেকৈ ?”

তাই তেতিয়া এটা বনৰীয়া কুকুৰৰ ওচৰলৈ গৈ ক’লে, “মোৰ ল’ৰা উপজিবৰ হৈছে, তোৰ ঘৰতে মোক থাকিবলৈ অকণমান ঠাই দে।” কুকুৰটোৱে ক’লে, “তইতো কুকুৰ বিয়া কৰোৱা নাছিলি, বান্দৰ এটাহে বিয়া কৰিছিলি, তোক মোৰ ঘৰত থাকিবলৈ দিওঁ কেনেকৈ ?”

তাই তেতিয়া এজনী বনৰীয়া গৰুৰ ওচৰলৈ গৈ ক’লে, “মোৰ ল’ৰা উপজিবৰ হৈছে, তোৰ ঘৰতে মোক থাকিবলৈ অকণমান ঠাই দে।” গৰুজনীয়ে ক’লে, “তইতো গৰু বিয়া কৰোৱা নাছিলি, বান্দৰ এটাহে বিয়া কৰিছিলি, তোক মোৰ ঘৰত থাকিবলৈ দিওঁ কেনেকৈ ?”

তাই তেতিয়া এটা বনৰীয়া ম’হৰ ওচৰলৈ গৈ ক’লে, “মোৰ ল’ৰা উপজিবৰ হৈছে, তোৰ ঘৰতে মোক থাকিবলৈ অকণমান ঠাই দে।” ম’হটোৱে ক’লে, “তইতো ম’হ বিয়া কৰোৱা নাছিলি, বান্দৰ এটাহে বিয়া কৰিছিলি, তোক মোৰ ঘৰত থাকিবলৈ দিওঁ কেনেকৈ ?”

তাই তেতিয়া এটা হৰিণা পহুৰ ওচৰলৈ গৈ ক’লে, “মোৰ ল’ৰা উপজিবৰ হৈছে, তোৰ ঘৰতে মোক থাকিবলৈ অকণমান ঠাই দে।” পহুটোৱে ক’লে, “তইতো পহু বিয়া কৰোৱা নাছিলি, বান্দৰ এটাহে বিয়া কৰিছিলি, তোক মোৰ ঘৰত থাকিবলৈ দিওঁ কেনেকৈ ?”

ছিৰি-জাটাই গৈ গৈ এডোখৰ গৰাকী নোহোৱা টকলা ঠাই পালেগৈ। তাত এজোপা গছ নাই, এপাত বনো নাই। তাতে তাইৰ এটা ল’ৰা হ’ল। কেঁচুৱাটোৰ জন্মৰেপৰা গাটো মানুহৰ, মুৰটো হ’লে বান্দৰৰ। ল’ৰা হোৱাৰ আগৰেপৰা তাই কাপোৰ এখন ব’বলৈ লৈছিল, কিন্তু কেঁচুৱাটোৱে ওৰেও দিন কান্দি থকা কাৰণে আৰু গাখীৰ খাবলৈ বিচৰা কাৰণে তাই কাপোৰখন বৈ উলিয়াব নোৱাৰা হ’ল। সেই গতিকে তাই এজনী কেৰ্কেটুৱাক ধাই কৰি

ল'লে। তাই যেতিয়াই কাপোৰ ব'বলৈ বহে কেঁচুৱাটোৱে কান্দি থকা দেখি কেৰ্কেটুৱাই মাকৰ ওচৰলৈ লৈ আহে। তাতে তাইৰ কেৰ্কেটুৱাজনীলৈ খং উঠি ক'লে, "মোৰ ওচৰলৈ ল'ৰাটো নানিবি, লৈ যা ক'ৰবালৈ, দূৰলৈ।" সেই কথাতে লাগি কেৰ্কেটুৱাই ল'ৰাটো সঁচাসঁচিকৈ দূৰলৈ লৈ গ'লগৈ। তাই গৈ থাকোঁতে বাটতে লিজু-লুৱাং নৈ পাৰ হ'ব লগীয়া হোৱাত কেৰ্কেটুৱাজনীয়ে নৈৰ ওপৰেই দিলে জাঁপ মাৰি। কেঁচুৱাটো তাইৰ কোলাৰপৰা আছাৰ খাই পানীত পৰিল। নৈৰ সোঁতে ল'ৰাটো উটুৱাই নি মানুহে মাছ লাগিবলৈ পাতি থোৱা খোঁকা এটাত লগালেগৈ। মাছমৰীয়াই তাক মাছৰ লগতে ধৰি কাটি-বাছি খাই পেলালে।

বহুতপৰ ধাই আৰু কেঁচুৱা নাহিবৰ দেখি ছিবি-জাটাই সিহঁতক বিচাৰি ওলাল আৰু কেৰ্কেটুৱাজনীৰ খোজৰ চিন চাই চাই নৈখনৰ পাৰ পালেগৈ। তাই নৈয়েদি ভটীয়াই গৈ গৈ মাছমৰীয়াই তাইৰ কেঁচুৱাটো মাৰি খোৱা ঠাই পালেগৈ। তাতে তাই দুডোখৰ-মান হাড় দেখা পাই বুজিলে, তাইৰ ল'ৰা কোনোবাই মাৰি খালে। তাই তেতিয়া মাঠুম-মাট্ৰাইৰ ওচৰলৈ গৈ কান্দি কান্দি ক'লে, "মোৰ ল'ৰাটো দেখুওৱাঁ।" মাঠুম-মাট্ৰাৱে সমিধান দিলে, "মই নিজে তোৰ ল'ৰাটো আনি দেখুৱাব নোৱাৰোঁ। তই মুফুং-টিংমু-নানৰ ওচৰলৈ যাব লাগিব।" তেতিয়া তাই মুফুং-টিংমু-নান দেৱতাৰ কাষলৈ গৈ সকলো ঘটনা বিৱৰি ক'লে, "মই কাকূতি কৰিছো, মোৰ ল'ৰাটো দিয়াঁ।"

দেৱতাজনে ছিবি-জাটাইৰ চকুৰ আগত ৰং লগা পাখি এটা ধৰিলে। তাই ততালিকে মানুহ গুচি ছিছাম-নান্ দেৱী হৈ পৰিল। দেৱতাজনে তাইক তেতিয়া এখন ক'লা কাপোৰ দি ক'লে, "'যা, এইখন ধুই আন।" তাই সেইমতে নৈলৈ গৈ ক'লা কাপোৰখন ধোওঁতেই কাপোৰখন হালধীয়া হৈ পৰিল। তাৰ পিছত দেৱতাজনে বগা কাপোৰ এখন তাইক ধুবলৈ দিলে, সেইখন আকৌ হৈ পৰিল

ক'লা। তেতিয়া মাঠুম-মাট্রায়ে জানিলে, ছিৰি-জাটাই সঁচাসঁচিকৈ ছিছাম নান্ হৈ পৰিছে। ছিৰি-জাটায়েও তেতিয়া ভালকৈ জানিলে যে য'ত তাইৰ ল'ৰা মাৰি খাই পেলোৱা হ'ল, তাতেই সি এতিয়া ওলাব। সেই দেখি তাই সেই ঠাইলৈ গ'ল আৰু জানিব পাৰিলে, এজনী তিৰোতাই তাইৰ ল'ৰাৰ মঙহ পোনতে খায়, সেই তিৰোতা-জনী গর্ভৱতী হৈছে আৰু তাইৰ পেটতে ল'ৰাটো এতিয়া আছে। ছিৰি-জাটাই তিৰোতাজনীৰ পেটলৈ সোমাই গৈ ল'ৰাটো আনিবলৈ যত্ন কৰিলে। তিৰোজাজনীৰ গা বেয়া লাগিবলৈ ধৰিলে। ওচৰ-চুবুৰীয়া মানুহবিলাকে এজন বেজ মাতি আনিলে, বেজে চাই-চিঁতি কি হৈছে সকলো ক'লে। সকলো ৰাইজে তেতিয়া ছিছাম-নানক পূজা-পাতল দি স্তুতি কৰিলে, "তোমাৰ ল'ৰা খাই আমি পাপ আচৰিলো। আমাৰ দায়-দোষ ক্ষমিবাঁ। তোমাক আমি সদায় বলি-বিধান দি থাকিম।" এইদৰে কোৱাৰ লগে লগেই মানুহজনীৰ গা ভাললৈ আহিল আৰু তেতিয়াৰপৰা ৰাইজে ছিছাম-নানক পূজিবলৈ ধৰিলে।

---

# এটা মানুহ আৰু তিনিজনী ভনীয়েকৰ সাধু

এটা মানুহে তাৰ তিনিজনী ভনীয়েকেৰে এখন হাবিত আছিল। এজনী ভনীয়েক ঘৰত থাকে, আন দুজনীয়ে ককায়েকৰ লগত হাবি ভঙা ঠাইলৈ যায়। এদিন ককায়েকে মন কৰিলে, ডাঙৰজনী ভনীয়েকে মেথোনৰ মঙহ ৰান্ধি ভাত আৰু আপঙেৰে সৈতে হাবিলৈ লৈ আহিছে। 'তাইনো বাৰু ক'লৈ যায়?'—এইবুলি মনতে ভাবি সি হাতৰ কাম-কাজ আঁতৰাই থৈ মনে মনে তাইৰ পিছে পিছে গ'ল। ভনীয়েকে গৈ গৈ ছিয়াং নৈৰ পাৰ পালেগৈ আৰু তাতে ভৰিৰে মাটিত গোৰোহণি এটা মাৰিলে। নৈৰ পানীৰ পৰা এটা বৰ ডাঙৰ সাপ ওলাই আহিল আৰু তাইক কাম-ভাবত মেৰিয়াই ধৰিলে। সিহঁতৰ যেতিয়া পিৰীতি কৰা শেষ হ'ল তেতিয়া তাই সাপটোক খাবলৈ দিলে, দুয়ো কিছুপৰ তাতে বহাৰ পিছত নিজ নিজ ঠাইলৈ বাট ল'লে। খঙত জলিপকি মানুহটো ঘৰলৈ ঘূৰিল। সি পিছে কাকো একোকে নক'লে। পিছদিনাখন সি অকলশৰে নৈৰ পাৰলৈ গ'ল আৰু ভৰিৰে মাটিত এটা গোৰোহণি মাৰিলে। গোৰোহণি মৰাৰ লগে লগে যেতিয়া সাপটো ওলাই আহিল সি তাক টুকুৰা-টুকুৰকৈ কাটি পেলালে।

পিছদিনাখন ডাঙৰ ভনীয়েকজনীয়ে আগৰ দৰে মেথোনৰ মঙহ ৰান্ধি বাটি ভাত আৰু আপং লৈ নৈৰ পাৰলৈ গ'ল। তাই ভৰিৰে গোৰোঁহণি এটা মাৰিলে। কিন্তু সাপটো আৰু ওলাই ক'ৰপৰা? তাই ইফালে-সিফালে ঘূৰি মেলি চাই যি চিন মোকাম দেখিলে তাৰ পৰাই বুজিলে যে তাইৰ চেনেহৰ সাপ মৰিল। তাই বেজাৰত ওচৰৰে গছ এজোপাত ফাচ লগাই মৰি থাকিল।

যেতিয়া ককায়েকে আহি তাইক গছ জোপাত ওলমি থকা দেখিলে, তাৰ বৰ খং উঠিল। সি হাতত থকা দাখনেৰে তাইৰ পেটটো ফালি পেলালে। ফলা পেটৰপৰা এজাকমান সাপৰ পোৱালি ওলাই আহিল। তাকে দেখি সি ভয়ত থপলিয়াবলৈ ধৰিলে। সাপবোৰে তাৰ পিছে পিছে খেদি আহিল। কিছুদূৰ লৰি যেতিয়া সি থিয় হৈ সাপবোৰলৈ ঘূৰি চালে সাপবোৰ পলাবলৈ ধৰিলে। যেতিয়া পুনৰ সি নিজৰ বাট ললে, সাপবোৰ আকৌ তাৰ পিছত লৰিবলৈ ধৰিলে। তেতিয়াৰপৰাই মানুহ আৰু সাপৰ মাজত শক্ৰতা হ'ল।

এজনী ভনীয়েকৰ কথা হ'ল এইখন। দ্বিতীয়জনী ভনীয়েকে ভৰিত মেখোৱা পটী বৰ ভালকৈ ব'ব জানিছিল। এদিনাখন তাই বহুতপৰ বহি বহি তাকে কৰি আছে। ককায়েকে তাইক সুধিলে, "তই এইবোৰ ইমানকৈ কৰিছ কিয় ?" তাই উত্তৰ দিলে, "কৰি ভাল লাগিছে গুণে।" পিছদিনাখন ককায়েকে বেৰৰ জলঙাইদি জুমি চাই দেখিলে ভনীয়েকে পটীবোৰ কুকুৰ এটাৰ ঠেঙত মেৰিয়াই মেৰিয়াই বান্ধিছে। সি ভিতৰলৈ সোমাই গৈ তাইক সুধিলে, "তইনো এনে নোহোৱা নোপজা কাম কৰিছ কেলেই ?" তাই ক'লে, "কাৰণ এওঁ মোৰ গিৰিহঁত।" ককায়েকৰ খঙৰ কোব হঠাতে ইমান চৰিল যে সি একো নকৈ কোনোবাফালে গুছি গল। ভনীয়েকে তাইৰ গিৰিয়েক কুকুৰটো লৈ হাবিলৈ গল আৰু তাতে এটা ধুনীয়া ঘৰ সাজিলে। গিৰিয়েক-ঘৈণীয়েকে হাবি কাটি এডোখৰ পথাৰ উলিয়ালে। সেই পথাৰতে সিহঁতৰ খাবৰ জোখাৰে এতিয়া সকলো শইচ হয়। কিছুদিনৰ পিছত সিহঁত হালৰ তিনিটা কুকুৰ-পোৱালি উপজিল। ইফালেদি ককায়েক ঘৰলৈ ঘূৰি আহিল আৰু তাইক ঘৰত নাপাই কেয়োফালে তাইৰ বিচাৰ-খোচাৰ লগালে। শেহত গৈ হাবিত থকা তাইৰ সেই ঘৰ পালেগৈ। তেতিয়া তাৰ ভনীয়েক আৰু ভনীয়েকৰ গিৰিয়েক কুকুৰটো পথাৰত কাম কৰি আছিল। ঘৰত মাথোন কুকুৰ-পোৱালি কেইটা আছিল। সিহঁতে মোমায়েকক

দেখি বৰ ৰং পালে আৰু বৰকৈ ভুকিবলৈ ধৰিলে, "আমাৰ মোমাই আমাক চাবলৈ আহিছে।" এনেতে তাৰ ভনীয়েক আৰু কুকুৰটো ঘূৰি ঘৰ পালেহি। সিহঁত দুয়ো তাক দেখি বৰ ভাল পালে, কাৰণ সি হ'ল ভনীয়েকৰ ককায়েক আৰু কুকুৰটোৰ জেঠেৰিয়েক। সিহঁতে তাক ভাত আৰু আপং খাবলৈ দিলে, কুকুৰটোৱে জাপ মাৰি ধোঁৱা চাঙত উঠি তাৰপৰা দুডোখৰমান মেথোনৰ মঙহো তললৈ পেলাই দিলে। সি ভাত কেইটা খালে, কিন্তু কুকুৰে দিয়া বস্তু বুলি মঙহখিনি লাহেকৈ কাষৰলৈ আঁতৰাই থ'লে। পিছদিনাখন তাৰপৰা মেলানি লৈ তাৰ ভনীয়েক আৰু কুকুৰটো পথাৰলৈ গ'ল। সি ঘৰলৈ ঘূৰি যাবলৈ ওলাল, কিন্তু কুকুৰ-পোৱালি কেইটাই চিঞৰি চিঞৰি ভুকি কবলৈ ধৰিলে, "আমাৰ মোমাই গুচি যায় ঔ।" তাতে খং উঠি সি তাৰ দাখন উলিয়াই ঘাপ মাৰি এটা কুকুৰ-পোৱালিৰ নেলুটো ছিঙি পেলালে। সি সেই কাম কৰিবলৈহে পালে জুহালৰ তলৰপৰা কোনোবাই মাত লগালে, "মোৰ শাহু-শহুৰ ঘৰলৈ ঘূৰি আহিলে, তই কি কাম কৰিলি, মই কৈ দিম।" সি আচৰিত মানি জুহালৰ প্ৰথম শিলটো দাঙি চালে, কিন্তু কাকো দেখা নেপালে।

কুকুৰ-পোৱালিকেইটাই আগৰ দৰেই ভুকি থাকিল। সি তেতিয়া আৰু এটা পোৱালিৰ মূৰটো কাটি পেলালে। সি সেই কাম কৰিবলৈহে পালে, জুহালৰ তলৰপৰা কোনোবাই মাত লগালে, "মোৰ শাহু-শহুৰ ঘৰলৈ ঘূৰি আহিলে, তই কি কাম কৰিলি, মই কৈ দিম।" সি আচৰিত মানি জুহালৰ দ্বিতীয় শিলটো দাঙি চালে, কিন্তু কাকো দেখা নেপালে।

তেতিয়া সি তৃতীয়টো কুকুৰ-পোৱালিৰ ডিঙিটো কাটি পেলালে। সি সেই কাম কৰিবলৈহে পালে, জুহালৰ তলৰপৰা কোনোবাই মাত লগালে, "মোৰ শাহু-শহুৰ ঘৰলৈ ঘূৰি আহিলে, তই কি কাম কৰিলি, মই কৈ দিম।" সি পুনৰ আচৰিত মানি জুহালৰ তৃতীয় শিলটো এইবাৰ দাঙি চালে, আৰু শিলটোৰ তলত এটা শকত পলু দেখা পালে। পলুটো হাতত তুলি লৈ সি ঘৰলৈ ঘূৰিল।

কেইদিনমান পিছত মানুহটো হাবিত চিকাৰ কৰিবলৈ গল। সি কিবা এজোপা গছৰ ছাল দেখা পাই কাটি মাটিলৈ পেলাই দিলে পলুটোৱে খক বুলি। পলুটোৱে বৰ ৰং মনে সেইবোৰ কুটি কুটি খাবলৈ ধৰিলে। পলুটোৱে তেতিয়া ক'লে, "মোক হাবিলৈ লৈ ব'লা আৰু সেই গছজোপাৰ ওপৰত তুলি থোৱাঁগৈ, তাত মোৰ বৰ ভাল লাগিব।" সেইমতে পিছদিনা মানুহটোৱে পলুটো লগত লৈ হাবিলৈ গ'ল আৰু সেই গছজোপাত তুলি থ'লে। পলুটো গছডালত বহুতদিন থাকিল আৰু গছজোপাৰ ছাল আৰু পাতবোৰ খাই অঁতাই তাৰপৰা কেনিবা গুচি গ'ল। ঠিক তাৰ পিছতে মানুহটো তাক বিচাৰি ওলাল, কিন্তু গৈ তাৰ কোনো চিন্-মোকাম নেপালে। সি চৰাইবোৰক সুধিলে, পলুটো ক'ত আছে, সিহঁতে কিন্তু একো ক'ব নোৱাৰিলে। সি জন্তুবোৰক সুধিলে, সিহঁতেও একো ক'ব নোৱাৰিলে। সবশেহত পানীৰ চৰাই ছিগ্‌গো পাৰেঙে ক'লে, "মই জানো, সি ক'ত আছে। কিন্তু তই তালৈ অকলশৰে যাব নোৱাৰিবি। মোৰ কাৰণে অলপমান পিঠাগুৰি কৰ, তেতিয়াহলে মই তোক তালৈ বাট দেখুৱাই লৈ যাম।" মানুহটোৱে পিঠাগুৰি কৰিলে, চৰাইটোৱে সেই পিঠাগুৰি খোৱাত তাৰ লাদবোৰ বগা হৈ পৰিল। তেতিয়া মানুহটোৱে তাকে চাই চাই হাবিয়ে হাবিয়ে চৰাইটোৰ পিছে পিছে যাবলৈ সুবিধা হ'ল। চৰাই-টোৱে বাট দেখুৱাই দেখুৱাই তাক এটা বৰ ডাঙৰ শিল পোৱালেগৈ। তাৰ তলতে দেখোন সেই পলুটো। পলুটোৱে তাতে বহি ধাতুৰ ডাক্কি (মেলাহি বাটি) কৰিব লাগিছে, কাৰণ সি এতিয়া নিন্নুৰ বোট্রে ৱিয়ু হৈ পৰিছে।

নিন্নুৰ বোট্রেই ক'লে, "মই এতিয়া তোৰ লগত যাব নোৱাৰোঁ। যদি লাগে, তই এই ডাক্কিবোৰকে লৈ যাব পাৰ, তোৰ কাৰণেই মই সেইবোৰ কৰিছো। তই এতিয়া ডাক্কিকেইটা এটা এটাকৈ লৈ যা। চাবি আকৌ বাটত যে সেই বান্দৰৰ গাঁওখন আছে, তাৰ ওচৰেদি যাওঁতে একো শব্দ নকৰিবি। কৰিব লাগিলে বান্দৰবোৰ আহি

তোক মাৰি পেলাব।" মানুহটোৱে কেইবাটাও ডাক্কি তুলি লৈ তাৰ ঘৰলৈ ঘুৰি খোজ ললে। পিছে এদিনাখন গধূলি বান্দৰৰ গাঁওখনেদি যাওঁতে ডাক্কি এটা এজোপা গছত লগাত শব্দ হ'ল। বান্দৰবোৰে তেতিয়া সিহঁতৰ ডেৰেত (ডেকা চাং) পূজা-পাতল কৰি আছিল। সিহঁতে শব্দটো শুনিয়েই ডেৰেৰ বাজলৈ ধপলিয়াই ওলাই আহিল। মানুহটোৱে ডাক্কিকেইটা পেলাই তাৰ জীউটো লৈ পলাবলৈ ধৰিলে। বান্দৰবোৰে সিহঁতৰ ধেনু-কাঁড লৈ কেয়োফালে তাক বিচৰাত লাগিল। সিহঁতে তাক দেখা নাপালে, কিন্তু নিমুৰ বোট্রেক পাই কঁডিয়াই মাৰি পেলালে।

যেতিয়া মানুহটোৱে এই কথা শুনিলে, তেতিয়া তাৰ বৰ খং উঠিল আৰু বান্দৰবোৰৰ ওপৰত পোতক তুলিবলৈ থিৰাং কৰিলে। সি বান্দৰবোৰৰ গাঁওখনলৈ গ'ল, কিন্তু সেইখিনি পালত জানিব পাৰিলে সকলোবোৰ বান্দৰ ছিয়াং নৈত মাছ মাৰিবলৈ গৈছে। সি নৈৰ পাৰে পাৰে গৈ দেখিলে, বান্দৰবোৰে সিহঁতৰ ধেনু-কাঁড়বোৰ নৈৰ পাৰত দ'ম বান্ধি থৈ পানীত খেদ-খেদাই আছে। সি মনতে ভাবিলে, 'এয়ে সোণালী সুয়োগ'। সি আটাইবোৰ ধেনুৰ জোৰবোৰ বান্ধি পেলালে। ধেনুবোৰ এতিয়া কামত লগাব নোৱাৰা হল। তেতিয়া সি ডাঙৰ শিল এচটা পানীত ঠেপেচকৈ পেলাই দিলে। বান্দৰবোৰে উমান পায়ে পাৰলৈ উঠি আহিল আৰু ধেনু-কাঁডবোৰৰ ওপৰত থপিয়াথপি লগালে। প্ৰত্যেকটো বান্দৰে ভাবিলে সি কোনোবা এটাৰ ধেনুখনহে লৈছে। ধেনু আটাইবোৰৰে জোৰবোৰ একৰা আছে। বান্দৰবোৰৰ মাজত কাজিয়া আৰম্ভ হ'ল। সিহঁতে সেইদৰে কাজিয়া পাতি থাকোঁতে আকাশৰপৰা এটা চৰায়ে মাত দিলে। বান্দৰবোৰে ভয় খাই মানুহটোৰ ওচৰলৈ লৰ দিলে আৰু তাৰ কাষত থিয় হৈ ৰ'ল। সিহঁতে তাক সুধিলে, "সেইটো কিহৰ মাতহে?" সি ক'লে, "সেইটো এটা সাংঘাতিক বস্তু, এটা বৰ কু-লক্ষণীয়া বস্তু। সি তহঁত আটাইবোৰকে গিলি পেলাব।"

"এতিয়া কি কৰোঁ?" "মোৰ লগতে আহহঁক, মই তহঁতক লুকুৱাই থ'ম।"

ভয়ত থক্‌থক্‌কৈ কঁপি কঁপি বান্দৰবোৰে তাৰ পিছে পিছে খোজ ল'লে। সিহঁতে যাওঁতে যাওঁতে এটা খোৰোং থকা এজোপা গছ পালে। মানুহটোৱে ক'লে, "তহঁত ইয়াৰ ভিতৰলৈ সোমাই যা। তহঁত ভিতৰতে নিৰাপদে থাকিব পাৰিবি। মই গছপাত আৰু কাঠেৰে এখন দুৱাৰ সাজি লগাই দিম। তেতিয়া তহঁত ক'ত আছ কোনেও ক'ব নোৱাৰা হ'ব।" বান্দৰকেইটাই ক'লে, "এই ফেৰা তোমাৰ কৃপাহে।"

দুৱাৰখন হ'বলৈহে পালে, মানুহটোৱে টিঙিৰি মাৰি একুৰা জুই জ্বলালে আৰু সিহঁত আটাইবোৰকে পুৰি মাৰিলে। কিন্তু এজনী সৰু বান্দৰী কেনেবাকৈ পলাই সাৰিল। তাই লৰ মাৰোঁতে তাইৰ জুইত ক'লা পৰা হাতদুখন গালত মোহাৰিলে আৰু তেতিয়াৰপৰাই বান্দৰৰ মুখ ক'লা হ'ল। যেতিয়া তাই অলপ বুজন হ'ল এদিন তাই হাত-ভৰি মেলি ওপৰমুৱাকৈ দীঘল দি পৰিল। তাই দৈনি-পলোক তুতি জনাই কলে,—"মোৰ গাত যেন কিবা এটা পৰে।" তাই ক'বলৈহে পালে তাইৰ গাত শূইনৰপৰা বাঁহ পাত এখিলা পৰিলহি। বাঁহপাতখিলা তাইৰ পেটৰ ভিতৰলৈ সোমাল আক তাৰপৰাই তাইৰ গৰ্ভ হ'ল। তাইৰ এটা বান্দৰ-পোৱালি উপজিল। সি ডাঙৰ হ'লত মাককে বিয়া কৰিলে, কাৰণ সি বিয়া কৰিবলৈ আৰু কোনোৱেই নাছিল। সি যি হওক, মাক আৰু পুতেকৰপৰা বান্দৰৰ বংশ আকৌ ৰক্ষা পৰিল।

যেতিয়া বান্দৰবোৰ বাঢ়ি বাঢ়ি বহুত হ'ল তেতিয়া সিহঁতে বুঢ়ী-মাকক সুধিলে, পূৰ্ব্বৰ দৰে সিহঁতে খেমু-কাঁড় সাজি লোৱা ভাল নহবনে? তাই সমিধান দিলে, "তহঁতে মানুহলৈ ভয় কৰি চলিবি। সিহঁতৰ আমাতকৈ বল-বুধি বহুত বেচি। সিহঁতৰ লগত যুঁজ কৰিবলৈ গৈ বজিয়ালি কৰা কাৰণে আমাৰ বংশ ধ্বংস হৈছিল। এতিয়া তহঁতে শাঁতিৰে হাবিয়ে বননিয়ে থাক। খেমু-কাঁড়ৰ কথা সমূলিকে মনলৈ

নানিবি।” সেইদিন ধৰি আজিকোপতি গছৰ ডাল কোবাই আৰু গছৰ গুটি খাই বান্দৰৰ সাতপুৰুষ গৈছে।

এনেকৈয়ে তিনিজনী বাইভনীৰ ভিতৰত এজনীয়ে সাপ বিয়া কৰি মৰিল, এজনীয়ে কুকুৰ এটা বিয়া কৰি ক'ৰবালৈ গৈ নহা হ'ল; সৰুজনী মাথোন এতিয়া থাকিল। এদিন ককায়েকে দেখা পালে, তায়ো মেথোনৰ মঙহ ৰান্ধি ভাত আৰু আপং লৈ হাবিলৈ গৈছে। সিও মনে মনে তাইৰ পিছে পিছে গ'ল। গৈ কি দেখিলে জানা? সি দেখা পালে তাৰ ভনীয়েকক এটা বাঘৰ লগত পিৰীতি কৰা আৰু তাৰ পিছত তাক মঙহৰ আঞ্জাৰে ভাত খুৱাই আপং খুওৱা। তাই যেতিয়া ঘৰলৈ ঘূৰিল সি খঙে-বেজাৰে, তায়ো বায়েকহঁতৰ নিচিনাকৈ গুচি যাব খুজিছেনে কি, সুধিলে। তাই ক'লে, “মই মোৰ মৰমৰ বাঘক বিয়া কৰাম।” পিছদিনাখনে তাই এটা বৰ ভোজ দি বাঘক বিয়া কৰাই তাৰ লগত ঘৰ কৰিবলৈ হাবিলৈ গ'ল। সিহঁতে হাবিত এটা বৰ ভাল ঘৰ সাজিলে। দিনে পতি বাঘটো পছু মাৰিবলৈ যায় আৰু গধূলি হ'লে ভাৰে ভাৰে মঙহ লৈ আহে।

কিছুদিন থকাৰ পিছত ককায়েকৰ মনত বৰ বেয়া লাগিল। সি ভনীয়েকৰ লগত ভাল হবৰ মনেৰে তাইৰ ঘৰলৈ গ'ল। সি গৈ পাওঁতে ভনীয়েক ঘৰতে আছিল, বাঘটোহে চিকাৰলৈ গৈছিল। ভনীয়েকে তাক দেখি যদিও বৰ ৰং পালে, বাঘটো ঘূৰি আহিলে ককায়েকক খাই পেলাব বুলি তাইৰ পেটে পেটে বৰ ভয় লাগিল। ককায়েকে ক'লে, “তই কিবা নহয় কিবা উপায় কৰি মোক ৰক্ষা কৰিব লাগিব।” ভনীয়েকে তাক খুৱাই-বুৱাই চ'তিৰ ওপৰত এটা পাচিৰে ঢাকি থৈ দিলে।

যেতিয়া বাঘ ঘৰলৈ আহিল, সি পোনে পোনেই এটা পাচি বিচাৰিলে। ঘৈণীয়েকেও এটা পাচি উলিয়াই দিলে। বাঘে কলে—“নহয়, মোক এইটো পাচি নেলাগে, সেই ওপৰত থকা পাচিটো দে।” তাই “সেইটো পাচি বৰ লেতেৰা হৈ আছে” বুলি কৈ অইন

এটা পাচি আনি দিলে। বাঘে পাচিটোত হক্ হক্কৈ মঙহ বঁতিয়াই উলিয়াই দিলে। অইন দিনাও সি সেইদৰেই হাবিৰপৰা চিকাৰৰ মঙহ লৈ আহে। ঘৈণীয়েকে মঙহৰ টুকুৰাবোৰ যুটলি বুটলি জুহালৰ আগত থকা বস্তু-বাহানি শুকুৱা কাঠটোত সেইবোৰ মেলি দিলে। বাঘটোৱে জুহালৰ কাষত তাৰ ভৰি কেইটা মেলি বহি পৰিল। সি অলপমান আপং খুজি খালে আৰু গাত যেতিয়া ৰাগি লাগিল তেতিয়া সি ঘৈণীয়েকক ক'লে,—"পন্নুং এপাককে নাচোঁ আহ।" ঘৈণীয়েকে সুধিলে,—'পন্নুং নাচিবলৈ ছোৱালীৰ জাক পাবি ক'ত? আমাৰ আৰু সেই নাচ কেতিয়াও নহ'ব, কাৰণ নাচিবলৈ অহা মানুহ পালেই তই খাই পেলাবি।" বাঘে ক'লে,—"বাৰু, সেই কথা এৰ। মই দেখোন আজি ঘৰত এটা বেলেগ ধৰণৰ গোন্ধ পাইছো। মানুহৰ গোন্ধ যেন লাগিছে।" তাই ক'লে, "সেইবোৰ বলিয়ালি নবকিবি। মানুহটো ওলাবহি ক'ৰপৰা?" বাঘে ক'লে, "গোন্ধটো অকল যে মানুহৰে তেনে নহয়, এয়া জেঠেৰিৰ গোন্ধ যেন লাগিছে।" তাই ক'লে, "তয়ো যে আৰু ভাল। সদায় কিহবাৰ গোন্ধ পায়ে থাক। হোঁ, আৰু অলপ আপং খাই শুই থাক।" বাঘে ঘৈণীয়েকৰ কথাকে সাৰোগত কৰি এলাও আপং খাই টোপনি গ'ল।

ইফালে মানুহটোৱে ৰাতিৰ ৰাতিটো চতিৰ ওপৰতে নিয়ালে। ৰাতিপুৱা বাঘটো চিকাৰলৈ গ'লত সি তললৈ নামি আহিল আৰু ভনীয়েকক কলে, "মোৰ আৰু এয়ে জুৰিছে। এতিয়া আৰু মই ঘৰলৈ বাট লোৱাই ভাল।" ভনীয়েকে তাক ভাত আৰু আপং খাবলৈ দিলে। কিন্তু সি হ'লে তাৰ বৈনায়েকে বঁতিয়াই উলিওৱা মঙহবোৰ খাবলৈ ভাল নেপালে। হাতত দাখন লৈ সি যাবলৈ ওলাল। ভনীয়েকে তাক বাটত সাৱধানে যাবলৈ কৈ এখন ৰঙা কাপোৰ আৰু এটা কুকুৰ দি ক'লে, "কুকুৰটো আগে আগে যাবলৈ দিবি; সি যদি লৰি ঘূৰি আহে, তেতিয়া হ'লে জানিবি মোৰ গিৰিহঁত আহিছে। তেতিয়া তই এজোপা কলগছ কাটি কুকুৰটো তাতে বান্ধি কাপোৰ-

খনেৰে মুৰিয়াই-ঘূৰিয়াই থৈ দিবি। নিজে ক'ৰবাত লুকাই থাকিবি।”

মানুহটোৱে ভনীয়েকৰ ঘৰৰপৰা ওলাই নিজৰ ঘৰলৈ বাট ললে। সি পৰ্ব্বতৰ পিছত পৰ্ব্বত, নৈৰ পিছত নৈ পাৰ হৈ আগবাঢ়িল। এনেতে হঠাতে তাৰ আগে আগে যোৱা কুকুৰটো তাৰ ফালে লৰি-ঘূৰি অহা দেখা পালে। সি কৰিলে কি, ক'ব পাৰা ? এজোপা কলগছ কাটিলে, তাতে কুকুৰটো বান্ধিলে আৰু ৰঙা কাপোৰখন তাৰ গাত দি থলে। গোটেই বস্তুটো দেখিবলৈ পাছিঘাটলৈ যোৱা এজনী গালং গাভৃৰুৰ নিচিনা হ'ল। মানুহটো নিজে এজোপা গছৰ আঁৰত লুকাই থাকিল, এনেতে বাঘটো সেইখিনি পালেহি। বাঘটোৱে ডাঙৰকৈ হাউৰিয়াই কুকুৰটোৰ ওপৰত জাপ মাৰি পৰাৰ লগে লগে মানুহটো তাৰ ওপৰত জপিয়াই পৰি দাৰে ঘপিয়াই মাৰি পেলালে।

সেইদিনা গধূলি যেতিয়া বাঘটো ঘৰলৈ ঘূৰি নাহিল, ঘৈণীয়েকে ৰাতিটো কান্দি-কাটি কটাই ৰাতিপুৱা ভয়ে-চিন্তাই তাক বিচাৰি ওলাল। তাই গৈ বাঘটোৰ মৰা শ আৰু তাইৰ নিজৰ ৰঙা কাপোৰ-খন জোপোহাৰ মাজত দেখা পালে। তাকে দেখিয়েই তাইক বেজাৰে খুন্দা মাৰি ধৰিলে আৰু যদিও দোষটো তাইৰ নিজৰ গাতে, তাইৰ ককায়েকলৈহে বৰ খং উঠিল। কিছুদিন যোৱাৰ পিছত ককায়েকে তাইক নিজৰ ঘৰত থাকিবলৈ আনিবলৈ ঠিক কৰিলে। সি ভাবিলে, ‘তাইৰ বাহিৰেনো আৰু মোৰ আছে কোন ? ইফালে তাই ভাল আপং কৰিবও জানে।’ ইয়াকে ভাবি সি তাইক আনিবলৈ গ'ল। গিৰিয়েকক মৰা কাৰণে ভনীয়েক সেই খঙতে জলি-পকি আছে। তাই পিছে খং-ৰাগ একো নেদেখুৱাই তাক ভালকৈ বহিবলৈ দি খাবলৈ-ববলৈ দিলে। সি খাবলৈ বহিছে, এনেতে ভনীয়েকে হাতত এটা কণী আৰু এখন কটাৰী লৈ ঘৰৰ পিছফাললৈ গ'ল। ককায়েকে দেখা পাই ভাবিলে, ‘তাই বা আকৌ এইবাৰ কি কৰে ?’ এইবুলি সি খোৱাৰপৰা উঠি তাইৰ কাণ্ড-কাৰখানা চাবলৈ

গ'ল। ভনীয়েকে কণীটো ভাঙি তাৰ বীজলবোৰ নিজৰ মুৰে-গায় সানিছে, কটাৰীখন নিজৰ মুখত সুমুৱাই দিছে, আৰু তেনে কৰাৰ লগে লগে তাই এজনী বৰ বাঘিনী হৈ পৰিল। মানুহটো এই অৱস্থাৰ কাৰণে সাজু হৈয়ে আছিল, সি তাৰ দাখন ঘপ্ কৰে উলিয়াই বাঘিনীক ছেও ছেওকৈ কটি পেলালে।

---

# টানি আৰু টাৰোৰ সাধু

টানি আৰু টাৰো নামেৰে ককাই-ভাই ওচৰা-উচৰিকৈ ঘৰ কৰি আছিল। এদিনাখন ৰাতিপুৱা টানিয়ে হাবিত গৈ চৰাই আৰু নিগনি ধৰা ফান্দ পাতিলে। ফান্দত একোটুকুৰা কেঁচা কল টোপকৈ লগাই থ'লে। সেইদিনাই কিছুপৰৰ পিছত সি নিগনিৰ গাঁৱলৈ গ'ল এথোক পকা কল লৈ। তাক দেখিয়েই নিগনিবোৰে জুম বান্ধি তাৰ হাতৰপৰাই কলবোৰ থপিয়াই থপিয়াই খাবলৈ ধৰিলে। টানিয়ে সিহঁতলৈ চাই ক'লে, "এয়ে জানো তহঁতক জুৰিব? তহঁতক আৰু নেলাগেনে?" নিগনিবোৰে ক'লে, "অঁ, অঁ, আমাক পালে আৰু বহুত:লাগে।" "তেনেহ'লে তহঁত অমুক ঠাইলৈ যা—তহঁতে মোৰ খোজৰ চিন চায়ে চায়ে তালৈ যাব পাৰিবি—তাত মই এসোপামান এৰি থৈ আহিছো।" এই বুলি কৈ সি ঘৰলৈ বাট ল'লে।

পিছ দিনাখন ৰাতিপুৱা টানি ফান্দবোৰ চাবলৈ গ'ল। বাটতে সি এটা সৰু নিগনি সি যোৱা ফালেই লৰি যোৱা লগ পালে। "নিগনি ভাইটি, তোৰ নিগনি ককায়েৰহঁত আজি ৰাতিপুৱায় ক'লৈ গ'ল?" "সিহঁত ক'ল খাবলৈ গৈছিল। এতিয়া মই শুনিলো

সিহঁত বোলে আটাইবোৰ একোটাহঁত শিলৰ তলত নিঢাল খাই পৰি আছে। মই বুজিবই পৰা নাই, সিহঁতেনো তাত সেইদৰে কি কৰিছে বুলি ভাবিছে।” টানিয়ে কথাটো শুনিয়েই লৰা-লৰিকৈ খোজ ল’লে আৰু ভালকৈ এভাৰ নিগনি গোটালেগৈ।

ঘৰলৈ যাওঁতে বাটতে টানিয়ে ভায়েক টাৰোক লগ পালে। টাৰোৱে সুধিলে, “তইনো ইমানবোৰ নিগনি কেনেকৈ ধৰিব পাৰিলি ?” “মই এটা গাহৰি মাৰি তাৰ মঙহবোৰ চপৰা-চপৰে দি ফান্দ পাতিছিলো। এনে কথাত কিৰ্পিণ হ’বলৈ গ’লে একো লাভ নহয়গৈ। তোকো যদি নিগনি লাগে, তই গাহৰি এটা কাটি মোৰ দৰে কৰ।”

ককায়েকৰ কথামতে টাৰোৱে এটা গাহৰি মাৰি ডাঙৰ ডাঙৰ একোখুটুৰা ফান্দত টোপ কৰি দিলে। পিছে সি যেতিয়া ঘৰলৈ গ’ল, টানিয়ে মনে মনে মঙহবোৰ ফান্দৰপৰা একুৰাই ঘৰলৈ লৈ গ’ল। পিছদিনা টাৰোৱে ফান্দবোৰ চাবলৈ গৈ দেখিলে, তাত মঙহো নাই, নিগনিও নাই।

ইফালে টানিৰ ঘৰত সিদিনা এটা বৰ ভোজ। টানিয়ে গাহৰিৰ তেলখিনি তাৰ ঘৈণীয়েক আৰু লৰা-ছোৱালীক গাত ঘঁহিবলৈ দিলে। সিহঁতে তেল ঘঁহাত সিহঁতৰ ছালবোৰ নিকা আৰু চকচকীয়া হৈ পৰিল। টাৰোৱে তাকে দেখি সুধিলে, “সিহঁতৰ ছালবোৰ এনেকুৱা হ’ল কেনেকৈ ?” টানিয়ে ক’লে, “মই সিহঁতক হাতে-ভৰিয়ে বান্ধি উতলা পানী ঢালি দিলো। তাতে তেনে হৈছে।”

টাৰো ঘৰলৈ ঘূৰি গৈ ঘৈণীয়েক আৰু ল’ৰা-ছোৱালীকেইটাক হাতে-ভৰিয়ে বান্ধিলে। সিহঁতৰ গাত উতলা পানী হোৰ-হোৰকৈ ঢালি দিলে। সিহঁত কেয়োটা মৰি থাকিল।

টাৰোৱে এতিয়াহে বুজি পালে টানিয়ে তাৰ লগত সাধুভাৱে চলা নাই। সি টানিক কূটবুধি দিয়াৰ পোটক তুলি তাক মাৰি পেলাবলৈ মনতে পাঙিলে। সি এখন নাও সাজিলে, আৰু

নাওখনত কাপ খাই পৰাকৈ এখন ঢাকনি কৰিলে। সি সেই কাম কৰি থাকোঁতেই টানি আহক নৈৰ পাৰলৈ! টানিয়ে ভায়েকক সুধিলে সি কেলেই নাওখন সাজিছে। "মোৰ গাহৰিটো সুমুৱাই ৰাখিবলৈ এইখন সাজিছো। তই বাৰু কি ভাব?—মানুহ এটা ইয়াৰ ভিতৰলৈ সোমাব পাৰিবনে?" টানিয়ে ক'লে, "মোৰ মনেৰে পাৰিব যেন লাগে।" টাৰোৱে ক'লে, "ককাইটি, তেনেহলে তই অলপমান সোমায়ে চা। মই হ'লে বিন্ধাটো সিমান ডাঙৰ যেন পোৱা নাই।" টানি নাওখনৰ ভিতৰ সোমাল, টাৰোৱে ঘপ্‌কৰে ঢাকনিখন মাৰি শলখা লগাই নাওখন সোঁতৰ ধাৰত উটুৱাই দিলে।

নাওখন সোঁতৰ ধাৰত উটি যাওঁতে এজাকমান চৰাই তাৰ ওচৰতে উৰি ফুৰিছিল। টানিয়ে চিঞৰি-চিঞৰি সিহঁতক মাত লগালে, "হেৰৌ চৰাইহঁত, তইঁতে মোক ঢাকনিখন খুলি দেচোন।" বাটেটোকা এটাই তাৰ কথা শুনিলে, আৰু নাওখনত বহি লৈ ঢাকনিখনৰ ওপৰত খটৰ্ খটৰ্‌কৈ তাৰ ঠোঁট মাৰি এটা অকণমান বিন্ধা উলিয়ালে। কিন্তু বিন্ধাটো টানিৰ কাৰণে হ'ল বৰ সৰু, গতিকে সি এটা পোকৰ ৰূপ ল'লে আৰু কেৰমেৰকৈ বিন্ধাটোৰেদি বাহিৰলৈ ওলাই নাওৰ ছৈৰ ওপৰত উঠিল। এইবাৰ আকৌ সি এটা চৰাইৰ ৰূপ ল'লে।

সি চৰাই হৈ নিজৰ ঘৰলৈ বুলি উৰা মাৰোঁতে বাটতে ঘৈণীয়েকক পানী আনিবলৈ যাওঁতে লগ পালে। তাই ক'লে, "মই তুমি মৰিলা বুলিহে ভাবিছিলো।" টানিয়ে সুধিলে, "টাৰো ক'ত আছে ক'ব পাৰ?" "সি মোৰ লগতে আছে। সি মোক এতিয়া তাৰ ঘৈণীয়েক কৰি লৈছে।" টানিয়ে ক'লে, "মই এতিয়া মনে মনে ঘৰলৈ যাওঁ আৰু ঘৰৰ ওপৰ চাঙত লুকাই থাকোগৈ। টাৰোৱে জানিব নোৱাৰাকৈ তই মোক খাবলৈ কিবা অলপ আৰু মোৰ দাখন দিবি।" টানি সেইমতে গৈ ঘৰৰ ওপৰ চাঙত উঠি থাকিল আৰু ঘৈণীয়েকে তাতে তাক খোৱাবস্তু আৰু দাখন দিলেগৈ। সি খাবলৈ ধৰোঁতে

তাৰ হাতৰপৰা পানী এধানমান পৰিল। পানীখিনি পৰিল তলত জুহালৰ গুৰিত বহি থকা টাৰোৰ মূৰত। টাৰোৱে ক'লে, "টানি আকৌ কেনেবাকৈ ঘূৰি আহিলনেকি ?" টানিৰ (এতিয়া তাৰ) ঘৈণীয়েকে ক'লে, "সি আৰু কেনেকৈ আহিব ? তই দেখোন কৈছিলি সি মৰিল বুলি।" "তেনেহলে চালৰপৰা মোৰ গাত পানী পৰিল কেনেকৈ ?" ঘৈণীয়েকে ওপৰ চাওঁলৈ উঠি গৈ ক'লে, "নাই, ক'তা ইয়াত দেখোন একো নাই।" ল'ৰা-ছোৱালী কেইটা ওপৰ চাওঁলৈ গৈ ক'লে, "নাই, ক'তা ইয়াত দেখোন একো নাই।" শেহত টাৰো নিজে ওপৰ চাওঁলৈ উঠিল। টানিয়ে তাক দাৰে ঘাপ শোধালে। কিন্তু টাৰো কোনোমতে সাৰি ঘৰৰ বাহিৰ হৈ লৰিবলৈ ধৰিলে। টানি পিছে পিছে খেদি গ'ল। টাৰোৱে লৰি লৰি গৈ থাকোঁতে পৃথিৱীক ক'লে, "হে পৃথিৱী, তুমি ফাট মেলাঁ, মই কোনোমতে ফাটত সোমাই ৰক্ষা পৰোঁ।" পৃথিৱীয়ে ফাট মেলি দিলে। টাৰো তাতে সোমাল। পৃথিৱী আকৌ জাপ খালে। টানিয়ে ভেচভেচীয়া হৈ হাতত দীঘল দাখন লৈ মুখ মেলি থাকিল।

কিছু দিন গ'ল। টানিয়ে এদিন মনে মনে ভাবিলে, "হেজাৰ হওক, আমি দুটা ককাই-ভাই। সি ন'হলেনো বাৰু মই কেনেকৈ থাকো। বেচেৰাক মই বিচাৰ খোচাৰ কৰি উলিয়াব লাগিল।" সি পৃথিৱীৰ তলৰ নিপো দেশলৈ গ'ল। তাতে সি টাৰোক দেখা পালে এটা ৰিয়ু কেঁচুৱাক কিবা খুৱাই থকা। "ভৈয়াই টাৰো, আমাৰ দুয়োৰে হাই-কাজিয়া লাগিছিল। সেই বুলিও তই ন'হলে মই থাকিব নোৱাৰা হৈছো। ঘৰলৈ যাওঁ ব'ল।" "নাই নাই, মই নেযাওঁ, তই নহ'লেও মই জীয়াই থাকিব পাৰিম।" "নহয় তই যাবই লাগিব।" টাৰোৱে এইবাৰ অলপ কোমল হৈ ক'লে, "কিন্তু মই যাওঁ কি বুলি ? এইখন নিপো দেশ। মই এই কেঁচুৱাটোকো খুৱাব-বুৱাব লাগে।" "আমি এই ৰিয়ু বংশধৰকো ল'ব লাগিব।" এইবুলি কৈ টানিয়ে ল'ৰাটোৰ গাত কোব লগাই দিলে, আৰু লৰাটোৱে

ভে ভেঁ কৈ কান্দিবলৈ ধৰিলে। তাৰ মাকে ঘৰৰ নিচাঙত বহি গছৰ বাকলিৰ আঁহৰপৰা কৰা সূতাৰে কাপোৰ বৈ আছিল। তাই ল'ৰাৰ কান্দোন শুনি কিনো হৈছে চাবলৈ বুলি এটা নিগনিক পাচিলে। টানিয়ে নিগনিটোক মঙহ এটুকুৰা খাবলৈ দিলে। সিও ৰংমনে মঙহ টুকুৰাকে কুটি কুটি বহি থাকিল, ঘূৰি যাবলৈ পাহৰিলে।

ল'ৰাটোৰ মাকে তেতিয়া এটা পিটকলি চৰাইক পঠিয়ালে। টানিয়ে থাপ্ মাৰি চৰাইটোৰ নেজডালত ধৰি পেলালে। কিন্তু চৰাইটো তাৰ হাতৰপৰা উৰা মাৰিলে, তাৰ নেজডালহে টানিৰ হাতত বৈ গ'ল। চৰাইটোৱে ৰিয়ু তিৰোতাজনীৰ ওচৰ পালেগৈ আৰু ক'লে, "সেই তাত দুটা মানুহে তোৰ কেঁচুৱাটো মৰিয়াই আছে।" মানুহজনীয়ে য'ৰ তাঁত ত'তে এৰি ল'ৰাটো ৰক্ষা কৰিবলৈ লৰ দিলে।

তিৰোতাজনী সেইখিনি পালতগৈ টানিয়ে ল'ৰাটো মাৰি পেলালে আৰু মাককো তিনি ছোৱাকৈ কাটিলে। তাকে কৰিয়েই দুইটা ককাই-ভাই ঘৰৰ ফালে মাৰ লৰ। ৰিয়ু তিৰোতাজনীৰ কটা শৰীৰটো আকৌ জোৰা লাগি সিহঁতৰ পিছে পিছে পদাপাল খেদা লগালে। টানিয়ে ঘূৰি লৈ তাইক আকৌ ছোৱা ছোৱাকৈ কাটিলে, কিন্তু কটা শৰীৰটো আকৌ জোৰা খালে। টানিয়ে আকৌ কাটিলে। শৰীৰটো আকৌ জোৰা খালে। এইদৰে যে কিমানবাৰ কাটিলে, কিমানবাৰ জোৰা খালে।

ক'ৰবাৰপৰা এটা কুকুৰা আহি খেক্ খেক্কৈ হাঁহি টানিক ক'লে, "এইদৰে কাটি তই তাইৰ কি অন্ত পেলাবি? তাইৰ বুকুলৈ এপাত কাঁড় মাৰি পঠিয়াচোন, তেতিয়াহে তাই মৰিব।" কুকুৰাৰ কথামতে টানিয়ে এপাত কাঁড় মাৰি ৰিয়ু তিৰোতাজনীৰ বুকুৰে-পিঠিয়ে শালি পেলালে। তাই মৰি থাকিল। তাই এজনী ক'লা কুকুৰাৰ ৰূপ ল'লে আৰু ক'লে, "টানি, সাৱধান, মই তোৰ ঘৰৰ

কোনোবা এঠাইত পাঙ্গি (জোঙা বাঁহৰ শূল) পাতি থ'মগৈ।" টানিৰ সেই কথালৈ বৰ চিন্তা-ভাৱনা হ'ল আৰু বৰ সাৱধানে থাকিবলৈ ল'লে।

পিছে এদিনাখন সি হাবিলৈ পহু মাৰিবলৈ যোৱাৰ সময়তে তাৰ চোতালৰ কলজোপাই ডিল এটা মেলিলে। তাৰ লৰাটোৱে কল ডিলটোৰ কাৰণে জেউৰ পাতিলে। মাকে এৰাব নোৱাৰি কলডিলটো পাৰিবলৈ গ'ল। আৰু নেদেখাকৈ সেই ৱিয়ু কুকুৰা-জনীয়ে পাতি থোৱা পাঙ্গিডালতে ভৰি দিলেগৈ। টানি ঘৰলৈ ঘূৰি আহিওঁতে ঘৈণীয়েকে ক'লে, "মোৰ ভৰিটো বৰকৈ বিখাইছে।" টানিয়ে ভাবিলে তাইক কেনেবাকৈ কাঁইটে বিন্ধিলে। গতিকে দাখন লৈ সি ভৰিটো ফালি চালে। কাঁইটডাল কিন্তু সি বিচাৰি নেপালে। সি তেতিয়া তাইৰ ভৰিৰ আৰু এটুকুৰা কাটিলে। তেও কাঁইটটো নোলাল। এইদৰে বাৰে বাৰে কাটি কাটি গৈ থাকোঁতে সি বলিয়াৰ লেখীয়া হ'লগৈ। সি কাটোঁতে কাটোতে মানুহজনী মৰি থাকিল।

এতিয়া সি ঘৈণীয়েকৰ মৰা শটো কেনেকৈ পুতিব লাগে, তাকে নেজানে। সি কোনোমতে মাটিত সৰু গাঁত এটা কৰি মৰা শটোৰ ওপৰত অলপ মাটি চটিয়াই দিলে। পিছত এদিনাখন তাৰ ল'ৰা দুটাই ক'লে, "আমাৰ আই ইয়াত আছিল। আইৰ আমি পিয়াহ খালো নহয়।" টানিয়ে কথাটো শুনি আচৰিত মানিলে। সি ল'ৰা দুটাক দুডালমান বাটিয়া দি ক'লে, সিহঁতে গাখীৰ খাবৰ সময়ত পিয়াহৰ আগত সেই কেইডাল বান্ধি দিবলৈ।

ল'ৰা দুটাই সেইমতে মাকৰ পিয়াহৰ আগত বটিয়া কেইডাল লগাই দিলে। সিহঁতে লৰ মাৰি বাপেকক সেই কথা ক'লেগৈ। টানিয়ে লৰ মাৰি গৈ তাৰ ঘৈণীয়েকক ধৰি পেলালে। তাই ক'লে, "মোক এৰি দিয়াঁ। তুমি এতিয়াও মানুহ হৈয়ে আছা। মই কিন্তু সলনি হ'লো। তুমি মোক ভালকৈ নুপুতিলা। সেই কাৰণতেহে

মই আকৌ ঘূৰি আহিছো। মোক মাটিৰে ভালকৈ পুতি পেলোৱাঁ, তেতিয়া হ'লে মই ৰিয়ু দেশলৈ যাব পাৰিম।"

টানিয়ে ঘৈণীয়েকক যাবলৈ দিবলৈ টান পালে। যেতিয়া নিশা হ'ল, তাই এজনী নিগনিৰ ৰূপ লৈ পলাই তাইক পোতা গাঁত পালেগৈ। টানি তাইৰ পিছে-পিছে তালৈকে গল কিন্তু তাত গৈ একোকে দেখা নেপালে। সি এটা দেও-মানুহ মাতি আনি সকলো কথা ভাঙি-পাতি ক'লে। বেজে ক'লে, "তোৰ ঘৈণীয়েৰ এতিয়া ৰিয়ু হ'ল। এতিয়া আৰু তই তাইক নেপাৱ। তাইৰ শটো ভালকৈ পুতি পেলাবি আৰু পোতা ঠাইতে এটা জুপুৰিঘৰ সাজি দিবি আৰু তাইৰ লাম-লাকটু যি আছে ঘৰটোৰ আগফালে বান্ধি থ'বি।"

টানিয়ে বেজৰ কথামতে ঘৈণীয়েকৰ শটো ভালকৈ পুতিলে। ঘৈণীয়েকো তেতিয়া প্ৰেত হৈ প্ৰেতৰ দেশলৈ গ'লগৈ।

টানিয়ে এইবোৰ ঘটনাৰ পিছত ভায়েক টাৰোক ক'লে, "ভৈয়াই, বুইছ, আমি আৰু কাজিয়া কৰি নমৰোঁ। আমাৰ মাটিখিনি আমি দুইটাই ভগাই-বঁটাই লওঁ।" টাৰো সেই কথাতে সৈমান হ'ল। টানিয়ে কিন্তু ক'লে, "আগতে আমি খাই-বৈ লওঁ, আহ, তাৰ পিছত আমি যি কৰিব লাগে কৰিম।" সি শালি আৰু কণি ধানৰ চাউলেৰে পিঠাগুৰি কৰিলে। আৰু তাৰে অলপ অলপ দুয়োখন হাততে লৈ টাৰোৰ মুখত ভৰাই দিলে। টাৰোৰ মুখ পিঠাগুৰিৰে এনেকৈ ভৰি পৰিল যে সি এতিয়া কথাকে ক'ব নোৱাৰা হ'ল। টানিয়ে অকণমান পিঠাগুৰি নিজৰ জিভাৰ আগত লৈ ক'লে, "আমি দুয়োটাই এতিয়া আমাৰ নিজৰ-নিজৰ মাটি ক'ত কি আছে কৈ দিওঁ।" টাৰোৰ মুখ ইফালে শুকান পিঠাগুৰিৰে ভৰি আছে। সি কথাকে ক'ব নোৱাৰিলে। টানিয়ে কৈ পেলালে, "এই সকলোবোৰ মোৰে। ছিপি, ছিঙ্গেন্, সোৱণশিৰি, খ্ৰু, কাম্‌লা, ছিয়াং, য়োংবং আদি সকলো মোৰ।" টাৰোৱে শেহত কোনোমতে পিঠা-

গুৰিখিনি গিলি ক'লে, "এই সকলো ঠাই তোৰে হওক বাৰু। ইয়াৰ বাহিৰে ৰুটে-মেক্তেৰ সিপাৰে যি আছে, সেইখিনি মোৰ।"

টাৰোৱে সেইদৰে ৰুটে-মেক্তেৰ সিপাৰে থাকিল গৈ। আজি-কালি তাত থকা সকলো টাৰোৰে সতি-সন্ততি। সোৱণশিৰিত থকা মানুহ খিনি হ'লে টানিৰ বংশধৰ।

---

# মানুহ আৰু সাপ শত্ৰু হ'ল কিয়

ঈশ্বৰে প্ৰথম পুৰুষ আৰু তিৰোতা সৃষ্টি কৰি এটা ঘৰৰ ভিতৰত বন্ধ কৰি থ'লে আৰু সিহঁতক লগা-লগি হবলৈ হাক দিলে। ঈশ্বৰে এই হাক-বচন আঙুলিৰ ঠাঁৰে-চিঞাৰেহে কৈছিল। সেই প্ৰথম পুৰুষ-তিৰোতাহাল নঙঠা আছিল। সিহঁতৰ ঘৰৰ দুৱাৰখনো বন্ধ কৰা আছিল। কিন্তু কেনেবাকৈ এটা সাপ তাৰ ভৰিৰে খোজ কাঢি ঘৰটোৰ ভিতৰলৈ সোমাল। [ সেই দিনত সাপৰো ঠেং আছিল। ] সি মানুহহালক সুধিলে, "তহঁতে ইয়াত কৰিছ কি?" সিহঁতে ক'লে, ঈশ্বৰে সিহঁতক সেইদৰে থাকিবলৈ কৈছে আৰু কোনো কাম কৰিবলৈ হাক দিছে। সাপটোৱে সিহঁতক ঠাঁৰে-চিঞাৰে লগা-লগি হ'বলৈ বুধি দিলে। মানুহটোৱে ক'লে, "নাই, আমি ঈশ্বৰৰ হাক-বচন নেমানি নোৱাৰোঁ।" সাপটোৱে উত্তৰ কৰিলে, "সেইটো বৰ অদ্ভুত কথা। তহঁত লগা-লগি নহ'লে তহঁতৰ ল'ৰা-ছোৱালী নহয়। আৰু যদিহে তহঁত লগা-লগি হব, তেতিয়া হ'লে তহঁতৰ নিচিনা মানুহ গোটেই পৃথিৱীখনতে হ'ব।"

সাপটোৱে সেই কথা ক'বলৈ হে পালে, তিৰোতা-জনীয়ে মতা

মানুহটোক তাইৰ ওচৰলৈ বলেৰে টানি-আঁজুৰি লৈ গ'ল। সেই মুহূৰ্ত্ততে সিহঁতৰ আগত ঈশ্বৰ ওলালহি আৰু সুধিলে, "তহঁতে কৰিছ কি?" মানুহটোৱে উত্তৰ দিলে, "আমি পৃথিৱীৰ কাৰণে মানুহৰ জন্ম দিছো।" ঈশ্বৰে ক'লে, "মই তহঁতক লগা-লগি হবলৈ হাক দিছিলো। তাৰ পিছত তহঁতক কোনে কি কৰিবলৈ বুধি দিলে?" "আমাক এই কাম কৰিবলৈ কৈছিল সাপে।" "তেনে হ'লে তাৰ কথামতে পোনতে কোনে কাম কৰিছিলিহঁক?" "মাইকীজনীয়ে।"

এই কথা শুনি ঈশ্বৰৰ বৰ খং উঠিল। তেওঁ ক'লে, "মানুহে যি যি বস্তু পাবলৈ ইচ্ছা কৰিব পাৰে, সেই সকলো বস্তু মই তহঁতক দিলো—এটা ভাল ঘৰ, ভাল খোৱা বস্তু; আৰু তহঁতে কোনো কাম কৰিব নলগা কৰি মই দিলো। তেও তহঁতে মোৰ কথা নুশুনিলি। এতিয়াৰপৰা তহঁতে হাবি কাটিব লাগিব আৰু দাৰে গছ-বন কাটি ঠাই মুকলি কৰি উলিয়াব লাগিব। তহঁতে হাড-ভঙা কাম কৰিলেহে খাবলৈ এমুঠি পাবি।" মানুহজনীৰ ফালে চাই ক'লে, "তয়ে ইয়াক এই কাম কৰিবলৈ লগালি, তোৰ গাৰপৰা সেই কাৰণে তেজ বৈ যাব, তোৰ পেটটো ডাঙৰ হ'ব, আৰু বৰ কষ্টৰ মাজত তোৰ ল'ৰা-ছোৱালী উপজিব।" ঈশ্বৰৰ যি ইচ্ছা সেই মতেই কাম হ'ল। তেওঁ সাপৰ ঠেং-কেইটা কাটি পেলালে, তেতিয়াৰপৰা সি পেট চোঁচৰাই চোঁচৰাই-বগাই যাব লগীয়া হ'ল। ঈশ্বৰে সাপক বিষ-দাঁত দিলে আৰু তাতে বিষ সুমুৱাই দিলে। তেতিয়াৰপৰাই মানুহ আৰু সাপ ইটো সিটোৰ শত্ৰুৰ হৈ পৰিল।

---

*এই সাধুটোৰ ওপৰত দেখাদেখিকৈয়ে বাইবেলৰ আদাম আৰু ইভৰ কাহিনীৰ প্ৰভাৱ পৰিছে।

# মানুহ বলি দিয়া নিয়ম হ'ল কেনেকৈ

মচে-ছিংগ্ৰাভুম নামে পৰ্ব্বতত দুই ককাই-ভাই বাস কৰিছিল। এদিনাখন সিহঁত দুইটা ঘৰৰপৰা ওলাই এখন বৰ ডাঙৰ নৈৰ পাৰলৈ গ'ল। ভাগৰ আৰু ভোকত সিহঁত দুইটা লাল-কাল দিয়াত, দুইটাই নৈৰ পাৰতে খোৱা-বোৱাৰ দিহা কৰিলে। ককায়েকে এটা বাঁহৰ চুঙাত পানী তপতালে আৰু গছ-লতাৰ আলু উলিয়াই আনি বাকলি গুচাই সিজালে। ভায়েকেও বাঁহৰ চুঙাত পানী তপতালে কিন্তু আলুবোৰৰ বাকলি নুগুচাকৈয়ে পানীত সিজিবলৈ দিলে। গতিকে ককায়েকে আগতে খাই-বৈ লৰালৰিকৈ নৈখন পাৰ হ'ল। সি পাৰ হোৱাৰ লগে লগে নৈখন ফেনে-ফোটোকাৰে বাঢ়ি আহিল। ভায়েকটো এতিয়া পাৰ হ'ব নোৱাৰা হ'ল।

ককায়েকে সিপাৰৰ গৰাত উঠি ভায়েকক পাৰ হৈ তাৰ লগলৈ যাবলৈ চিঞৰিলে। কিন্তু সাপৰ নেগুৰ ছিগা সোঁতত ভায়েকে নৈখন পাৰ হয় কেনেকে? সেই গতিকে ককায়েক পৰ্ব্বততে থাকিল আৰু তাতে মক্লুম (এক শ্ৰেণী টাংছা নগা) হ'ল। ভায়েক ভৈয়ামলৈ নামি আহিল আৰু তাত চিংফৌ হ'লহি।

যেতিয়া নৈৰ পানী কমিল, ককায়েকে ভায়েকক বিচাৰি নৈৰ ইপাৰ পালেহি। কিন্তু ভায়েকৰ একো চিন-মোকাম উলিয়াব নোৱাৰিলে। পিছৰ বছৰ ককায়েক আকৌ আহিল। এইবাৰ সি ভায়েকক আৰু মাকক লগ পাই সিহঁতক তাৰ ঘৰলৈ মাতি গ'ল। ভায়েক যাবলৈ মান্তি নহ'ল। কিন্তু সি পিছত মাককে ককায়েকৰ তালৈ পঠিয়াই দিলে। ককায়েকে মাকক বলেৰে নিজৰ ঘৰতে ৰাখিলে।

এবছৰৰ পিছত ককায়েকে ভায়েকলৈ অলপ কঠীয়া বিচাৰি পঠিয়ালে। ভায়েকে মাকক নোপোৱাৰ খঙত কঠীয়া নিদি এগাল উখুৱা ধানকে পঠিয়াই দিলে। ককায়েকে সেইবোৰ সিঁচিলে হয়, কিন্তু এটা ধানো নগজিল। সি ভায়েকক ধান নগজাৰ কাৰণ সুধিলত ভায়েকে ক'লে, সি মাকক লৈ যোৱা কাৰণে তেনে হ'ল বুলি। ককায়েকে সুধিলে, "তেনেহলে এতিয়া মই আইক কি কৰিম ?" ভায়েকে কলে, "তই আইক দুছোৱাকৈ কাটি বলি দিবি আৰু তেতিয়া হলেই তোৰ শইচ ভাল হ'ব।" এই বুলি কৈ ভায়েকে ককায়েকক অলপমান ভাল কঠীয়া দি পঠালে।

ককায়েক নিজৰ ঘৰলৈ গ'ল আৰু ভায়েকে কোৱামতে মাকক বলি দিলে। তাৰ পিছত ভায়েকে দিয়া কঠীয়াৰে সি নতুন খেতি আৰম্ভ কৰিলে। এইবাৰ খেতিৰ শহো বৰ ভাল হ'ল। তেতিয়াৰ-পৰাই মকলুম জাতিৰ মানুহৰ মাজত মানুহ বলি দিয়া নিয়ম হ'ল।

---

# ভেকুলীৰ বিয়া

একালত এহাল বুঢ়া-বুঢ়ী আছিল। দুয়ো সমানে বুঢ়া হৈছিল। বুঢ়ীয়ে কাম কৰিবলৈ এৰি দিলে, কাৰণ, তাই ক'লে, তাইৰ হেনো আঁঠু দুটা বৰকৈ বিষায়। সেই কথাৰ কাৰণে বুঢ়াই বৰ আমনি আৰু কষ্ট পাবলৈ ধৰিলে। এদিনাখন বুঢ়াই খঙতে বুঢ়ীক শিলৰ উৱল মাৰিডালেৰে মাৰ মাৰি দিলে। বুঢ়াই মাৰটো মাৰিবলৈহে পালে, বুঢ়ীৰ আঁঠুৰপৰা এটা ভেকুলী জঁাপ মাৰি ওলাই আহিল।

এই নোহোৱা-নোপজা কথা দেখি সিহঁত দুইটাই বিচুৰ্ত্তি খালে।

যেতিয়া ভেকুলীটোৱে বুঢ়া-বুঢ়ীক তালৈ এজনী কইনা বিচাৰি দিবলৈ ক'লে, তেতিয়া সিহঁতে আৰু আচৰিত মানিলে। বুঢ়া-বুঢ়ীয়ে ভেকুলী-টোক ক'লে, সি নিজেই গাঁৱলৈ ওলাই গৈ ছোৱালী এজনী বিচাৰি উলিয়ালেহে ভাল হ'ব। ভেকুলীটোৱে পোনে পোনে গাঁৱৰ মূৰৰ ছাট্‌পা-খচি নামৰ বুঢ়াৰ ঘৰ ওলালগৈ। সি ঘৰৰ দুৱাৰমুখত থিয় হৈ তাৰ ভগা ঢোল যেন মাতেৰে চিঞৰ লগালে, "অ', শহুৰ, ওলাই আহাঁ।" ছাট্‌পা-খচিয়ে তাৰ বৰজীয়েকে সৈতে বাহিৰলৈ ওলাই আহি দেখে, গৰু-ঘোঁৰাই দানা খোৱা কাঠৰ চৰিয়াটোৰ ওপৰত এটা ভেকুলীহে বহি আছে। কিজানি শুনাতে কিবা ভুল হৈছে, এই বুলি বুঢ়া ভিতৰলৈ সোমাই গ'ল। কিন্তু বুঢ়া সোমাবলৈহে পালে, ভেকুলীটোৱে আকৌ চিঞৰ শোধালে, "অ শহুৰ, ওলাই আহাঁ, শহুৰ, ওলাই আহাঁ, ওলাই আহাঁ।" ছাট্‌পা-খচিয়ে তাকে শুনি আকৌ মাজু-জীয়েকে সৈতে বাহিৰলৈ ওলাই আহি দেখিলে, গৰু-ঘোৰাই দানা খোৱা কাঠৰ চৰিয়াটোৰ ওপৰত এটা ভেকুলীহে বহি আছে। কিজানি শুনাতে কিবা ভুল হৈছে, এই বুলি বুঢ়া ভিতৰলৈ সোমাই গ'ল। কিন্তু বুঢ়া সোমাবলৈহে পালে ভেকুলীটোৱে আকৌ চিঞৰ শোধালে, "অ শহুৰ, ওলাই আহাঁ, ওলাই আহাঁ।"

এইবাৰ ছাট্‌পা-খচি সৰুজনী জীয়েকেৰে ওলাই আহিল। এই সৰুজনীয়েই বুঢ়াৰ তিনিওজনী জীয়েকৰ ভিতৰত চকুত লগা। ভেকুলীটোৱে বুঢ়াক সম্বোধন কৰি সৰু জীয়েকক তালৈ বিয়া দিবলৈ টানি ধৰিলে। সেই কথা শুনি ছাট্‌পা-খচিয়ে হো হো কৰি হাঁহিবলৈ ধৰিলে।

বুঢ়াৰ হাঁহি শুনি ভেকুলীৰ লাগিল বেজাৰ। সি কান্দিবলৈ ধৰিলে। টোপ্-টোপ্‌কৈ তাৰ চকুৰ পানী পৰাৰ লগে লগে আকাশ-খন ডাৱৰে ছাটি পেলালে আৰু এজাক ধুমুহা বতাহ বলিল। তাৰ পিছত আহিল বৰষুণ আৰু বিজুলী-ঢেৰেকনি। বৰষুণজাক ইমান দপ্-দপ্‌কৈ আহিল আৰু ইমানপৰ বৰষিয়ে থাকিল যে কোনো

মানুহেই খৰি-পানী আনিবলৈ যাব নোৱাৰা হ'ল। সকলোৰে আলৈ-আথানি হ'ল। শেহত গৈ ছাটুপা-খচিয়ে ভেকুলীটোলৈকে জীয়েকক বিয়া দিবলৈকে সৈমান হ'ল।

ভেকুলীয়ে তেতিয়া ৰঙতে ডেও পাৰি পাৰি নাচিবলৈ ধৰিলে। বৰষুণ দিবলৈ এৰিলে। বেলিয়েও হাঁহি মাৰিলে। সকলো মানুহৰ মনত ৰং লাগিল। শেহত গৈ, সকলোৱে গোম্‌পালৈ পূজা কৰিবলৈ ওলাল, কিন্তু গোম্‌পাত গৈ যেতিয়া মানুহে ভেকুলীৰ কাহিনীটো শুনিলে, গোম্‌পাৰ ভিতৰত হাঁহিৰ খলকনি উঠিল। সেই খলকনিত এতিয়া গোম্‌পাটোৱেই ভাগি যাওঁ যাওঁ যেন হ'ল।

---

# আৰিং-কাৰেৰ সাধু

আৰিং-কাৰেৰ ঘৈণীয়েক চুজনী। সি সকলোবিধ জন্তু পোহনীয়া কৰি ৰাখিছিল। সেই জন্তুবোৰৰ মাজতে এটা গাহৰিও আছিল। এদিন গাহৰিটোক খাবলৈ বহুত ভাল ভাল বস্তু দিয়া হ'ল। কিন্তু সি তাত মুখকে নলগালে। আৰিং-কাৰেৰ বৰ খং উঠিল। সি গাহৰিটো গৰালৰপৰা বাজ কৰি দিলে। গাহৰিটো তাৰপৰা ওলাই হাবিলৈ লৰ ধৰিলে। আৰিং-কাৰে তাৰ পিছে পিছে খেদি গ'ল, কিন্তু তাক গৈ লগ ধৰিব নোৱাৰিলে।

সি বাটেদি গৈ থাকোঁতে বাটতে এটা কোঁদো লগ পালে। কোঁদোটোৱে তালৈ চাই হাঁহি হাঁহি ক'লে, "তই ইমানটো বৰ মানুহ, তেও গাহৰি এটাকে লৰি ধৰিব নোৱাৰিলি।" আৰিং-কাৰেই সুধিলে, "তই মোক বাৰু গাহৰিটো ধৰি দিব পাৰিবিনে ?" কোঁদো-টোৱে ক'লে, "অঁ, তই যদি কৱ, পাৰিমতো ধৰি দিব।" আৰিং-

কাৰেই ক'লে, "তেনেহ'লে বোপাই, তাক যেনে তেনে ধৰি দে।" কোঁদোটোৱে গাহৰিটো ধৰি মাৰি লৈ আহিল। আৱিং-কাৰেই গাহৰিৰ শটো দাঙিবলৈ চালে, কিন্তু বৰ গধুৰ পাই দাঙিব নোৱাৰিলে।

তেনেতে এটা বাদুলি আহি ওলাল। সি আৱিং-কাৰেক ক'লে, "এডাল লতা কাটি গাহৰিটো বান্ধি তোৰ পিঠিত পেলাই ল। তেতিয়া হ'লেই তাক তই ঘৰলৈ কঢ়িয়াই নিব পাৰিবি।" আৱিং-কাৰেই সেই-মতে গাহৰিটো বান্ধি পিঠিত ল'লে কিন্তু গাহৰিটো ইমান গধুৰ হ'ল যে লতাডাল ছিগি থাকিল আৰু গাহৰিটো পৰি গ'ল, তাৰ দীঘল দাঁত এটাই আৱিং-কাৰেৰ ভৰিত খোঁচ মাৰি এটা বিন্ধা কৰি দিলে। গাহৰিৰ দাঁতে তাৰ ভৰিটো এনেকৈ ফালিলে যে তাৰ বিষত সি কোনোমতেহে দোপ দি দি খোজ কাঢ়ি ঘৰ পালেহি। এই ঘটনাৰ অলপ দিন পিছতে আৱিং-কাৰে ঘাৰ বিষতে মৰি থাকিল। তাৰ অঙহী-বঙহীবোৰে মাটিত এটা গাঁত কৰি তাক পুতি থলে।

এতিয়া আৱিং-কাৰেৰ জীৱটো গাহৰিৰ গাঁৱলৈ গ'ল আৰু তাতে গাহৰি হৈ আনবোৰ গাহৰিৰ লগতে থাকিবলৈ ধৰিলে।

সিফালে আৱিং-কাৰে মৰিলত তাৰ ঘৈণীয়েক দুজনীয়ে হিয়ালি-জিয়ালিকৈ কান্দিবলৈ ধৰিলে, আৰু কান্দি কান্দি তাৰ জীৱটো বিচাৰি ওলাল। পিছে এদিন সিহঁতে শুনিলে, আৱিং-কাৰেৰ জীৱটো গাহৰিৰ গাঁৱত আছে। সিহঁত দুজনী দুটা চৰাই হ'ল আৰু গাহৰিৰ গাঁওখনৰ ওচৰৰ এজোপা গছত পৰি বিনাবলৈ ধৰিলে। সিহঁতৰ বিননি শুনি গাহৰিবোৰৰ বৰ খং উঠিল আৰু চৰাই দুটা দলিয়াই ফৰমুটিয়াই মাৰিবৰ কাৰণে যত্ন কৰিলে, কিন্তু সিহঁতৰ দলি-ফৰমুটি চৰাই দুটাৰ গাত নেলাগিল। তেতিয়া সিহঁতে আৱিং-কাৰেক কলে, "তই নৰ-মনিছ আছিলি আৰু ধেনু-কাঁড়ো মাৰিব জানিছিলি। এতিয়া এই কুৰ্চ্চ চৰাই দুটা কঁড়িয়াই নেমাৰ কিয়?" আৱিং-কাৰেই এযোৰ ধেনু-কাঁড় সাজিলে আৰু চৰাই দুটাৰ গালৈ

কঁড়িয়ালে। তাৰ কাঁড় সিহঁতৰ গাত নেলাগিল। কিন্তু দুইটা চৰাই তলৰ গছ-বনৰ জোপোহাৰ মাজত পৰি নেদেখা হ'ল। গাহৰিবোৰে ঘোঁটুঘোঁটাই সিহঁতক বিচাৰি ফুৰিলে কিন্তু সিহঁতৰ একো চিন-চাব উলিয়াব নোৱাৰিলে। সিহঁতে শেহত আৱিং-কাৰেক ক'লে, "তইহে চৰাই দুটাক মাৰিছিলি, তয়ে এতিয়া সিহঁতক বিচাৰি উলিয়াব পাৰিবি।" আৱিং-কাৰে চৰাই দুটা বিচাৰি ওলাল। সি এইবাৰ মানুহৰ ৰূপ ল'লে। ..

ইয়াৰ পিছত কি হ'ল, আমাৰ আৰু মনত নাই।

---

# মানুহ জাতিৰ জন্ম

একেবাৰেই পুৰণিৰো আওপুৰণি কালত যেতিয়া পৃথিৱীত কোনো মানুহ নাছিল, তেতিয়া আপুফুলুৱা আৰু মুইনিনিৰ জন্ম হয়। কিন্তু যেতিয়া পৰম ঈশ্বৰ ছাজা-ছাঙ্গে দেখিলে যে সিহঁত দুয়ো একেলগে থকা নাই, তেওঁ মনে মনে ভাবিলে, "সিহঁতহাল যদি লগা-লগি নহয়, মানুহ জাতিটো উপজিব ক'ৰপৰা?" তেতিয়া ঈশ্বৰে ফংমা নামে এক মতা দেও আৰু ডুইমা নামেৰে এজনী ডাইনী পাঁচি সিহঁত দুটাৰ মনত কাম-ভাব ওপজালে। মানুহে যেনেকৈ ভোক লাগিলে ভাত খাবলৈ বিচাৰে বা পিয়াহ লাগিলে আপং খাবলৈ বিচাৰে বা ধোঁৱা খাবলৈ বিচাৰে, তেনেকৈ আপুযুলুৱাই এজনী তিৰোতাৰ লগ বিচাৰিবলৈ ধৰিলে। মুইনিনিৰ মনতো পুৰুষ বিচাৰি একেটা দাহেই উপজিল।

আপুফুলৱা আৰু মুইনিনি লগা-লগি হ'ল আৰু সিহঁত দুটাৰপৰা মানুহ জাতিটোৰ জন্ম হ'ল।

আজিকোপতি ফংমাৰ সহায় নহ'লে মতা মানুহ বঁজা হয় আৰু ডুইমাৰ আশীৰ্ব্বাদ নহ'লে তিৰোতা হয় বাঁজী।

---

# মানুহ জাতিৰ জন্ম (২)

পৃথিৱীৰ আৰম্ভণিতে এজনী মাইকী মানুহ অকলশৰে বাস কৰিছিল। তাইৰ নাম আছিল ছুজাং-মুই। তাই এজনী ছোৱালী- হ'ল। ছোৱালীজনীৰ নাম ৰাখিলে বিউৰি-ৰিআং। ছোৱালীজনী দেখিবলৈ বগা শিলৰ নিচিনা আছিল। তাইৰ আকৌ দুজনী ছোৱালী হ'ল—জোন আৰু বেলি।

ঠিক সময়মতে বেলিৰ এজনী ছোৱালী হ'ল, তাই ছোৱালী- জনীৰ নাম দিলে লাওলাং। জোনৰো এজনী ছোৱালী হ'ল। ছোৱালীজনীৰ নাম হ'ল জোং-ডাং। এই লাওলাং আৰু জোং-ডাং হ'ল নৰ-মনিছ।

বেলিৰ জীয়েক সকলোতকৈ ডাঙৰ কাৰণে তাইকে সকলোৱে ৰাণী বুলি মানি ল'লে। তাইৰে হ'ল আটাইতকৈ ধুনীয়া সাজ- কাপোৰ আৰু আ-অলঙ্কাৰ, আৰু আটাইতকৈ ভাল খোৱা বস্তু দিয়া হয় তাইকেই। আনফালে জোনৰ জীয়েকে সামান্য এজনী খেতি- য়কৰ ছোৱালীৰ দৰে থাকিবলৈ ধৰিলে আৰু লোকৰ বান্দী হৈ কাম কৰিব লগীয়া হ'ল। বেলিৰ জীয়েকৰ তেজটুপি ভাল আৰু তাইৰ চেহেৰাটো ৰমক-জমক সাজ-পাৰ আৰু অয়-অলঙ্কাৰে এনেকৈ তুলি ধৰিছিল যে মাকে যেন তাইক কোনোবাই থপিয়াই চুৰ কৈ লৈ যাব এনে ভয় কৰি আছিল। সেই দেখি তাই তাইৰ জীয়েকক এটা ৰূপৰ পেৰাৰ ভিতৰত লুকাই থৈছিল। আনফালে আকৌ জোং- ডাং যদিও লাওলাংৰ দৰেই ৰূপহী আছিল, তাইৰ দুখীয়া সাজ-পাৰ আৰু সামান্য অলঙ্কাৰেই তাইৰ ৰূপটো মোলান পেলাই থৈছিল। তাৰ উপৰি তাই তাইৰ গিৰিহঁতনীৰ সকলো কাম-বন কৰি গেবাৰি

খাটিব লাগিছিল—ভাত ৰান্ধিছিল, কাপোৰ ধুইছিল, আৰু আপং কৰিছিল।

কিছু কালৰ মূৰত বিউৰি-ৰিআঙৰ এটা ল'ৰা হ'ল। তাৰ নাম থোৱা হ'ল আব্বু-বুল্লু। আব্বু-বুল্লুৰ আকৌ দুটা ল'ৰা হ'ল—ডুং-ৰিআং আৰু জিক্রু। ডুং-ৰিআং ডেকা হ'লত সি বিয়া কৰিবলৈ ছোৱালী বিচাৰে। কিন্তু সেই কালত পৃথিৱীত মানুহেই নাই। ডুং-ৰিআঙৰ জোৱাং নামে এটা গোলাম আছিল। সি তাক এদিন পৰ্ব্বতৰ মাজৰ নৈ এখনত মাছ মাৰিবলৈ পঠিয়ালে। ইফালে সেই দিনাই লাওলাঙে ভাতৰ লগত খাবলৈ দুটামান মাছ ধৰি আনিবলৈ জোং-ডাঙক সেই নৈখনলৈকে পঠিয়ালে। জোং-ডাঙে নৈখনেদি উজাই আৰু জোৱাঙে ভটীয়াই মাছ মাৰিবলৈ ধৰিলে। জোং-ডাঙে মাছ মাৰোঁতে পানীবোৰ ঘোলা হৈ জোৱাঙৰ ওচৰ পালেগৈ। পানীবোৰনো কেনেকৈ সেইদৰে ঘোলা হৈ আহিছে, তাকে চিন্তা কৰি জোৱাঙে আচৰিত মানিলে। ইফালে জোং-ডাঙে এবাৰ পানীত খেঁকাৰ পেলালত খেঁকাৰবোৰ উটি গৈ জোৱাঙৰ ওচৰ পালেগৈ। তেতিয়া সি বুজিলে যে উজনিত কোনোবা নৰ-মনিছ থাকিব লাগিব। তাকে ভাবি সি উজাই উজাই জোং-ডাঙে মাছ মৰা ঠাই পালেগৈ। সিহঁত দুইটা ডেকা গাভৰু আৰু পিৰীতিৰ আকলুৱা। জোৱাঙে ধুনীয়া ছোৱালীজনী দেখা পাই সুধিলে, তাইৰ বিয়া-বাৰু হৈছে-নেকি? তাই সমিধান দিলে, "মই জোনৰ ছোৱালী। মোৰ এতিয়াও বিয়া হোৱা নাই।" জোৱাঙে আকৌ সুধিলে, তাইৰ বায়েকৰ বিয়া হৈছেনেকি? এইবাৰো তাই বিয়া নাই হোৱা বুলি জনালে।

জোৱাঙে তেতিয়া ক'লে, "মোৰ গৰাকীৰ নাম ডুং-ৰিআং। তেওঁৰো বিয়া হোৱা নাই।" আৰু কিছু পৰ কথা-বতৰা পাতি সিহঁত দুটা ঘৰাঘৰি গ'ল। তাৰেপৰা নিতৌ সিহঁতৰ দেখা-শুনা কথা-বতৰা হয়। তেনেকৈয়ে দুয়োৰে মাজত পিৰীতি হ'ল। এদিন

জোৱাং জোং-ডাঙৰ পিছে পিছে তাইৰ ঘৰলৈ গ'ল, কিন্তু তাত গৈ লাওলাঙক দেখা নেপালে। জোং-ডাঙে তাক ক'লে, "তই ইয়ালৈ নাহিবি। জীয়াই থাকিব লাগে যদি ইয়াৰপৰা পলা। মোৰ আয়ে তোক কেনেবাকৈ দেখা পাব লাগিলে জীয়াই জীয়াই পুৰি মাৰিব।" "মই লাওলাঙক দেখা পাবই লাগিব।" "কোনেও তাইক দেখা পাব নোৱাৰে। তাই সোঁ ৰূপৰ পেৰাটোৰ ভিতৰত সোমাই আছে।" সি সেই কথা শুনি লৰা-লৰিকৈ ঘৰ পালেগৈ আৰু তাৰ গিৰিহঁত ডুং-ৰিআঙক সকলো কথা ক'লে। ডুং-ৰিআঙৰ গা ৰমৰমাই উঠিল। সি ক'লে, "তই মোৰ ভাই জিক্ৰুৰে লগ লাগি বহুত আপং লৈ যা আৰু সেইবোৰ নি জোন-বেলিক দেগৈ। আপং খাই যেতিয়া সিহঁত মতলীয়া হ'ব, তেতিয়া চাগৈ সিহঁতে তোক লাওলাঙক চাবলৈ দিব।"

পিছদিনা জোৱাং আৰু জিক্ৰুৱে বহুত আপং লৈ গ'ল বেলিৰ ঘৰলৈ আৰু জোন বেলি দুয়োকে সেইখিনি যাচিলে। আপং খোৱাৰ আগতে বেলিয়ে প্ৰশ্ন কৰিলে, "তই ইয়ালৈ আহিছ কেলেই? আৰু এই আপংবোৰ আমাক দিয়াৰ কাৰণ কি?" দুই আলহীয়ে ক'লে, "আমি তোমাৰ ৰূপহী জীয়েৰাৰ কথা শুনিছো আৰু তাইক আমাৰ ডুং-ৰিআঙলৈ খোজা-বঢ়া কৰিবলৈ আহিছো।" এই কথা শুনি বেলি খঙত জলি-পকি উঠিল আৰু খঙৰ ভমকত ছোৱালী খুজিবলৈ অহা দুটাক পুৰি ভস্ম কৰিব খুজিলে, কিন্তু জোনে ক'লে, "সিহঁতক মাৰিলোৱেই জানিবা, আমাৰ কি লাভ হ'ব? আমাৰ ঘৰত ছোৱালী বুলিবলৈ এজনী। ইহঁত দুটাই চায় যদি তাইক চাওক আৰু যদি লাগে সিহঁতৰ ঘৰলৈ বিয়াকৈ নিয়ক।" তাই নিজৰ জীয়েক জোং-ডাঙক ওচৰলৈ মাতি আনি ক'লে, "এইজনীয়েই লাওলাং।" জোৱাঙে জোং-ডাঙক ভালকৈয়ে চিনি পায়। তাক জানো এনেকৈ ভাঁৰিব পাৰি! সি লাওলাঙক দেখুৱাবলৈ বেলিক ফুচুলাবলৈ যত্ন কৰিলে। কিন্তু তাই একোতেই জীয়েকক দেখুৱাবলৈ মান্তি নহল।

শেহত জোৱাং আৰু জিক্রু ঘৰলৈ এনেয়ে ঘূৰিব লগীয়া হ'ল। সিহঁতে তাৰ পিছতো অনেক দিন আপঙৰ ভাৰ-ভেটি লৈ বেলিক ফুচুলাবলৈ যত্ন কৰিছিল। কিন্তু বেলিয়ে জীয়েকক কোনোপধ্যে সিহঁতৰ আগত উলিয়াই নেদেখুৱালে। পিছে এদিন জিক্রুৱে এটা বুধি উলিয়ালে। জোৱাঙেৰে সি বেলিৰ ঘৰলৈ আহিল। সি জোৱাঙক ক'লে, "তই অলপ খৰি আনগৈ যা, মই তোলৈ ইয়াতে বাট চাই আছো।" যেতিয়া জোৱাঙে খৰি আনি ঘৰৰ কাষ পালেহি, জিক্রুৱে হাত-ভৰি আছাৰি মাটিত পৰি মৰা ভাও জুৰিলে। জোৱাঙে খৰিবোৰ আছাৰি পেলাই চিঞৰি-বাখৰি কান্দিবলৈ ধৰিলে, "আমি তইঁতৰ ছোৱালী খুজিবলৈ আহিলো আৰু তইঁতৰ ঘৰতে আমাৰ ডেকা দেউতা এতিয়া মৰিব লগীয়া হ'ল।" সি জিক্রুৰ গাটো কাপোৰ এখনেৰে ঢাকি দি তাতে কান্দি কান্দি বহি থাকিল।

লাওলাঙে বাহিৰত কান্দোনৰ শব্দ শুনি, কিনো হৈছে চাবলৈ পেৰাটোৰ বাহিৰলৈ ওলাই আহিল আৰু মৰাশটো চাওঁ বুলি জিক্রুৰ গাৰ কাপোৰখন দাঙিলে। তাই কাপোৰখন দঙাৰ লগে লগে জিক্রু জাঁপ মাৰি উঠি তাইক থাপ মাৰি ধৰিলে। জোৱাঙে আকৌ থাপ মাৰি ধৰিলে জোং-ডাঙক। সিহঁত দুইটাই দুয়োজনী ছোৱালীকে বলেৰে ডুং-ৰিআঙৰ ঘৰলৈ লৈ গ'ল। ডুং-ৰিআঙে লাওলাঙক বিয়া কৰিলে, জোৱাঙে বিয়া কৰিলে জোং-ডাঙক। সেইদিনাৰপৰা ধাম্মাই জাতিৰ মাজত নিয়ম হ'ল, চহকী মানুহৰ ল'ৰাইহে চহকী মানুহৰ ছোৱালী বিয়া কৰিব, আৰু গোলামৰ ল'ৰাই বিয়া কৰিব গোলামৰ জীয়ৰী।

কালক্রমত লাওলাঙৰ বহুতবোৰ ল'ৰা-ছোৱালী হ'ল। এই ল'ৰা-ছোৱালীবোৰেই হ'ল প্রথম নৰ-মনিছ ল'ৰা-ছোৱালী।

---

# অনাদি-পাতন

পৃথিৱী ওপজাৰ আগতে সকলোফালে পানীহে আছিল। তেতিয়া দুই ককাই-ভাই আছিল আৰু দুয়ো হ'ল্ল শূইনৰ গৰাকী। ককায়েকৰ নাম লোপোং-ৰিম্বুচে, আৰু ভায়েক হ'ল চোম-ডাণ্ডে। এদিন দুই ককাই-ভায়ে কথা হ'ল,—“যেতিয়া মানুহৰ স্ৰজন হ'ব, তেতিয়া জগতত পানীৰ বাহিৰে আন একো নাথাকিলে সিহঁত জীয়াই থাকিব কেনেকৈ ?” আকাশত এজোপা পদুম ফুল হৈছিল। দুই ককাই-ভায়ে পদুমজোপা তললৈ মাৰি পঠিয়ালে। তলৰ পানীবোৰ ফুলেৰে উপচি পৰিল। তাৰ পিছত দুয়ো চাৰিওদিশৰ বায়ুক মাতিলে। কুৰুৱা বতাহে ধূলি লৈ আহি ফুলবোৰৰ ওপৰত সিঁচৰতি কৰি পেলালে। পছোৱা বতাহে হালধীয়া ধূলি বৈ লৈ আহিল। দখিণ বতাহে ৰঙা ধূলি আৰু উত্তৰী বা-ই বৈ আনিলে ক'লা ধূলি। বতাহে পকাই পকাই বৈ লৈ ফুৰোঁতে আটাইবোৰ ধূলি-মাটি মিহলি হৈ পৃথিৱীৰ গঢ় ল'লে। সেয়েহে আজিও পৃথিৱীত নানা ৰং-ৰহণ দেখা পোৱা যায়।

বতাহে ধূলিবোৰ অসমান কৰি খেলি-মেলি কৰি পেলাই এৰি দিলে। দুই ককাই-ভায়ে তেতিয়া সেইবোৰ হাতেৰে সমান কৰি দিবলৈ যত্ন কৰিলে। ঠায়ে ঠায়ে মাটিবোৰ দ'ম কৰি দিলে আৰু ঠায়ে ঠায়ে দ কৰি ৰাখিলে। সেইহে এতিয়াও আমি পৃথিৱীৰ বুকত পৰ্ব্বত আৰু ভৈয়ামবোৰ দেখা পাওঁ।

---

# পৃথিৱীত পানী হ'ল কেনেকৈ

যেতিয়া পোনতে আকাশ আৰু পৃথিৱীৰ স্ৰজন হ'ল, ক'তো পানী এটোপা বুলিবলৈ নাছিল। সেই কাৰণে মানুহ আৰু গৰু পশু সকলোৰে বৰ দুখ হৈছিল। সকলো মানুহ আৰু জন্তু গোট খাই মেল পাতি কথাটো বিচাৰ কৰিলে, কেনেকৈনো কি কৰিব পাৰি। সিহঁতে সমজুৱাকৈ প্ৰশ্ন কৰিলে,—"আমাৰ ভিতৰত আটাইতকৈ গিয়ানী কোন? পানী কোনে উলিয়াব পাৰিব?" সকলোৱে একেলগে সমিধান দিলে,—"আমি সকলো অগিয়ানী। পানী ক'ত পাব পাৰি, আমি কোনেও একো নেজানো। আমি ক'লৈ যাম? ক'ৰপৰা পানী আনিম?"

মেলত হোৰ্ছি-বাছাম নামে এটা চৰাই আছিল। সি ক'লে,—"মই জানো ক'ত পানী আছে।" মানুহ-জন্তু সকলো প্ৰাণীয়ে সুধিলে,—"ক'ত আছে আমাক ক।" চৰাইটোৱে ক'লে,—"য'ত বেলি উঠে, সেই দেশতে পানী পোৱা যাব। তাত আকৌ এটা বৰ ডাঙৰ সাপ আছে। সেই সাপটোৱে এটা বৰপুখুৰী তাৰ নেজেৰে মেৰিয়াই ধৰি আছে। যদি তহঁত আটাইবোৰে কৱ, তেতিয়া হ'লে ময়ো তালৈ গৈ পানী লৈ আহিব পাৰোঁ।' নৰ-মনিছ পশু-পখী সকলোৰে হৰিষ হ'ল আৰু সকলোৱে চৰাইটোক যাবলৈ ধৰিলে।

চৰাইটোৱে বেলি উঠা দেশৰ বৰপুখুৰীলৈ বুলি যাত্ৰা কৰিলে। সি গৈ গৈ যেতিয়া বেলি উঠা দেশ পালে আৰু ডাঙৰ সাপটো দেখিলে, তাৰ বৰ ভয় লাগিল। সি এন্ধাৰ হোৱালৈকে তাতে বৈ থকাকে ভাল বুলি ভাবিলে। তেতিয়া তেও অলপ পানী চুৰ কৰি নিব পৰা যাব।

সাঁজ লগাৰ লগে লগে সাপটোৰ চিল্‌মিলকৈ টোপনি আহিল।

চৰাইটোৱে ছল চাই তাৰ দুইটা চকু খোঁট মাৰি উলিয়াই পেলালে। চকুৰ বিযত মেৰ পাতি থকা সাপটোৱে তাৰ মেৰ ভাঙি দিলে। ৰৰপুখুৰীৰ পানীবোৰ তেতিয়া বাগৰি গৈ এখন নৈ হৈ বৈ গ'ল।

তেতিয়াৰপৰাই হোৰ্ছি-বাছাম চৰাই সদায় নৈৰ পাৰতেহে থাকে।

---

## জোকে মানুহৰ তেজ খায় কিয়

আবো-টেনিৰ পুতেক হ'ল জিঙ্গি-টানি। সি বিয়া কৰিবলৈ ছোৱালী-বিচাৰি বিচাৰি গোটেই হাবিখন চ'লাথ কৰিলে; কিন্তু ক'তো তাৰ কইনা নোলাল। সব্‌ শেহত ওক নামৰ গছ-পাত-খিলাৰ ওচৰলৈ গ'ল। কালক্ৰমত গছ-পাতখিলাৰ গৰ্ভ হ'ল, আৰু তাৰপৰাই টাপে নামৰ এটা ল'ৰা উপজিল। কিন্তু এতিয়া গছ-পাত মাকৰ পিয়াহৰপৰা টাপেয়ে খাবলৈ গাখীৰ নোলায়। টাপেয়ে ওৰেও ৰাতি চেৰেউ-ফেৰেউকৈ কান্দি থকা কাৰণে বাপেকে তাক কোলাত লৈ আঁঠুৰপৰা তেজ খাবলৈ দিলে। সেইহে আজিও টাপে জোকে মানুহৰ তেজ খায়।

---

## টানিবা আপা টানি আৰু বাৰাবা ডফলা

তাহানি কালত দুটা ককাই-ভাই আছিল—টানিবা আপা টানি আৰু বাৰাবা ডফলা। এদিনা টানিবা হাবিত ফান্দ পাতি নিগনি ধৰিবলৈ গৈছিল। যেতিয়া সি এসোপামান নিগনি ধৰি লৈ ঘৰলৈ ঘূৰিল, বাৰাবাই তাক সুধিলে, কেনেকৈনো সি ইমান-বোৰ নিগনি ধৰিলে। টানিবাই ক'লে, "মই এটা নোদোকা গাহৰি মাৰিলো আৰু তাৰ মঙহকে কাটি কাটি ফান্দত টোপ কৰি দি থ'লো। বহুত নিগনি মঙহৰ গোন্ধ পাই লৰি আহিল আৰু সিহঁত আটাইবোৰ ফান্দত পৰিল।"

তাকে শুনি বাৰাবাই এটা গাহৰি মাৰি তাৰ মঙহ কাটি হাবিত ফান্দ পাতি ঘৰলৈ ঘূৰি আহিল। টানিবাই ইফালে এটা চৰাই-ৰূপ লৈ হাবিলৈ উৰি গৈ গোটেইবোৰ মঙহ চুৰ কৰি আনিলে। পিছদিনা যেতিয়া বাৰাবা ফান্দত কি পৰিছে চাবলৈ গ'ল, সি ক'তো একণিকে মঙহ দেখা নেপালে, মাথোন সৰু এটা নিগনি এখন ফান্দত লাগি আছে। সি নিগনিটোক মোনাত ভৰাই লৈ ঘৰলৈ ঘূৰিল। বাটত টানিবা এটা চৰাই হৈ মোনাটোৰ ভিতৰ সোমাল। বাৰাবাই ঘৰ পাই মোনাটো উলিয়াবলৈহে পালে-টানিবাই নিগনিটো ঠোঁটত লৈ উৰা মাৰি ওপৰলৈ উঠিল; আৰু উৰি গৈ বাৰাবাৰ বৰঘৈণীয়েকৰ মূৰত পৰিল। তাতে বাৰাবাৰ তমোময় খং উঠিল আৰু চৰাইৰ ৰূপ ধৰি থকা টানিবাক তাৰ দাখনেৰে ঘপিয়াই কাটিবলৈ যত্ন কৰিলে। কিন্তু তাৰ দাৰ ঘাপ পিছলি গ'ল আৰু চৰাইৰ পৰিবৰ্ত্তে ঘৈণীয়েকৰ মূৰটোহে কটা গ'ল।

দুই ককাই-ভাই আন এদিনাখন চিকাৰ কৰিবলৈ গৈছিল। ঘৰলৈ আহোঁতে সিহঁতৰ বাটতে এন্ধাৰ হ'ল। হঠাতে দুয়ো অলপ দূৰতে এটা ঘৰ দেখা পালে। বাৰাবাই ক'লে, "সেইটো মোৰ ঘৰ হ'বপায়।" টানিবাই ক'লে,—"নহয় সেইটো। আমি ঘৰ পাবলৈ এতিয়াও ভালেখিনি বাট আছে। আমি যদি এই ঘৰটো ভাঙি পেলাব নোৱাৰোঁ, আজি ৰাতিয়ে আমাৰ ঘৰ নেপামগৈ।" বাৰাবাই এই কথাতে হয়ভৰ দিলে। সি ঘৰটোৰ পিছফালে গৈ দাৰে ঘপিয়াই ঘৰটো ভাঙিবলৈ ধৰিলে। টানিবাই বহি বহি চাই আছিল। ঘৰটোৰ আধামান ভঙা হ'লত সি ক'লে, "হেৰ মূৰ্খ, তই কিয় নিজৰ ঘৰটো ভাঙিছ ?" বাৰাবাই ঘৰটোৰ আগফালে গৈ দেখে তাৰ সৰু ঘৈণীয়েকে ল'ৰা-ছোৱালী লৈ ভয়তে পেঁপুৱা লাগি ঘৰৰ পিৰালিত বহি আছে। টানিবাৰ ওপৰত তাৰ বৰ খং উঠিল। খং উঠিলেও সি একো কৰিব নোৱাৰিলে।

ইয়াৰ পিছত দুই ককাই-ভাইৰ কিছুদিন মাত-বোল নাছিল।

শেহত বাৰাবাই এদিনাখন টানিবাৰ ঘৰলৈ গৈ ক'লে, "আমি আজি চিকাৰ কৰিবলৈ যাওঁ, ব'ল।" সিহঁত দুয়ো ধেনু-কাঁড লৈ হাবিৰে ভৰা পৰ্ব্বতৰ ওপৰলৈ যাত্ৰা কৰিলে। অলপ বেলিৰ পিছত দুটা হৰিণা দেখা পালে আৰু দুইটাকে বাৰাবাই মাৰি পেলালে। দুয়ো দুইটা হৰিণ কান্ধত পেলাই লৈ ঘৰলৈ ঘূৰিল। বাৰাবাই ঘৰ পাই দেখে তাৰ সৰুজনী ঘৈণীয়েকে তালৈ তপত ভাত ৰান্ধি বাঢ়ি ৰৈ আছে। টানিবাৰ ঘৈণীয়েকে আকৌ আপং খাই এনেয়ে বহি আছে। তাকে দেখি টানিবাৰ বাৰাবালৈ হিংসা উপজিল আৰু বাৰাবাৰ ঘৈণীয়েকক মাৰি পেলাবলৈ মনতে থিৰাং কৰিলে। সি বাৰাবাক মাতি ক'লে, "ল'ৰা-তিৰোতা থাকিলে কি লাভ হ'ব? আমি দিনৰ দিনটো কাম কৰি মৰোঁ, সিহঁতে ঘৰতে এনেয়ে বহি থাকে। মই সিহঁতক মাৰি আহুকালৰ হাত সাৰিবৰ ঠিক কৰিছো।"

টানিবা ঘৰলৈ গ'ল আৰু ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীকেইটা লুকুৱাই থ'লে। সি এটা কুকুৰা কাটি তাৰ তেজবোৰ ঘৰৰ চাৰিওফালে ছটিয়াই দিলে। তাকে কৰি সি বাৰাবাক মাতি আনি ক'লে, "হেৰ চা, মোৰ যেনে কথা তেনে কাম। এয়া তেজ চাচোন। মই সিহঁতৰ শ কেইটাও হাবিত পেলাই থৈ আহিলোগৈ।" বাৰাবাই সুধিলে, "সিহঁত নোহোৱা কাৰণে তোৰ বেয়া নেলাগিবনে?" টানিবাই ক'লে, "এতিয়া মোৰ যিমান ভাল লাগিছে জীৱনত আৰু তেনে কেতিয়াও লগা নাই। এতিয়া আৰু কাজিয়া কৰিবলৈও নাই, চিন্তা কৰিবলৈও নাই। তয়ো তাকে কৰি নেপেলাব কিয়?"

বাৰাবা ঘৰলৈ গ'ল আৰু তাৰ সৰুজনী ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীকেইটা মাৰি পেলালে। পিছদিনা ৰাতিপুৱা সি যেতিয়া টানিবাৰ ল'ৰা-তিৰোতাক জীৱন্তে দেখা পালে তাৰ খং চুলিৰ আগ পালেগৈ তাক টানিবাই ঠগাৰ কথা ভাবি।

---

# আবো-টেনিৰ সাধু

আবো-টেনিয়ে জুইক বিয়া কৰিলে, কিন্তু যেতিয়া ন-ছোৱালীৰ ওচৰলৈ গ'ল শ্ৰীমতী জুয়ে তাৰ গাৰ এডোখৰ পুৰি দিয়াত এডোখৰ বৰ বেয়া ঘা হ'ল। সি মাটিত পৰি চট্‌ফটাই আছে। এনেতে তাৰ ঘাডোখৰৰপৰা এটা পোক উপজিল। সি ভাবিলে, "মোৰ গাটো পুৰিলে, মোৰ ঘাৰ বিষৰপৰা এটা পোকহে হ'ল। মই এই ঠাইত থকাৰ কোনো সকাম নাই।" সি হাতত পোকটো লৈ তাৰ-পৰা বাহিৰ ওলাল।

সি গৈ থাকোঁতে থাকোঁতে কুকুৰাৰ গাঁও পালেগৈ। সেই গাঁৱত কুকুৰাৰ বাহিৰে জন-প্ৰাণী বুলিবলৈ আন কোনো নাথাকে। এটা মতা কুকুৰা তাৰ ওচৰলৈ আহি তাক সুধিলে, "আবো-টেনি ককাই, তই ক'লৈ যাৱ?" "মই বিয়া কৰিবলৈ ছোৱালী বিচাৰি আহিছো।" —এইদৰে সি কোৱাৰ লগে লগে কুকুৰাটোৱে আবো-টেনিৰ হাতত পোকটো দেখা পালে আৰু খোঁট মাৰি নি তাক গিলি থ'লে। আবো-টেনিয়ে সুধিলে, "মোৰ পোকটো ক'লৈ গ'ল? তাক খালে কোনে?" কুকুৰাটোৱে ক'লে, "মই খালো।" আবো-টেনিয়ে ক'লে, "তেনেহ'লে তাৰ সলনি তয়ে এতিয়া মোৰ লগত আহিব লাগিব। মোৰ কিমান কষ্টৰ ফলত তাৰ জন্ম হৈছে। আহ তই এতিয়া মোৰ লগত। নহ'লে তোক মাৰি পেলাম।" কুকুৰাটোৰ বৰ ভয় লাগিল। সি আবো-টেনিৰ লগে লগে খোজ ল'লে।

সিহঁত দুটা গৈ থাকোঁতে থাকোঁতে কুকুৰৰ গাঁও পালেগৈ। আবো-টেনিয়ে কুকুৰাটো এজোপা গছত বান্ধি বহি পৰিল। এটা কুকুৰ তাৰ ওচৰলৈ আহি সুধিলে, "আবো-টেনি ককাই, তই যাৱ ক'লৈ?"—"মই বিয়া কৰিবলৈ ছোৱালী বিচাৰি আহিছো।" আবো-টেনিয়ে এইদৰে কোৱাৰ লগে লগে কুকুৰটোৱে কুকুৰাটো দেখা পালে

আৰু জাঁপ মাৰি তাৰ ওপৰত পৰি তাক খাই পেলালে। আবো-টেনিয়ে সুধিলে, "মোৰ কুকুৰাটো ক'লৈ গ'ল? তাক খালে কোনে?" কুকুৰটোৱে ক'লে, "মই খালোঁ।" আবো-টেনিৰ বৰ খং উঠিল। সি কুকুৰটো মাৰি পেলাব খুজিলে। কুকুৰে প্ৰশ্ন কৰিলে, "তোৰ ইমান খং উঠিছে কিয়?" আবো-টেনিয়ে ক'লে, "মোৰ বৰ কষ্টৰ ফলত পোক এটা উপজিছিল। কুকুৰাটোৱে তাক খাই পেলালে। এতিয়া আকৌ তই কুকুৰাটোকে খালি। আহ, তোক মই মাৰি পেলাওঁ।" কুকুৰটোৱে ক'লে, "মোক নেমাৰিবি ঔ ককাইটি, মই তোৰ লগত তোৰ গোলাম হৈ যাম।"

আবো-টেনিয়ে ক'লে, "তই মোৰ লগত যাব নেলাগে। তোৰ পোৱালি এটাকে মোক দে।" কুকুৰে তাৰ পোৱালি এটা আবো-টেনিক দিলে। পোৱালিটো আবো-টেনিৰ গোলাম হৈ তাৰ লগতে গ'ল

সিহঁত এতিয়া পালেগৈ ছাগলীৰ গাঁও। আবো-টেনিয়ে কুকুৰ-পোৱালিটো এজোপা গছত বান্ধি নিজে বহি পৰিল। এটা ছাগলী তাৰ ওচৰলৈ আহি তাক সুধিলে, "আবো-টেনি ককাই, তই ক'লৈ যাব?" "মই বিয়া কৰিবলৈ ছোৱালী বিচাৰি আহিছো।"—এইদৰে সি কোৱাৰ লগে লগে কুকুৰ-পোৱালিটোৱে ছাগলীটো দেখি ভুকিবলৈ ধৰিলে আৰু ছাগলীয়ে তাৰ জোঙা শিঙেৰে খোঁচ মাৰি কুকুৰ-পোৱালিটো মাৰিলে। আবো-টেনিয়ে সুধিলে, "মোৰ কুকুৰ-পোৱালিটো ক'লৈ গ'ল? তাক মাৰিলে কোনে?" ছাগলীটোৱে ক'লে, "মই মাৰিলো।" আবো-টেনিৰ বৰ খং উঠিল। সি ছাগলীটো মাৰি পেলাব খুজিলে। ছাগলীটোৱে প্ৰশ্ন কৰিলে, "তোৰ ইমান খং উঠিছে কিয়?" আবো-টেনিয়ে ক'লে, "মোৰ বৰ কষ্টৰ ফলত পোক এটা উপজিছিল। কুকুৰাটোৱে তাক খাই পেলালে। কুকুৰটোৱে আকৌ কুকুৰা-পোৱালিটো খালে। এতিয়া মোৰ কুকুৰ-পোৱালিটো তই মাৰি পেলালি। আহ, তোক মই মাৰি

পেলাওঁ।" ছাগলীটোৱে ক'লে, "মোক নেমাৰিবি ঔ ককাইটি! মই তোৰ লগত তোৰ গোলাম হৈ যাম।"

আবো-টেনিয়ে ক'লে, "তই মোৰ লগত যাব নেলাগে। তোৰ পোৱালি এটাকে মোক দে।" ছাগলীয়ে তাৰ পোৱালি এটা আবো-টেনিক দিলে। পোৱালিটো আবো-টেনিৰ গোলাম হৈ তাৰ লগত গ'ল।

সিহঁত এতিয়া পালেগৈ গৰুৰ গাঁও। আবো-টেনিয়ে ছাগলী-পোৱালিটো এজোপা গছত বান্ধি নিজে বহি পৰিল। এটা বলধ তাৰ ওচৰলৈ আহি সুধিলে, "আবো-টেনি ককাই, তই যাম ক'লৈ ?" —"মই বিয়া কৰিবলৈ ছোৱালী বিচাৰি আহিছো।" আবো-টেনিয়ে এইদৰে কোৱাৰ লগে লগে ছাগলী-পোৱালিটোৱে বেবালে আৰু বলধটোৱে তাক শিঙেৰে খুঁচি মাৰি পেলালে। আবো-টেনিয়ে সুধিলে,—"মোৰ ছাগলী-পোৱালিটো ক'লৈ গ'ল? তাক মাৰিলে কোনে ?" বলধটোৱে ক'লে, "মই মাৰিলো।" আবো-টেনিৰ বৰ খং উঠিল। সি গৰুটো মাৰি পেলাব খুজিলে। বলধে প্ৰশ্ন কৰিলে, "তোৰ ইমান খং উঠিছে কিয় ?" আবো-টেনিয়ে ক'লে,—"মোৰ বৰ কষ্টৰ ফলত পোক এটা উপজিছিল। কুকুৰাটোৱে তাক খাই পেলালে। কুকুৰা পোৱালিটো খালে কুকুৰে। কুকুৰ-পোৱালিটো মাৰিলে ছাগলীটোৱে। এতিয়া আকৌ তই মোৰ ছাগলী-পোৱালিটো মাৰি পেলালি। আহ, তোক মই মাৰি পেলাওঁ।" বলধে ক'লে, 'মোক নেমাৰিবি ঔ ককাইটি, মই তোৰ গোলাম হৈ যাম।"

আবো-টেনিয়ে ক'লে, "তই মোৰ লগত যাব নেলাগে। তোৰ পোৱালি এটাকে মোক দে।" বলধে গৰু-পোৱালি এটা আবো টেনিক দিলে। পোৱালিটো আবো-টেনিৰ গোলাম হৈ তাৰ লগতে গ'ল।

সিহঁত এতিয়া পালেগৈ মেথোনৰ গাঁও। আবো-টেনিয়ে গৰু-

পোৱালিটো এজোপা গছত বান্ধি নিজে বহি পৰিল। এটা মেথোন তাৰ ওচৰলৈ আহি সুধিলে, 'আবো-টেনি ককাই, তই ক'লৈ যাব?' —"মই বিয়া কৰিবলৈ ছোৱালী বিচাৰি আহিছো।" এইদৰে সি কোৱাৰ লগে লগে গৰু-পোৱালিটোৱে বেবালে আৰু মেথোনটোৱে শিঙেৰে খুঁচি তাক মাৰি পেলালে। আবো-টেনিয়ে সুধিলে, "মোৰ গৰু-পোৱালিটো ক'লৈ গ'ল? তাক মাৰিলে কোনে?" মেথোন-টোৱে ক'লে 'মই মাৰিলো।' আবো-টেনিৰ বৰ খং উঠিল। সি মেথোনটোক মাৰি পেলাব খুজিলে। মেথোনটোৱে প্ৰশ্ন কৰিলে, "তোৰ ইমান খং উঠিছে কিয়?" আবো-টেনিয়ে ক'লে, "মোৰ বৰ কষ্টৰ ফলত পোক এটা উপজিছিল। কুকুৰাটোৱে তাক খাই পেলালে। কুকুৰটোৱে আকৌ কুকুৰা-পোৱালিটো খালে। কুকুৰ-পোৱালিটো মাৰিলে ছাগলীটোৱে। ছাগলী-পোৱালিটো মাৰিলে এটা বলধে। এতিয়া আকৌ তই গৰু-পোৱালিটো মাৰিলি। আহ, তোক মই মাৰি পেলাওঁ।" মেথোনে ক'লে, "মোক নেমাৰিবি ঐ ককাইটি। লাগিলে মই তোৰ লগত গোলাম হৈ যাম।" আবো-টেনিয়ে মেথোনটো তাৰ লগতে ল'লে। সিহঁত দুটা পৰ্ব্বত পাৰ হৈ গৈ থাকোঁতে ছুবোম-ছিৰে নামৰ গছজোপাৰ গুৰি পালেগৈ। গছজোপা আছিল বৰ ডাঙৰ। সিজোপা হুৰুস্ কৰে মেথোনটোৰ ওপৰতে পৰিল। মেথোনটো মৰি থাকিল। আবো-'টনিৰ বৰ খং উঠিল। সি গছজোপা কান্ধত তুলি লৈ খোজ ল'লে।

ডাইনি বা বেলিৰ ভনীয়েকৰ নাম মুম্ছি। আবো-টেনি যাওঁতে যাওঁতে মুম্ছিৰ গাঁও পালেগৈ। তাতে সি তাইক দেখা পাই তাইকে বিয়া কৰাই থ'বলৈ ঠিক কৰিলে। সি গাঁৱৰ মাজভাগতে গছজোপা পেলাই থ'লে। গাঁৱৰ আটাইবোৰ ল'ৰা-ছোৱালী তাৰ ওপৰত উঠি খেমালি কৰিবলৈ লাগিল। ইমানবোৰ ল'ৰা-ছোৱালীৰ ভৰতো গছজোপাৰ ডাল এটা নেভাগিল। পিছে, যেতিয়া মুম্ছি গছজোপাত উঠিল, গছজোপা ভাগি দুডোখৰ হ'ল। আবো-টেনিৰ

বৰ খং উঠিল। সি মুমৃছিক ক'লে, 'তই মোৰ গছজোপা ভাঙিলি কিয়? তই মোত বিয়া সোমাব লাগিব। নহ'লে মই তোক মাৰি পেলাম।"

মুমৃছিয়ে ক'লে, 'বাৰু মই তোলৈকে যাম। কিন্তু তোৰ দেখোন একোৰে একোটো নাই। তই মোক খুৱাবি কিহেৰে? তই যা, মোৰ কাৰণে এটা ঘৰ কৰগৈ, আৰু পথাৰ এটুকুৰা উলিয়াগৈ। আমাৰ কুকুৰা আৰু গাহৰিৰ কাৰণেও দুটা গঁৰাল কৰিবি। যেতিয়া তোৰ এই সকলোবোৰ ঠিক-ঠাক হ'ব, মই গৈ তোত বিয়া সোমাম।"

আবো-টেনি নিজ ঘৰলৈ গ'ল। সি মুমৃছিৰ কথামতে থাকিবলৈ এটা ঘৰ আৰু খেতি কৰিবলৈ এডোখৰ পথাৰ উলিয়ালে। এইদৰে যেতিয়া সকলো ঠিক-ঠাক হ'ল, সি তেতিয়া তাৰ কইনাক মাতি আনিবলৈ গ'ল। মুমৃছিয়ে পিছে ক'লে, "মই তোত বিয়া সোমাম; কিন্তু এটা কথা আছে।—আমি দুয়োটা মুখা-মুখিকৈ জুহালৰ কাষত বহোঁ আহ, যদি জুইৰ ধোঁৱা তোৰ ফালে যায় তেতিয়া তোলৈ মই নেযাওঁ আৰু যদি মোৰ ফালে আহে, তেতিয়া হ'লে বিয়া সোমাম।" শেষত দুইটা জুহালৰ দুকাষে মুখা-মুখিকৈ বহিল। জুহালৰ ধোঁৱা ওলাই মুমৃছিৰ চকুত সোমালগৈ। তাই বিয়াত মত দিলে।

মুমৃছিৰ সকলো ধৰণৰ সঁচ-কঠীয়া আছিল—মেথোনৰ সঁচ, গৰুৰ সঁচ, ছাগলীৰ সঁচ- গাহৰিৰ সঁচ, কুকুৰৰ সঁচ, শালিধানৰ সঁচ, কণিধানৰ সঁচ। সিহঁত দুয়োটাই সেই আটাইসোপা বোজা বান্ধি আবো-টেনিয়ে সজা নতুন ঘৰলৈ গ'ল। ঘৰ পাই সিহঁতে গৰুৰ সঁচ থ'লে গোহালিত, গাহৰিৰ সঁচ থ'লে গাহৰি-গঁৰালত, কুকুৰাৰ সঁচ থ'লে কুকুৰাৰ গঁৰালত। অলপ দিনৰ ভিতৰতে সিহঁতৰ বহুতবোৰ গৰু-গাহৰি-কুকুৰা হ'ল। মুমৃছিয়ে হাবি ভাঙি উলিওৱা পথাৰত শালি আৰু কণি ধান সিঁচিলে। অলপ দিনৰ ভিতৰতে সিহঁতৰ খোৱা বস্তু উভৈনদীকৈ হ'ল। সিহঁতে সুখে-সন্তোষে থাকিবলৈ ধৰিলে।

সময়ৰ মূৰত মুম্ছিৰ এটা ল'ৰা হ'ল। পিছে ল'ৰা ওপজাৰ পিছত তাই শুকাই খীণাই নোহোৱা হ'ল। আবো-টেনিয়ে তাই ভাত এমুঠি খাওক বুলি মাছ মাৰি আনে, চিকাৰ কৰিবলৈ যায় আৰু ফান্দ পাতে। কিন্তু একোতেই তাইৰ খোৱাত ৰুচি নবহে। সি শেষত ক'লে, "তোকনো তেনেহলে কি লাগে ? তোক কি লাগে ক। পৃথিৱীত থকা যি বস্তু তোক লাগে, তাকে মই তোক আনি দিম।" মুম্ছিয়ে ক'লে, "মোক আন একো নেলাগে ; আইৰ ঘৰৰপৰা খাবলৈ কিবা এটা আনি দিলেই হ'ল। তই আইৰ ঘৰলৈ যা আৰু আই আৰু পিতাইক কগৈ, মই একোকে খাব নোৱাৰা হৈছো। সিহঁতে যি দিয়ে তাকে তই লৈ আহিবি।"

আবো-টেনি শহুৰেকৰ ঘৰলৈ গ'ল আৰু মুম্ছিয়ে কোৱা কথাটো ক'লেগৈ। মুম্ছিৰ মাক-বাপেকে এটা পাচি সাজি তাৰ ভিতৰত মনে মনে এটা ধুনীয়া ল'ৰা আৰু এখন দীঘল চোকা কটাৰী সুমুৱাই ঢাকনি দি ঢাকি দিলে। সিহঁতে আবো-টেনিক ক'লে, "এই পাচিটো লৈ যা আৰু তোৰ ঘৰৰ ওচৰৰ হাবিতে থগৈ। সেইদৰে থৈ মুম্ছিক খবৰ দিবি তাইৰ খোৱা বস্তু আনিছো বুলি। পিছে, তই আকৌ বাটত পাচিটোৰ ঢাকনি গুচাই নেচাবি।" আবো-টেনিৰ হতুৱাই শাহুৱেক-শহুৰেকে বাটত পাচিটো মেলি নেচাবলৈ শপত খুৱালে। সি পিঠিত পাচিটো তুলি লৈ ঘৰলৈ খোজ ল'লে।

বাটত যাওঁতে তাৰ ভাবি ভাবি আচৰিত লাগিল, পাচিটোৰ ভিতৰতনো কি আছে। পাচিটো গধুৰো লাগিছে, তাৰ ভিতৰত জীয়া কিবা এটা আছে যেনো লাগিছে। ইফালে সি পাচিটো বাটত মেলি নেচাওঁ বুলি শপত খায়ো আহিছে। মেলি চাবলৈও তাৰ মনটো উচ্‌পিচাই আছে। শেষত সি এঠাইত বহি পাচিটো মাটিত থৈ তাৰ ঢাকনিখন গুচালে। ধুনীয়া ল'ৰাটো আৰু চোকা কটাৰীখন ওলাই পৰিল। ল'ৰাটোৱে তাৰ ওপৰত দপ্‌দপাবলৈ ধৰিলে, "তই পাচিটো মেলি নেচাওঁ বুলি শপত খাই

আহি এতিয়া কিয় মেলি চাইছ? মই মুম্‌ছিক সকলো কথা কৈ দিম।"

আবো-টেনিয়ে লৰালৰিকৈ পাচিটোৰ ঢাকনিখন লগাই আকৌ নিজৰ বাটত খোজ ল'লে। সি ঘৰ পাই ওচৰৰ হাবিখনত পাচিটো থৈ ঘৈণীয়েকক খবৰ দিলে—তাইৰ মাকৰ ঘৰৰপৰা খোৱা বস্তু আহিছে আৰু হাবিডৰাতে আছে। তাই লৰালৰিকৈ উঠি হাবিলৈ গ'ল। সি পিছে পিছে হাতত সাৰে ভৰিত সাৰে খোজ ল'লে।

সি দেখিলে তাই পাচিটোৰ ঢাকনিখন গুচাই মৰম লগা ল'ৰাটো উলিয়ালে আৰু চোকা কটাৰীখনেৰে তাক কাটি লৈ কেঁচায় কেঁচায় তাৰ মঙহবোৰ খালে। ভোক গুচাই মঙহ খাই চিকণ হৈ তাই ঘূৰি আহি ঘৰ পাওঁতে ৰাতি বহুত হ'ল। আবো-টেনিয়ে তাইক একো নক'লে, কিন্তু মনতে ভাবিলে, 'এনে এজনী কেঁচাইখাঁতী মানুহ মই ৰাখোঁ কেনেকৈ? তাই আমাৰ ল'ৰা-ছোৱালী, নহ'লেবা মোকে খাব।'

মুম্‌ছিৰ এতিয়া গা একেবাৰেই ভাল; তাই নোদোকাজনী হৈ পৰিছে। কিন্তু আবো-টেনিৰ মনত ইমান ভয় সোমাল যে সি ভালকৈ খাবলৈ ব'বলৈ এৰিলে।

অৱশেষত এদিন সি ঘৈণীয়েকক মুখা-মুখিকৈয়ে ক'লে, "মোক কেঁচাইখাঁতী ঘৈণী নেলাগে।" মুম্‌ছিয়ে বৰ লাজ পালে আৰু কোলাত কেঁচুৱাটো লৈ মাক-বাপেকৰ ঘৰলৈ বাট ল'লে।

ইয়াৰ পিছতে আবো-টেনিয়ে বিয়া কৰিলে ছিগো-চুমাক। এই তিৰোতাজনীৰ আকৌ পিয়াহ এটাহে আছিল। কাল-ক্ৰমত তাইৰ এটা ল'ৰা হ'ল। কিন্তু সি মাকৰ গাখীৰ নাখায়, ওৰেও ৰাতি চেৰেউ-ফেৰেউকৈ কান্দি থাকে। আবো-টেনিয়ে এদিনা তাক সুধিলে, "তই মাৰৰ গাখীৰ নেখাৱ কিয়? তই খাবি কি?" কেঁচুৱাটোৱে ক'লে, "চেনি নামৰ এজোপা গছ আছে, মোক তাৰ ওচৰলৈ লৈ বল; মই তাৰ ৰসহে খাম।" আবো-টেনিয়ে তাক গছজোপাৰ ওচৰলৈ

লৈ গ'লত সি ক'লে, "পাঁচ দিনৰ পিছত তই মোক ইয়ালৈ বিচাৰি আহিবি।" পাঁচ দিনৰ পিছত সেইমতে আহি আবো-টেনিয়ে দেখিলে, ল'ৰাটো লোদোৰ-পোদোৰ হৈ উঠিলে। সি আকৌ ক'লে, "এইবাৰ তই বাৰদিন পিছত আহিবি।" বাৰদিনৰ পিছত যেতিয়া আবো-টেনি আহি চায়, ল'ৰাটো ভাত নাই, সি ডাঙৰ হৈ পৰ্ব্বতৰ এটা গুহাত অকলশৰে থাকিবলৈ লৈছে।

এই ল'ৰাটোৱেই ডাঙৰ হৈ হ'লগৈ পৃথিৱীৰ প্ৰথম দা-কটাৰী, যাঠি আৰু কাঁচী-কলহ আদি কৰা নিমুৰ।

---

# কা লিকাই জলপ্ৰপাত

কা লিকাই নামৰ জলপ্ৰপাতটো গোটেই খাচিয়া পাহাৰৰ ভিতৰতে এটাইতকৈ ধুনীয়া জলপ্ৰপাত। ৰংজিৰ্টে গাঁৱৰ ওচৰৰ কোনোবা এখন নদী নংৰিয়াৎ গাঁৱৰ কাষেদি বৈ আহি হৈ বৰ ওখৰপৰা পৰিছে। এই জলপ্ৰপাতটোৰ নাম ক লিকাই কেনেকৈ হ'ল, সেই বিষয়ে খাচিসকলৰ এটা কৰুণ কাহিনী আছে।

পুৰণি কালত ৰংজিৰ্টে গাঁৱত এজনী বৰ দুখীয়া তিৰোতা আছিল। তাইৰ নাম আছিল কা লিকাই। গিৰিয়েকৰে সৈতে তাই টুক্-টুক্ টাক্-টাক্কৈ সংসাৰখন চলাইছিল। কিছুদিনৰ মূৰত কেঁচুৱা এটিও আহি তাইৰ কোলা শুৱনী কৰিলেহি। কিন্তু কেঁচুৱাটি হোৱাৰ কেইদিনমানৰ পিছতে তাইৰ গিৰিয়েক ঢুকাল। তাইৰ দুখ কুলাই পাচিয়ে নধৰা হ'ল। ছোৱালীকণ এতিয়া কেনেকৈ ডাঙৰ কৰিব সেয়ে তাইৰ চিন্তা হ'ল।

কিন্তু দিনবোৰ গৈ থাকিল। তাইৰ ছোৱালীকণো এতিয়া লাহে লাহে গৈ এখোজ দুখোজ কাঢ়িব পৰা হ'ল। ঠুমুক ঠানাক মাতেৰে থৰ নোহাৱা খোজেৰে তাই এতিয়া আন লৰা ছোৱালীৰ লগত লৰি-ধাপৰি, ধেমালি-ধুমুলা কৰি ফুৰিব পৰা হ'ল দেখি, তাইৰ মনত আনন্দ নধৰা হ'ল।

ইয়াৰ পিছতে তাইৰ জীৱনৰ গতি সলনি হ'ল। আন এটা মানুহ তাই চপাই ল'লে। কিন্তু ভালক বুলি তাই ললে হয়, পিছে সেয়ে তাইৰ কালহে হলগৈ। মানুহটোৱে তাইৰ ছোৱালীজনী দেখিব নোৱাৰা হ'ল। তাৰ খং, সেই ছোৱালীপাতৰ কাৰণেইহে মানুহজনীয়ে ভালকৈ তাৰ আলপৈচান ধৰিব নোৱাৰে।

এদিন তাই অলপ দূৰলৈ খৰি লুৰিবলৈ যাওঁতে ইপিনে মানুহ-টোৱে ছোৱালীজনী কাটি টুকুৰা-টুকুৰ কৰি পেলালে। তাৰ পিছত সেই মঙহৰ টুকুৰাৰে আঞ্জা ৰান্ধি ঘৈণীয়েকৰ খোৱাবস্তুৰ লগত থৈ দিলে, যাতে তাই আহি খাই পেলায়। তাকে কৰি সি কেঁচুৱাটোৰ মূৰটো আৰু হাডবোৰ বহুত দূৰত দলিয়াই পেলাই দিলেগৈ। কিন্তু আঙুলিকিটা পেলাবলৈ সি পাহৰি গ'ল। তামোল-পানৰ খঁৰা এটাতে আঙুলিকেইটা সি থৈ দিছিল।

মাকে ঘৰলৈ উভতি আহিয়েই ছোৱালীজনী নেদেখি গিৰিয়েকক সুধিলে, "তাইনো কলৈ গৈ'ছে? তাইক দেখোন দেখা নাই?" গিৰিয়েকে ভেকাহি মাৰি ক'লে, "জানো আছে হ'বলা ক'ৰবাত, নে ক'ৰবালৈ গৈছেইনে কি জানো?" তাই অলপ পৰ মনে মনে থাকিল। তাৰ পিছত সুধিলে, "ভাত পানী আছেনে?" মানুহটোৱে ক'লে, "ভাত আঞ্জা ৰান্ধি থৈছো, খাগৈ।" এই বুলি কৈয়েই সি ক'ৰবালৈ ওলাই গ'ল।

তাই খাবলৈ বহিল। জুতিয়ে-বুধিয়ে আঞ্জাখন বৰ সোৱাদ হোৱা দেখি তাই ভাবিলে গিৰিয়েকে চাগৈ পূজাত দিয়া পঠা গাহৰি এটা আনি ৰান্ধিছে। খাই বৈ উঠিল। তাৰ পিছত তাই মুহুদি

কৰিবলৈ তামোল-পানৰ খঁৰাটো হাতত ললে। কিন্তু খঁৰাটোত যি দেখিলে, তাত তাইৰ বুকুখন খুন্দা মাৰি ধৰিলে—তাইৰ কেঁচুৱা ছোৱালীজনীৰ অকণি অকণি আঙুলিকিটা। হিয়া ধাকুৰিয়াই তাই কান্দিবলৈ ধৰিলে। ধঁাচ ধঁাচ কৈ মাটিত পৰি গ'ল। তাৰপৰা তাই এবাৰ উঠি, লৰি লৰি গৈ পৰ্ব্বতৰ টিং পালেগৈ। তাই সেইফালে বলিয়াৰ দৰে লৰি যোৱা গাঁৱৰ মানুহে দেখিছিল। কিন্তু তাইৰ হাতত এখন দা থকা দেখি তাইক আগ ভেটি ধৰিবলৈ কাৰো সাহ নহল। অসহনীয় দুখৰ বোজা ব'ব নোৱাৰি তাই পৰ্ব্বতৰ টিঙৰপৰা জাপ মাৰি দিলে।

তেতিয়াৰপৰা জলপ্ৰপাতটোৰ নাম কা লিকাই জলপ্ৰপাত হ'ল।

---

# কা পা ছিনটিউ

খাচিয়া ৰজা ছীয়েমসকলৰ উৎপত্তিৰ বিষয়ে বহুত ধৰণৰ কিম্বদন্তি খাচিয়া লোকসকলৰ মাজত প্ৰচলিত আছে। ছীয়েমসকলৰ ভিতৰত ছিলঙৰ ছীয়েমজনেই এটাইতকৈ প্ৰতাপী বুলি আজিও তেওঁলোকৰ বহুতৰে বিশ্বাস। তেওঁলোকৰ মানত ছিলঙৰ ছীয়েমজন 'ছীয়েম-ব্লেই' বা 'দিল্লীশ্বৰো বা জগদীশ্বৰো বা'ৰ দৰে ঈশ্বৰৰ সমকক্ষ ৰজা স্বৰ্গদেউ, কাৰণ ঈশ্বৰে তেওঁক খাচিয়া ৰাজ্যৰ সৰহ খিনি অৰ্থাৎ ছিলং দেশখন শাসন কৰিবলৈ দিছে।

সি যিকি নহওক, এই কিম্বদন্তিবোৰৰ ভিতৰৰ এটা এনে ধৰণৰ,—আগৰ দিনত মবৈ নামৰ এটা পৰ্ব্বতৰ গুহাত এজনী দিপ্, লিপ্,

ছোৱালী আছে বুলি কেউফালে এটা গুজৱ এসময়ত প্ৰচাৰ হৈ গৈছিল। প্ৰথমে গুজৱ হিচাপে ওলাইছিল যদিও, সোনকালেই কথাটো সঁচা বুলিয়েই প্ৰমাণ হ'ল, কাৰণ বহুতে তাইক দেখি ধৰিবলৈকে গৈছিল, কিন্তু গুহাটো বৰ ঠেক কাৰণেহে ধৰিবপৰা নাছিল।

এইবাৰ সেই ধুনীয়া গাভৰুজনী এটা বুধিয়ক মানুহৰ চকুত পৰিল। মানুহটোৱে 'উ টিউ জালিং ঠেং' নামৰ এপাহ ধুনীয়া ফুল দেখুৱাই গাভৰুক নিবলৈ মাতিলে। গাভৰুৱে ফুলপাহ দেখি লোভ সামৰিব নোৱাৰি আগবাঢি আহিল। মানুহটোৱেও ক্ৰমে পাছ হুঁহুকি আহি থাকিল। তেনেকৈ আহি আহি গাভৰুগৰাকী যেতিয়া মুকলি ঠাই এডোখৰ পালেহি, তেতিয়া মানুহটোৱে তাইক ধৰি পেলালে। সি তাইক ঘৰলৈ লৈ আহিল আৰু আলফুলকৈ সজাই-পৰাই খুৱাই-বুৱাই কিছুদিন ৰখাৰ পিছত বিয়া কৰালে। সেই গাভৰুৰ নাম আছিল কা পা-ছিনটিউ তাৰ মানে ফুলেৰে ভুলোৱা সুন্দৰী। মানুহটোৰ নাম আছিল নংজ্ৰি কংগৰ আৰু তাৰ ঘৰ আছিল ভই দেশৰ নংজ্ৰি গাঁৱত।

অপাৰ হাঁহি-আনন্দ, সুখ-সন্তোষৰ মাজেদি সিহঁতৰ দিনবোৰ পাৰ হৈ যাবলৈ ধৰিলে। এটি এটিকৈ কেইবাটিও লৰা ছোৱালীও হ'ল। কিন্তু এই সুখ-সন্তোষ বেছি দিন স্থায়ী নহল। কিছু দিনৰ পিছত এদিন গিৰিয়েক নথকা সময়ত কা পা-ছিনটিউ ঘৰ-সংসাৰ এৰি গৈ আগেয়ে য'ৰপৰা আহিছিল, সেই গুহাৰ ভিতৰতে সোমাই থাকিল গৈ।

নংজ্ৰি ঘৰলৈ উভতি আহি ঘৈণীয়েকক ঘৰত নেদেখি কেউফালে বিচাৰিবলৈ ধৰিলে। বহুত সময়ৰ পিছত খবৰ পালে যে তাই আকৌ আগৰ গুহালৈ গুচি গৈছে গৈ। এই খবৰ শুনি নংজ্ৰিয়ে গুহাটোৰ সমুখলৈ গৈ তাইক ওলাই আহিবলৈ বহুতো কাকুতি-মিনতি কৰিলে, লৰা-ছোৱালী কেইটায়ো গৈ গুহাৰ আগত বহি

হিয়ালি-জিয়ালিকৈ কান্দি-কাটি মাকক মাতিলে। কিন্তু মাক আৰু ওলাই নাহিল।

লাহে লাহে লৰা-ছোৱালী কেইটা ডাঙৰ হ'ল। সিহঁতৰ জ্ঞান-বুদ্ধিও বাঢ়িল। গোটেই দেশত সিহঁতৰ কথা ৰাষ্ট্ৰ হৈ পৰিল। সিহঁতৰ মাকৰ বিষয়ে অলৌকিক ধৰণৰ কথা-বতৰাবোৰ শুনি সকলোফালৰপৰা সিহঁতক চাবলৈ মানুহ ওৱা-হোৱা হ'ল। লৰা-ছোৱালীহঁতেও নম্ৰ আৰু অমায়িক ব্যৱহাৰেৰে বয়সীয়া লোক-সকলৰ মৰম-চেনেহ লাভ কৰিলে। সিহঁতৰ মৰমলগা মাত-কথা, নম্ৰ আচাৰ-ব্যৱহাৰ দেখি সকলো মানুহ মুগ্ধ হ'ল।

শেহত গৈ সিহঁত সাধাৰণ মানুহৰ লৰা-ছোৱালী নহয়, ঈশ্বৰৰ সন্তান বুলি ভাবি সিহঁতক মানুহে মান-সম্মান কৰিবলৈ ল'লে। ছিলং ৰজাৰ ডা-ডাঙৰীয়া সকলেও সিবিলাকক ছীয়েম নিযুক্ত কৰাৰ কথা ভাবিলে; কাৰণ তেওঁলোকে ভাবিলে যে, সিবিলাক 'ব্লেই ছিলং' বা 'ছিলঙৰ ঈশ্বৰ'ৰ ছোৱালীৰ সন্তান আৰু সঁচাসঁচিকৈয়ে বৰ আনন্দ উছৱেৰে সিবিলাকক ছিলং ৰাজ্যৰ ছীয়েম পাতিলে। সিহঁতক বোলা হ'ল ছিলঙৰ 'কি ছীয়েম ব্লেই' অৰ্থাৎ ছিলঙৰ স্বৰ্গদেউ।

---

# টুইচোং নদীৰ জন্মকথা

লুচাই পাহাৰত টুইচোঙ্গী আৰু সুয়েঙ্গী নামে দুজনী বায়েক-ভনীয়েকে বাস কৰিছিল। টুইচোঙ্গী ডাঙৰ, সুয়েঙ্গী সৰু। দুয়োৰে মাজত আছিল বৰ মিল। এজনীয়ে আন জনীক এৰি খোৱা-লোৱা, ফুৰা-চকা একো নকৰিছিল।

এদিনাখন দুয়ো পৰ্ব্বতৰ মাজে মাজে ফুৰি আছে। চ'ত বহাগ মাহ। বৰ খৰ। আকাশত যেন জুইহে লাগিছে। ৰ'দৰ তাপত পাহাৰৰ নিজৰাবোৰ শুকাই গৈছে, গছ-গছনিবোৰো যেন শুকাই ছাই হৈ যাব। ফুৰি থাকোঁতে থাকোঁতে ন্যুয়েঙ্গীৰ বৰ পিয়াহ লাগিল। তাই পানী পানী কৈ চিঞৰিবলৈ ধৰিলে।

এতিয়া টুইচোঙ্গীয়ে বুজনিৰ সুৰত কলে—"ভনীটী, পানীৰ কাৰণে কান্দিলেও পাহাৰৰ এই টিলাত বাৰু তোৰ কাৰণে পানী পাওঁ ক'ত? চাচোন, ৰ'দৰ তাপত নিজৰাবোৰো একেবাৰে শুকাই গৈছে।"

কিন্তু ন্যুয়েঙ্গীয়ে বায়েকৰ কথা নুশুনি কৈ উঠিল,—"মই সেই-বোৰ একা নেজানো। মোক পানী দে, নহলে মৰিলোঁ।"

তেতিয়া টুইচোঙ্গীয়ে বিৰক্তিৰে সুধিলে—"তেনেহলে তোক কেবল পানীহে লাগে, আন একো নালাগে? আনকি—"

ন্যুয়েঙ্গীয়ে খণ্ডত উত্তৰ দিলে, "পানী নাপাই মই মৰিম। তেনে-স্থলত তোক পায়ে বা লাভ কি?"

চেনেহী বায়েক টুইচোঙ্গী তেতিয়া ভনীয়েকৰ পিয়াহ পলুৱাবৰ কাৰণে এখন নৈত পৰিণত হ'ল। ন্যুয়েঙ্গীয়ে ৰংমনেৰে সেই নৈৰ পানী খাই পিয়াহ পলুৱালে।

ইপিনে নৈৰ পানী পৰ্ব্বতৰ ওপৰেদি হো-হোকৈ বৈ বৈ বঙ্গ-দেশ পালেগৈ। নৈখন বঙ্গদেশৰ ৰজাৰ কাৰেঙৰ কাষেদি বৈ গৈছিল। তাকে দেখি ৰজা বৰ আচৰিত হ'ল। তেওঁ বিষয়া-সকলক মাতি আনি কলে—"বিষয়াসকল, নৈখন ক'ৰপৰা ওলাইছে তোমালোকে মোক চাই আহি কব লাগে।"

ৰজাৰ কথামতে বিষয়াসকলে নৈৰ পাৰে পাৰে কেবাদিনো ঘূৰি অৱশেষত নৈ খনৰ উৎপত্তি স্থান পালে গৈ। তেতিয়াও নৈখনৰ পাৰত ন্যুয়েঙ্গী বহি আছিল। তাই ভাবিছিল, বায়েকে আকৌ আগৰ ৰূপ লৈ তাইক লৈ যাব। এতিয়া ৰজাৰ বিষয়াসকলে

নৈৰ পাৰত এনে এজনী ৰূপহী ছোৱালী বহি থকা দেখি বৰ আচৰিত হ'ল। তেওঁলোকে ঠিক কৰিলে, সেই ছোৱালীজনী ৰজাৰে উপযুক্ত ৰাণী হ'ব।

ভবামতেই কাম হ'ল। তেওঁলোকে ছোৱালীজনীক নি ৰজাক গটালে। ৰজায়ো আনবোৰ ৰাণীৰ লগতে তাইকো অন্তঃপুৰত ৰাখিলে। কিছুদিনৰ পিছত মুয়েঙ্গীৰ এটি ধুনীয়া লৰা উপজিল। তেতিয়া ৰজাৰ বৰজনা মাদৈয়ে ভাবিলে—'যদি মহাৰাজে এই কেঁচুৱাটো দেখে তেনেহলে তেওঁ মোতকৈ এই কেচুৱাটোৰ মাকক বেচি মৰম কৰিব। কিয়নো মোৰ সতি-সন্তান নাই।' ডাঙৰ মাদৈৰ মুয়েঙ্গীৰ প্ৰতি বৰ ঈৰ্ষা হল। তাই কেঁচুৱাটো কাৰেঙৰ কাষেদি বৈ যোৱা নৈ খনত পেলাই দিলে। লগতে তাই মুয়েঙ্গীক সাৱধান কৰিও দিলে যাতে এই কথা ৰজাই জানিব নোৱাৰে। জানিলেই মুয়েঙ্গীৰ সৰ্ব্বনাশ হ'ব। বেচেৰী মুয়েঙ্গী ভয়ত মনে মনে থাকিল।

ইপিনে টুইচোঙ্গী যদিও নৈত পৰিণত হৈছিল, তথাপি তাইৰ ভনীয়েকলৈ মৰম কমা নাছিল। তাই মৰমতে কেঁচুৱাটোক বুকুত লৈ ডাঙৰ-দীঘল কৰিবলৈ ধৰিলে। এইদৰে মুয়েঙ্গীৰ ছটা সন্তান ডাঙৰ মাদৈয়ে নৈত পেলাই দিলে আৰু টুইচোঙ্গীয়ে আটাই-কেইটাৰে যত্ন লবলৈ ধৰিলে।

টুইচোঙ্গীৰ মাতৃ-সুলভ মৰম-চেনেহৰ মাজতেই ল'ৰা কেইটি ডাঙৰ দীঘল হ'ল। সিহঁতে নাচ-গানো শিকিলে। এদিন টুই-চোঙ্গীয়ে ল'ৰা কেইটাক মাতি আনি সিহঁতৰ জন্ম-বৃত্তান্ত কলে আৰু সিহঁতক ৰজাৰ ৰাজ-কাৰেঙৰ ওপৰত নাচিবলৈ পঠালে।

টুইচোঙ্গীৰ কথা মতেই কাম হ'ল। সিহঁতৰ নাচোনৰ শব্দ শুনি ৰজা কাৰেঙৰ বাহিৰলৈ ওলাই আহিল। দেখিলে সাতোটি ধুনীয়া ল'ৰাই নাচিবলৈ ধৰিছে। ৰজাই আচৰিত হৈ সুধিলে,—"তোমালোক কোন?"

"আমি আপোনাৰ লৰা।" লৰাকেইটায়ো একেমুখে উত্তৰ দিলে।

ৰজাই কলে,—"তোমালোকে কেলেই মিছা মাতিছা? জানিবা মোৰ ৰাজ্যত মিছলীয়াক প্ৰাণদণ্ড দিয়া হয়।"

ল'ৰাকেইটাই আকৌ কলে,—"নহয় মহাৰাজ, আমি মিছা কোৱা নাই। আমি সুয়েঙ্গীৰ সন্তান।" ইয়াৰ পিছতে ল'ৰাকেই-টাই সিহঁতৰ জন্ম-কাহিনী বিৱৰি কলে। ৰজাই তেতিয়া সকলো কথা বুজি লৈ হিংসাকুৰীয়া বৰ মাদৈক কাটি পেলালে।

তাৰ পিছত সুয়েঙ্গীয়ে বৰ মাদৈৰ আসনত বহি ৰজা আৰু লৰাকেইটিৰে সৈতে সুখ সন্তোষেৰে দিন নিয়াবলৈ ধৰিলে।*

---

# জম্বাৰ সাধু

এটা মানুহৰ দুজনী ঘৈণীয়েক আছিল। ডাঙৰজনী ঘৈণীয়েক ছোৱালী এজনী ওপজাৰ পিছতে ঢুকাল। ছোৱালীজনীৰ নাম জম্বা। সৰুজনী ঘৈণীয়েকৰ এটা ল'ৰা উপজিল। ল'ৰাটোৰ নাম উইলি।

মাহীমাকেই জম্বাক তুলি-তালি ডাঙৰ-দীঘল কৰিব লগা হ'ল।

জম্বাৰ মাহীমাকজনী বৰ কাঠচিতীয়া। তাই উইলিক ভালকৈ খাবলৈ বৰলৈ দিয়ে, কিন্তু জম্বাক লোকৰ এৰেহা-বোটলাহে খাবলৈ দিয়ে। উঠোঁতে বহোঁতে সদায় জম্বাক ঠেকেচ্-নেকেচ্ কৰে। কথাই কথাই চৰ-ভুকু আছেই। এইদৰে মাহীমাকৰ কেটেৰা-জেঙেৰা খাই

* এই সাধুটোত গঙ্গা-শান্তনু আখ্যানৰ আংশিক সামঞ্জস্য দেখা যায়।

জম্বা লাহে লাহে ডাঙৰ হ'ল। ইখন-সিখন লাচনি-পাচনি কৰিব পৰা হ'লহি। কাম-বন কৰিবপৰা হ'লতে মাহীমাকে জম্বাক নৈৰ-পৰা পানী কঢ়িয়াবলৈ লগালে। দিনৰ দিনটো তাই ঘৰখনৰ লেদেনা উকটি মৰে, তথাপি মাহীমাকৰ মুখৰ ভাল মাত এষাৰ শুনিবলৈ নেপায়। দুখ-কষ্টৰ মাজেদিয়েই তাই গাভৰু হ'ল।

জম্বাৰ ঘৰৰ ওচৰতে এটা ডেকা:ল'ৰা আছিল। সি পৰ্ব্বতে-পাহাৰে, হাবিয়ে-বননিয়ে চিকাৰ কৰি বৰ ভাল পাইছিল। চিকাৰলৈ যাওঁতে মাজে-সময়ে সি জম্বাক লগ পাইছিল। এইদৰেই সিহঁতৰ ভিতৰত পিৰীতি হ'লগৈ। এটাই ইটোক নেদেখিলে থাকিব নোৱাৰা হ'ল।

যেতিয়াই গাঁৱত দেওপূজা বা আন কিবা উৎসৱ :হয়, সিহঁত দুয়োটাই একেলগে নাচে। নাচোঁতে নাচোঁতেই ৰাতি পুৱাই যায়। ৰাতিপুৱাহে দুয়ো ঘৰাঘৰি যায়। জম্বাৰ খিয়লীয়া মাহীমাকে সিহঁতৰ অলেখ-লেখ চাই আছিল। জম্বাই এনেকৈ মুকলি-মুৰীয়া হৈ হাঁহি-খিকিন্দালি কৰা মাহীমাকে সহিব নোৱাৰিলে। কেতিয়া ছলে-চেলুৱে পায়, তালৈকে তাই বাট চাই থাকিল।

এদিন কিবা এটা জৰুৰী কামত জম্বাৰ বাপেক এখন দূৰণি-বটীয়া গাঁৱলৈ গ'ল। জম্বাও গধূলি ওচৰৰ এঘৰলৈ কিবা এটা সকামত গ'ল। তাতে তাই তাইৰ দেহলাও সেই ডেকাটোক লগ পালে। সেইদিনা আছিল ফৰিংফুটা জোনাক ৰাতি। জম্বাই ডেকাৰ সৈতে মনৰ আনন্দত নাচিবলৈ ধৰিলে। আকাশত তৰাৰ জিলি-মিলি, গছৰ আগত বতাহৰ সোঁ-সোঁৱনি আৰু দূৰৈত পৰ্ব্বতীয়া জুৰিৰ কুলু কুলু শব্দৰ মাজত সিহঁত-হালে আপোনা-পাহৰা হৈ নাচি থাকোঁতে কেতিয়ানো ৰাতিটো পাৰ হৈ গ'ল কবই নোৱাৰিলে। কুকুৰাৰ ডাকতহে সিহঁতৰ হুচ্ আহিল। জম্বা লৰালৰিকৈ ঘৰলৈ উভতিল আৰু ঢেৰাই-মেৰাই শেতেলীত পৰিলগৈ।

ইকালে জম্বাৰ মাহীমাকে বেলি দুপৰলৈকে জম্বা শুঠা দেখি

খণ্ডত জ্বলি উঠিল। "ৰ' আজি তোক ভালকৈ শুৱাম" এই বুলি নিজে নিজে কৈ মাহীমাকে লৰি গৈ কেইডালমান অঙ্গৰা আনি জম্বাৰ গাত ঢালি দিলে। অঙঠাই জম্বাৰ মুখখন পুৰি বখলা বখল কৰিলে। বেচেৰীয়ে চিঞৰি বাখৰি শোৱাপাটীৰপৰা উঠি লৰ মাৰিলে। পোৰণিত তাই ধৰ-ফৰাই ফুৰিবলৈ ধৰিলে।

অঙঠাই পুৰি জম্বাৰ মুখখন তেনেই কুৰূপ কৰি পেলালে। তাইৰ উঠন বয়সৰ সৌন্দৰ্য্য আৰু মনৰ আনন্দ নিমিষতে লোপ পালে। খবৰ পাই জম্বাৰ লগৰী সেই ডেকাটো লৰি আহিল। জম্বাৰ অৱস্থা দেখি তাক শোকে খুন্দা মাৰি ধৰিলে, বেজাৰত তাৰ কলিজা ফাটি গ'ল। কিন্তু সি নিৰুপায়। সি ইনাই বিনাই কান্দিবলৈ ধৰিলে,

—জম্বা, তোমাৰ গা জুয়ে পুৰিলে, তুমি এতিয়া মোৰ লগত কেনেকৈ যাবা ?

জম্বা, মাহীমাৰাই তোমাক পুৰিলে, তুমি এতিয়া কেনেকৈ মোৰ লগ লবা ?

শোকে-বেজাৰে জম্বাই উত্তৰ দিলে,

—মই জল-কুঁৱৰী মানুৰ তালৈ যাম। জলকুঁৱৰীয়েই মোৰ আই-বোপাই। মই লগত আঁঠোটা গাহৰি লৈ যাম।

জম্বাৰ মাকে যৌতুকত অনা কেইপদমান বস্তু আৰু আঁঠোটা গাহৰি আছিল। জম্বাই আঁঠ জপা কাপোৰ বৈ খুন্দ খুৱাই থৈছিল। জম্বাই কান্দি কান্দি ক'বলৈ ধৰিলে,

—উইলি! তই মোৰ ভাই। তোক মই আঁঠোটা গাহৰি দিলো। জপা আঁঠোটা হ'লে নিদিওঁ। জপা আঁঠোটা আৰু এই গাহৰি আঁঠোটা মই লগত লৈ যাম।

জম্বাৰ জীৱনলৈ মায়া-মমতা নোহোৱা হ'ল। তাই তেল-টেঙা ঘঁহি মূৰ মেলালে আৰু মাকে দি যোৱা চেলেংখন গাত মেৰিয়াই ললে। তাৰ পিছত বস্তুখিনি লৈ তাই পৰ্ব্বতৰ টিঙত উঠিলগৈ।

গছৰ ডালত পৰি থকা কুকুৰা চৰাই এটাই তাইক আৰু আগ বাঢ়ি যাবলৈ মানা কৰিলে ; কিন্তু তাই নুশুনিলে। জম্বাই পৰ্ব্বতৰ টিঙৰ ওপৰত উঠি এবাৰ তাইৰ দেহলাও ডেকাটোলৈ ঘূৰি চালে আৰু তলৰ নৈ খনলৈ জাঁপ মাৰি দিলে। নিমিষতে জম্বা নৈৰ পানীৰ মাজত লুকাই পৰিল।

নীল আকাশৰ তৰা জম্বাৰ এই কৰুণ মৃত্যুৰ সাক্ষী হৈ ৰ'ল। গছে পাত সৰাই, ফুলে পাহি সৰাই চকুলো টুকিলে।

---

# পানীৰ তলত গাঁও

বহুত দিনৰ আগৰ কথা। পালা নামৰ হ্ৰদটোৰ পাৰত এখন গাঁও আছিল। গাঁওখনত তিনিশ ঘৰ মানুহ আছিল। গাঁওখনৰ সোঁ মাজতে এটা প্ৰকাণ্ড শিল আছিল আৰু তাৰ তলত থকা গুহা এটাত এটা বিয়াগোম সাপে বাস কৰিছিল। দিনত হলে সি গাঁতটোত সোমাই থাকে, গাঁৱৰপৰা এটা লৰা ধৰি আনে। এইদৰে নিতৌ একোটাকৈ গাঁৱৰ লৰা খোৱাত মানুহবোৰৰ তিতা কেহা লাগিছিল।

সাপটো মাৰিবলৈ আটায়ে মন কৰিলে। এদিন এডাল হাতীৰ ফই যেন শকত জৰীত এটা ডাঙৰ বৰশী লগাই পাতি থলে। তাতে এটা জীয়া কুকুৰ টোপ কৰি বান্ধি দি সাপটোৰ আগত পেলাই দিলে। সাপটোৱে তৎক্ষণাত কুকুৰটো গিলি পেলালে আৰু সিও বৰশীত লাগিল। সাপটোক তেতিয়া ৰাইজে বান্ধিবলৈ চেষ্টা কৰিলে কিন্তু বান্ধিব নোৱাৰিলে। টানি বাহিৰলৈ উলিয়াব খুজিলে হয়, বাহিৰলৈকে উলিয়াব নোৱাৰিলে। পাঁচবাৰ চেষ্টা কৰিও সাপটো বাহিৰলৈ উলিয়াব নোৱাৰি সাপটোৰ মূৰটো কাটি পেলালে। লগে লগে গাৰি ছোৱা এটা ডাঙৰ শব্দ কৰি গুহাটোত পৰিল। সেইদিনা ৰাতিৰপৰাই গুহাটোৰপৰা পানী ওলাবলৈ ধৰিলে। লগে লগে গোটেই গাঁওখন পানীত বুৰ গ'ল। তাতেই পালা হ্ৰদটো সৃষ্টি হল।

বহুত দিনৰ পিছত এজন বিদেশী ৰজা বহুত সৈন্য-সামন্ত লৈ তালৈ আহিছিল। ৰজাৰ তৰোৱাল এখন কেনেবাকৈ হাতৰপৰা হ্ৰদৰ পানীত পৰিল। তেতিয়া ৰজাই এজন সৈন্যক বুৰ মাৰি পানীৰপৰা তৰোৱালখন তুলি আনিবলৈ আদেশ দিলে। সৈন্যজনে পানীত বুৰ মাৰিলে, কিন্তু ঘূৰি নোলাল। এদিন, দুদিন, তিনিদিন পাৰ হল—

সৈন্য নাই। আটায়ে তেওঁ মৰিল বুলি থিৰাং কৰিলে। চতুর্থ দিনা কিন্তু সৈন্যজন পানীৰপৰা ওলাই আহিল। এই তিনিদিন সি ক'ত আছিল, ৰজাই তাক সুধিলে। সি কলে—"পানীৰ তলত এখন গাঁও আছে। গাঁৱৰ মানুহে তাক ভোজ খুৱালে। ভোজত দিয়া মদ খাই পৰি থাকোঁতেহে তিনিদিন পলম হল।" ৰজা আৰু বাকী সৈন্যবোৰে তাৰ কথা বিশ্বাস কৰি হ্রদটোলৈ বন্দুক মাৰিবলৈ ধৰিলে। লগে লগে ভীষণ ধুমুহা বতাহ ববলৈ ধৰিল আৰু শিল বৰষুণ হ'ল। তাৰ ফলত ৰজাৰ বহুত সৈন্য-সামন্তৰ মৃত্যু হল।

---

## কপৌ আৰু বাটৈটোকাৰ দন্দ্

বহুত দিনৰ আগৰ কথা।. বাটৈটোকা আৰু কপৌ চৰায়ে ইটোৱে সিটোৰ ঠোট সাজি দিবলৈ গাত লৈছিল। কপৌটোৱে আগতে বাটৈটোকাৰ ঠোটটো অয়-অলঙ্কাৰ লগাই তামেৰে বন্ধাই দিলে। তাৰ পিচত সি কলে—"তুমি এতিয়া মোৰ ঠোঁটটো সাজি দিয়া।" বাটৈটোকাই কপৌৰ ঠোঁটটো সাজিবলৈ বহিল। বহুত সময় ফাং-ফুং কৰি থাকি শেষত মৌ-সিটা এসোপা লগাই দি কপৌৰ ঠোঁটটো সাজিলে বুলি পাল মাৰিলে। ঠোঁটটো পৰীক্ষা কৰি চাই কপৌটোৱে কলে—"এইটো ঠোঁট একেবাৰে বেয়া। তেনেই কোমল। তোমাৰটো মই ইমান ধুনীয়াকৈ সাজি দিছোঁ।" তাকে শুনি বাটৈটোকাই ওফাইদাং মাৰি কলে—"তুমি যদি ঠোঁটটো বেয়া পাইছা, তেনেহলে নেলাগেই লব। তোমাৰ দৰকাৰ নাই।"

বাটৈটোকাৰ ডাংকোপ মৰা কথা শুনি কপৌৰ খং উঠি গল আৰু

কলে—"মই তোমাক ইমান ধুনীয়াকৈ ঠোঁট এটা সাজি দিছোঁ, তেও তুমি মোক সাধাৰণ ঠোঁট এটাও সাজি নিদিয়া। ইমান অশলাগী!" এই বুলি দুয়োটা চৰায়ে গছৰ আগত যুঁজ কৰিবলৈ ধৰিলে। যুঁজ লাগি থাকোঁতে পাখিৰ কোবত এবাৰ গছৰ ঠানি এটা ভাগি পৰিল আৰু ঠানিটো আহি এটা বনকুকুৰাৰ গাত পৰিলহি। বনকুকুৰাটো ভয়তে দৌৰিবলৈ ধৰিলে। দৌৰি যাওঁতে বাটতে এটা ডাঙৰ পৰুৱা পাই তাক খোঁট মাৰি দিলে। পৰুৱাটোৱে উচাপ খাই ওচৰতে থকা বৰা গাহৰি এটাৰ গাত কামোৰ মাৰি দিলে। বৰা গাহৰিটোৱে কামোৰ খাই দৌৰ দিলে আৰু বন কল এজোপাত খুন্দা মাৰি দিলে। বন কলজোপা উঘলি পৰিল। তাত থকা বাদুলি এজনী উৰি গৈ হাতী এটাৰ কাণত সোমালগৈ। হাতীটোৰ খং উঠি উঁই হাঁফলু এটাত খুন্দা মাৰি দিলে। উঁই হাঁফলুটো ভাগি উঁইবোৰ ওলাই আহি বাঁৰী মানুহ এগৰাকীৰ চাঙ ঘৰলৈ উঠি যোৱা জখলাডাল কুটিবলৈ ধৰিলে। সেই সময়ত তেওঁৰ জীয়েক পানী নিবলৈ নামি আহিছিল। জখলা ডালত ভৰি দিয়াৰ লগে লগে ভাগি থাকিল আৰু জীয়েক খহি পৰিল। তেতিয়া বাঁৰী মানুহজনীৰ ভীষণ খং উঠিল আৰু চিঞৰি চিঞৰি কলে—

"অ' জখলা, অ' জখলা ভাগি পৰিলি কিয়?
মোক যে উঁয়ে কুটিলে, ভাগি নপৰিমনো কিয়?
অ' উঁই, অ' উঁই জখলা কুটিলি কিয়?
হাতীয়ে যে হাঁফলু ভাঙিলে, মইনো নুকুটিম কিয়?
অ' হাতী, অ' হাতী উঁইহাঁফলু ভাঙিলি কিয়?
বাদুলি যে কাণত সোমালে মইনো নে ভাঙিম কিয়?
অ' বাদুলি, অ' বাদুলি, হাতীৰ কাণত সোমালি কিয়?
কল গছ যে ভাগি পৰিল মইনো নোসোমাম কিয়?
অ' কলগছ, অ' কলগছ, ভাগি পৰিলি কিয়?
গাহৰিয়ে যে খুন্দা মাৰিলে, মইনো নেভাগিম কিয়?

অ' গাহৰি, অ' গাহৰি খুন্দা মাৰিলি কিয় ?
পকৰাই যে গাত কামুৰিলে, মইনো খুখুন্দিয়াম কিয় ?
অ' পকৰা, অ' পকৰা, গাহৰিক কামুৰিলি কিয় ?
কুকুৰাই যে মোক খুটিলে, মইনো নেকামুৰিম কিয় ?
অ' কুকুৰা, অ' কুকুৰা, কামুৰিলি কিয় ?
গছৰ ডাল ভাগি গাত পৰিলে মইনো নেকামুৰিম কিয় ?
অ' গছৰ ডাল, অ' গছৰ ডাল ভাগি পৰিলি কিয় ?
কপৌ আৰু বাটেটোকাই যে যুঁজ কৰে মইনো নেভাগিম কিয় ?
অ' কপৌ, অ' কপৌ ডাল ভাঙিলি কিয় ?
বাটেটোকাই যে মোক ঠগিলে, দন্দ নেলাগিম কিয় ?

কপৌজনীয়ে বাঁৰী মানুহজনীক কলে—"মই বাটেটোকাৰ ঠোঁটটো ধুনীয়াকৈ সাজি দিছো। সি মোৰ ঠোঁটটো মৌ-সিটা এসোপা লগাই জোৰা টাপলি মাৰি সাজি দিছে। মোক সেইটো নেলাগে। সেই কাৰণেই আমাৰ যুঁজ হৈছে আৰু তেতিয়াই গছৰ ডালটো ভাগিল।" তেতিয়া বাঁৰী মানুহজনীয়ে বাটেটোকাক কলে— "তই বৰ দুষ্ট চৰাই। সেই কাৰণে মই তোক শাও দিছো, তোৰ টোটোলাটো ডিঙিত ওলমি থাকক।"

সেইদিনাৰেপৰা বাটেটোকাই টোটোলাটো আগ পিনে লৈ ফুৰে।

---

# ছাগলীৰ শিং আৰু কুকুৰৰ খং

বহুত যুগৰ আগৰ কথা। তেতিয়াৰ দিনত কুকুৰবো দীঘল শিং আছিল। এদিনাখন এজনী তিৰুতাই পটা এখনত মওহ এখুতুৰা খুন্দি আছিল। মওহ খুন্দি শেষ হলত মানুহজনীয়ে মওহখিনি লৈ আঁতৰি গ'ল। এনেতে এটা কুকুৰ আহি সেইখিনি পালেহি।

মগুহৰ গোন্ধ পাই সি পটাখন চেলেকিবলৈ ইচ্ছা কৰিলে। কিন্তু শিং দুটা দীঘল হোৱাত চেলেকিব নোৱাৰি বৰ বেজাৰ পালে। এই বেলি সি শিং দুটা সোলোকাই ওচৰতে থৈ পটাখন চেলেকি-বলৈ ধৰিলে।

এনেতে সেইপিনে ছাগলী এটা পাৰ হৈ গৈছিল। কুকুৰটোৱে একান্ত মনে পটাখন চেলেকি থাকোঁতে ছাগলীটোৱে শিং দুটা তাৰ নিজৰ মূৰত পিন্ধি গুচি গ'ল। কুকুৰে পটাখন চেলেকি শেষ কৰি চাই দেখে শিং দুটা নাই। তেতিয়া ছাগলীটোৱে শিং দুটা নিলে বুলি পিছে পিছে খেদি গল, কিন্তু শিং দুটা ঘূৰাই আনিব নোৱাৰিলে। সেইদিনাৰপৰাই কুকুৰৰ শিং নাইকিয়া হল আৰু ছাগলীৰ শিং গজিল। ছাগলীৰ শিং দেখি আজিকালিও কুকুৰৰ খং উঠে আৰু ছাগলী দেখিলেই ভুকে।

---

# ৰাক্ষসীৰ সাধু

এসময়ত নগা পৰ্ব্বতত দুটা মাউৰা লৰা আছিল। সিহঁতে মাটি চহাই খেতি কৰিব নেজানিছিল। সিহঁতে চৰাই চিকাৰ কৰি পেট পুহিছিল। খাবলৈ আনি থোৱা চৰাইৰ মূৰবোৰ সদায় ৰাক্ষসী এজনীয়ে খাই থৈ যায়। এদিন লৰা দুটাই চৰাইৰ মূৰবোৰ কিহে খাই বুলি লুকাই চাই থাকিল। এজনী বুটীৰ ৰূপ ধৰি ৰাক্ষসীয়ে চৰাইৰ মূৰবোৰ খাওঁতে লৰা দুটাই হাতে হাতে ধৰি কলে—"বুটী! তই আমাৰ চৰাইবোৰৰ মূৰবোৰ কিয় খাৱ?" তেতিয়া ৰাক্ষসীয়ে কলে—"তহঁত মোৰে লৰা। মই তহঁতক পাহৰি গৈছিলোঁ। এতিয়া

লগ পাইছোঁ, ভালেই হল। আহ, মোৰ :লগতে থাকিবি। মই তইঁতক লালন-পালন কৰিম।"

ৰাক্ষসীৰ ৰাজ্যখন হাবিৰ মাজত। চাৰিওফালে এখন নৈয়ে বেৰি আছিল। তাই নৈখন শুকুৱাই পেলোৱাৰ কিবা মন্ত্ৰ জানিছিল। গৈ গৈ যেতিয়া নৈখন পালেগৈ তেতিয়া তাই কলে—"মোক আগবাঢ়িবলৈ দে। তইঁত পিছে পিছে আহিবি।" এই বুলি তাই আগ হল। লগে লগে নৈৰ পানীবোৰ দুভাগ হৈ শুকাল। বাট এটা ওলাই পৰিল। তেতিয়া তিনিওটা পাৰ হৈ গল। তাৰ পিছত গৈ ৰাক্ষসীৰ ঘৰ পালেগৈ। ঘৰ পাই তাই ডাঙৰটো লৰাক বাহিৰতে এৰি সৰুটোক নি ভিতৰত কিবা মন্ত্ৰ মাৰি অজলা কৰি থলে, কিন্তু দুয়োটাকে খাবলৈ-ববলৈ দিলে। সৰুটো ৰাতি ৰাক্ষসীৰ লগত শোৱে আৰু ডাঙৰটো বাহিৰত শোৱে।

এদিনাখন ৰাতিৰ কথা। সৰু লৰাটোৰ গভীৰ টোপনি। এনেতে ৰাক্ষসটো আহি ৰাক্ষসীক কলে—"আমি লৰাটো মাৰি খাই পেলাওঁ।" ৰাক্ষসীয়ে কিন্তু কথাটো বৰ ভাল নেপালে। তাই কলে—"ইয়াক নেখাওঁ। সিমান শকতো নহয় আৰু বেছি মঙহো নোলায়।" বহুত ৰাতি ৰাক্ষস-ৰাক্ষসীয়ে এইদৰে কথা পাতিছিল। এদিন ৰাতি সৰু লৰাটোৱে সকলো শুনিলে। পিছদিনা ৰাতিপুৱা সকলো কথা ককায়েকক কলে। ককায়েকে তেতিয়া কলে—"নাই, সিহঁতে আমাক নেখায়। মৰমহে কৰে।" তাকে শুনি ভায়েকে কলে—"তুমি আজি পেটৰ বিষ হৈছে বুলি ভাও জুৰিবা আৰু ৰাতি বাহিৰত শুব নোৱাৰোঁ বুলি কবা আৰু মোৰ লগতে শুবা।" ককায়েকে তাকে কৰিলে। ৰাতি দুয়োটাই একেলগে শুলে।

ৰাতি গহীন হল। ককায়েকে টোপনিৰ ভাও জুৰি সাৰ পাই থাকিল। তেতিয়া ৰাক্ষস-ৰাক্ষসীয়ে কথা-বতৰা পাতোঁতে ৰাক্ষসীয়ে কোৱা শুনিলে—"ডাঙৰটো শকত নহয়, লেৰেলা। সৰুটো অলপ শকত হৈছে আৰু খাবও পৰা হৈছে।" ককায়েকে ৰাতি এই ভয়-

লগা কথাবোৰ শুনি ৰাতিপুৱা ভায়েকক কলে—"তই কোৱা কথা-বোৰ সঁচা। পিছে আমি এতিয়া কি কৰা উচিত? আমি পলাই যাম। কিন্তু নৈখন কেনেকৈ পাৰ হম? মই হলে একেবাৰেই ভূ পোৱা নাই।" তেতিয়া ভায়েকে কলে—"সেইটো মই দিহা কৰিম।" এই বুলি সি ৰাক্ষস-ৰাক্ষসীৰ মন্ত্ৰখিনি চুৰ কৰি আনি নৈখন পাৰ হৈ গল। এই কথা গম পাই ৰাক্ষসীয়ে পিছে পিছে খেদি আহিল। কিন্তু তাই একো কৰিব নোৱাৰিলে। কাৰণ, তাইৰ তেতিয়া মন্ত্ৰ নাছিল। দুয়ো ককাই-ভায়েক ভালে-কুশলে আহি আগৰ ঘৰ পালেহি।

---

# বণ্ডহ নহলে পেলনি যায়

এসময়ত নগা পৰ্ব্বতত এহাল ককাই-ভাই আছিল। তাৰে ডাঙৰটো বৰ দুখীয়া আৰু সৰুটো বৰ চহকী আছিল। সৰুটোৱে বহুতো বন্ধু-বান্ধৱৰে সৈতে বৰ আনন্দত দিন কটাইছিল। ডাঙৰ-টোৱে জুপুৰী ঘৰত দুখেৰে কোনোমতে খাই-বৈ আছিল। ভায়েকে দুখীয়া ককায়েকক বৰকৈ মাতবোল নকৰিছিল; দেখাদেখিকৈয়ে আওহেলা কৰিছিল। কিন্তু বন্ধু-বান্ধৱবোৰৰ লগত বৰ বেছি সম্বন্ধ ৰাখিছিল আৰু মৰম-চেনেহো কৰিছিল।

এইদৰেই দুয়োৰে দিন পাৰ হৈ গৈছিল। এনেতে এদিন ভায়েকে লগৰ বন্ধু এজনক কলে—"বন্ধু, আজি আমি জামু খাবলৈ যাওঁ ব'লা।" দুয়ো বন্ধুৱে হাবিত জামু খাবলৈ গ'ল। দুয়ো গছত উঠিল। গছৰ ডালৰপৰা জামু ছিঙি ছিঙি খাওঁতে ৰঙা ৰসবোৰ

হাতত লাগিল আৰু এবাৰ হাত-পিছলি গৈ ভায়েকটো ধুপছ্ কৰে মাটিত পৰিল। পৰাৰ লগে লগেই সি 'পৰিলো ঔ' বুলি পাৰেমানে চিঞৰিলে আৰু বিষত কেঁকাবলৈ ধৰিলে। লগৰীয়া বন্ধুজনক তুলি দিবলৈ মাতিলে; কিন্তু তেওঁ কাণ-সাৰেই নকৰিলে। জামু খাই হেঁপাহ পলালত নামি আহি যাবলৈ ওলাল। তেতিয়াও এবাৰ ভায়েকটোৱে সহায় কৰিবলৈ বন্ধুক কলে। বন্ধুজনে কিন্তু কলে— "মই তোমাৰ কিহৰ কিটো? কিবা লগা ভগা মিতিৰনে? মই একো সহায় কৰিব নোৱাৰোঁ। বাৰু, ঘৰলৈ গৈ তুমি যে ইয়াত পৰি-আছা, ককায়েৰাৰ আগত কমগৈ। তেওঁ নিয়ে যদি তুলি নিবহি।" এই বুলি কৈ বন্ধুজন গুচি গল। ভায়েকটো তাতেই পৰি থাকিল।

বন্ধুজনে গৈ ককায়েকক কলেগৈ, "তোমাৰ ভায়েৰা জামু খাওঁতে গছৰপৰা খহি পৰিল। এতিয়াও গছৰ গুৰিতে পৰি আছে। আনা যদি তুলি আনাগৈ।" কথাষাৰ শুনিয়েই ককায়েক, ভায়েকৰ ওচৰলৈ লৰি আহিল আৰু ভায়েকৰ গাত ধৰি কলে—"ভাইটি, তুমি মোক দুখীয়া বুলি উলটিকে নেচোৱাঁ। তোমাৰ বন্ধু-বান্ধৱৰ লগতহে খাটিব। এতিয়া কিন্তু আপদৰ বেলিকা উলটিকে নেচালে, এৰি থৈ গুচি গল।" এই বুলি কৈ ভায়েকক বোকোচাত তুলি নিবলৈ ওলাল।

ভায়েকে এইবেলি লাজো পালে আৰু শিকিলেও। তেওঁ ককায়েকক ক'লে—"ককাইদেউ, মোৰ একো হোৱা নাই। মই উঠি যাব পাৰিম।" এই বুলি ভায়েকে দুখীয়া ককায়েকক নিজৰ ঘৰলৈ লৈ গল। তেতিয়াৰেপৰা সেই লতা-পতা বন্ধুবোৰৰ লগ এৰি দিলে আৰু দুয়ো ককাই-ভায়েকে সুখেৰে দিন কটাবলৈ ধৰিলে। কথাতেই কয় নহয়—"বওহে মওহ খাই; বওহ নহলে পেলনি যায়।"

---

# জলকুঁৱৰীৰ দেশ

এদিনাখন এটা নগা লৰাই দেয়াং নৈত মাছ মাৰিবলৈ গৈছিল। গোটেই দিনটো পাৰ হল। সাজ লাগি ভাগিল। তথাপি মাছুৱে লৰাটো উলটি নাহিল। কথাটো ভাবি ভাবি ওৰে নিশা মাক-বাপেকৰ টোপনি নাহিল।

পিছদিনা ৰাতিপুৱাৰ কথা। কিছুমান মানুহ লগত লৈ বাপেকে পুতেকক বিচাৰি ওলাল। নৈৰ পাৰে পাৰে বহুতো ঠাইত বিচাৰিলে, কিন্তু একো গম পেলালে। এইবেলি বাপেকে বৰ বেজাৰ পালে। দৈয়াং নৈৰ পাৰে পাৰে বিচাৰি ফুৰোঁতে তেওঁ কেতিয়াবা ভাবিছিল পুতেক নিশ্চয় মৰিল। তথাপি শটো পোৱা হলে ভাল আছিল।

এইদৰে ফুৰোঁতে বাটতে তেওঁ এডাল চুলি পালে। সেইডাল পুতেকৰে চুলি হব পাৰে বুলি আলফুলকৈ বুটলি ললে। চুলিডাল কিন্তু .বৰ দীঘল আছিল। তেওঁ এমূৰত ধৰি আঙুলিত মেৰিয়াই যাবলৈ ধৰিলে। তথাপি শেষ নহয়হে নহয়। এইদৰে নৈ খনৰ আঁঠোটা কেকুৰি পাৰ হল। গৈ গৈ শেষত এজনী জলকুঁৱৰীৰ ওচৰ পালেগৈ। এই চুলিডাল জলকুঁৱৰীৰে। তেওঁ খোপা বান্ধোঁতে চুলিডাল কেনেবাকৈ বান্ধিবলৈ পাহৰি গৈছিল। লৰাটোৰ বাপেকে জলকুঁৱৰীৰ ওচৰত থিয় হৈ চুলিডালত ধৰি থকা দেখি কলে, —"চাওঁ, চুলিডাল এৰি দিয়া। এইডাল মোৰ চুলি।" মানুহজনে গহীনাই কলে—"এইডাল তোমাৰ চুলি হব পাৰে। মস্নো এৰি দিম, কিন্তু তুমি মোৰ লৰাটো মাছ মাৰিবলৈ আহোঁতে ধৰি আনি লুকুৱাই থৈছা। মোৰ লৰাটো উলিয়াই নিদিলে মস্নো চুলিডাল এৰি নিদিওঁ।" তেতিয়া জলকুঁৱৰীয়ে কলে—"তুমি মোক এৰি দিয়া। মই তোমাৰ পুতেৰক আনি দিম। মোক যদি বিশ্বাস নকৰাঁ, তেনে-

হলে তুমি মোক ইচ্ছামতে শপত খুৱাই লোৱাঁ।” এইবুলি কলত মানুহজনে চুলিডাল এৰি দিলে। জলকুঁৱৰীয়েও বিশ্বাস আৰু বন্ধুত্বৰ চিন স্বৰূপে জীয়া মাছ, শুকান মাছ আৰু শুকটি মাছ অলপ দি কলে —“কাইলৈ ৰাতিপুৱা তোমাৰ পুতেৰাক এৰি দিম। ৰাতিপুৱা পথাৰলৈ যোৱা সময়ত তুমি আহিবা আৰু তেতিয়াই পুতেৰাক পাবা।”

জলকুঁৱৰীৰ কথামতে মানুহটো সেইদিনা ঘৰলৈ গুচি আহিল আৰু পিচদিনা ৰাতিপুৱাই গৈ সেই ঠাইত ওলালেগৈ। তেওঁ আহি পোৱাৰ আগতেই জলকুঁৱৰীয়ে পুতেকক তাত থৈ গলহি। বাপেকে পুতেকক পাই বৰ আনন্দ পালে। তেতিয়া বাপেকে পুতেকক সুধিলে—“তই জলকুঁৱৰীৰ দেশ কেনেকৈ পালিগৈ?” পুতেকে কলে—“নৈত এটা ডাঙৰ মাছ পাই মই তাক ধৰিলো। সি তেতিয়া মোক টানি লৈ গল। টানি নি শিল এটাৰ তলত থকা শুকান গাঁত এটা পোৱা-লেগৈ। তাতে তিনিটা মানুহৰ জঁকাৰে সজা এখন জুহাল আছিল। তাৰ ওচৰতে জলকুঁৱৰী থাকে। জলকুঁৱৰীয়ে মোক একো কৰা নাছিল। ভালে ভালে আনি এৰি থৈ গ’ল।”

বাপেকে পুতেকক ঘূৰাই পাই বৰ আনন্দ পালে আৰু দুয়ো ঘৰলৈ উলটি গল।

---

# বামী মাছ কেনেকৈ হল?

বহুত যুগৰ আগৰ কথা। এজন মানুহে কিছুমান লৰাক তেওঁৰ পথাৰত কাম কৰিবলৈ মাতিছিল। লৰাবোৰে জুম বান্ধি তেওঁৰ পথাৰত কাম কৰিবলৈ আহিছিল। ৰাতিপুৱাৰেপৰা কাম কৰি কৰি দুপৰীয়া সিহঁতৰ ভোক লাগিল। তেতিয়া সিহঁতে ভাত

খাবলৈ বিচাৰিলে। মানুহজন অলপ দুষ্ট আৰু কৃপণ আছিল। সিহঁতে ভাত বিচাৰিলত তেওঁ কলে—"এতিয়াই ভাত খাবৰ সময় হোৱা নাই। ভাত দিব নোৱাৰোঁ।" গিৰিহঁতে এই বুলি কলত লৰাবোৰে নৈত গা-ধুবলৈ গল আৰু সেই সুযোগতে আটাইবোৰ লৰা বামী মাছ হৈ নৈৰ পানীত সাঁতুৰিবলৈ ধৰিলে। তাৰ পিছত সিহঁতে চিঞৰি চিঞৰি গাবলৈ ধৰিলে—

"দুপৰীয়া পেটত ভোক।
আমি বোলো, ভাত খাওঁ,
মানুহে আমাক নিদিয়ে ভাত
বামী মাছ হৈ গুছি যাওঁ।"

তেতিয়া মানুহজন আহি বামী মাছবিলাকক ঘৰলৈ মাতিলে আৰু ভাত দিম বুলি কলে। তেতিয়া সিহঁতে আকৌ কলে—

তোমাৰ কথা ফুচ্‌ফাচ্
আমি হলো বামী মাছ।
পাহৰিলো ভাত, চাত,
পাহৰিলো কথা-মাত
হেৰুৱালো মানুহৰ সাঁচ,
আমি হলো বামী মাছ।"

সঁচাকৈয়ে লৰাবোৰ আৰু ঘূৰি নাহিল। সিহঁত বামী মাছ হৈয়ে থাকিল। লৰাবোৰৰ কঁকালত দাৰ ফাক আছিল। সেই বাবে বামী মাছৰ গাত এতিয়াও তেনেকুৱা কিছুমান সাঁচ আছে।

---

# কামচৰাইৰ ৰঙা ঠোঁট

বালিমাহী চৰাই আৰু নাচনী চৰাই দুয়োৱে একালত সখি পাতিছিল। এদিনাখন দুয়োৰো কিবা কথাত ওখনা-উখনি লাগিল। তেতিয়া নাচনী চৰায়ে গছৰ ঠাল এটা ভাঙি বন্ধুৰ ফালে টোৱাই কলে—"তোমাৰ পেটটো পিঠিৰ ওপৰত।" তাকে শুনি বালিমাহীয়ে কলে—"তুমি কি কৰিবা? মই পৃথিৱীৰ আটাইবোৰ সাপ লাগ বুলিলেই গোটাই আনিব পাৰোঁ।" এই বুলি কৈয়ে পৃথিৱীৰ আটাইবোৰ সাপ গোটাই আনিলে। তেতিয়া নাচনী চৰাই-জনীয়ে কলে—"তুমি যদি তাকে কৰা, মই আটাইবোৰ উৰণীয়া চৰাই গোটাই আনিম।" সেই বুলি কৈ সি আকাশত উৰি ফুৰা আটাইবোৰ চৰাই গোটাই আনিলে।

পিছত এখন মহাৰণৰ আয়োজন হল। সাপবোৰে অজগৰক সেনাপতি পাতিলে। ঈগলে বৰ বগক কলে—"তুমি আটাইতকৈ ডাঙৰ। গতিকে তুমি উৰি গৈ অজগৰক উৰুৱাই লৈ আহাঁগৈ।" বৰ বগে কলে—"অজগৰ মোতকৈ ডাঙৰ। মই যাব নোৱাৰোঁ।" তেতিয়া ঈগলে ম'হ বগক কলে—"তুমি যোৱাঁ। ফেঁটী সাপক উৰুৱাই আনাগৈ।" তেতিয়া ম'হ-বগে কলে—"ফেঁটী সাপ মোতকৈ ডাঙৰ, মই নেযাওঁ আৰু আনিবও নোৱাৰোঁ।" এই কথা শুনি ঈগলে কলে—"তেনেহলে ময়ে যাওঁ।" ঈগল গল। অলপ পিচতে ফেঁটী সাপৰ লগত এখন তয়াময়া ৰণ লাগিল। ৰণত যেতিয়া ঈগল হাৰে, তেতিয়া চৰাইবোৰে কান্দে। যেতিয়া ঈগল জিকে তেতিয়া চৰাইবোৰে কিৰীলি পাৰে। ফেঁটী সাপ যেতিয়া জিকে, তেতিয়া সাপে হাঁহি-কিৰীলি পাৰে, যেতিয়া হাৰে তেতিয়া কান্দে।

যুঁজত ফেঁটীসাপ মৰিল। ঈগলে তাক দাণ্ডি উৰাই লৈ আহিল। তেতিয়া আটাইবোৰ চৰায়ে লগ লাগি সাপটো ছিৰাছিৰ কৰি ফালি পেলালে আৰু মঙহবোৰ ভগাই খালে। কাউৰীয়ে সেই সময়তে ফেঁটীসাপৰ পিতটোত গাটো ঘঁহাই দিলে, সেই বাবেই কাউৰী ক'লা হল। ৰঙা টুনি চৰায়ে সাপটোৰ তেজত গাটো লেটিয়াই ললে, সেয়েহে সি ৰঙা হল। মঙহ খাই শেষ হ'ল। তেতিয়াও কাম-চৰাই অহা নাই। শেষত কাম-চৰাই আহিল। একো খাবলৈ নেপাই পৰি থকা তেজ এধানমানকে ঠোঁটটোত সানি ললে। সেই কাৰণেই কাম-চৰাইৰ ৰঙা ঠোঁট হল।

---

# বহুত কেঁকোৰা

এখন হাবিত এজনী বাঘিনী আছিল। তাই এটা পোৱালী জগাইছিল। এদিন পোৱালীটো ইফালে সিফালে ফুৰি-ফুৰোঁতে এটা অঘটন ঘটিল। নিজৰাৰ পাৰত এটা দঁৰিক চৰায়ে চিঞৰি চিঞৰি ঠেঙেৰে খুচৰি আছিল। এই ছেগতে কেঁকোৰা এজনীয়ে দঁৰিকটোৰ ঠেঙত চেপা মাৰি দিলে। সি উচাপ খাই উৰি গৈ কলগছ এজোপাত খুন্দা মাৰি দিলে। কলগছৰ জোপাত থকা বাদুলি এজনীয়ে সেই পাকতে উৰি গৈ হৰিণা পহু এটাৰ কাণত সোমালগৈ। হৰিণা পহুটোৱে উচাপ খাই দৌৰ মাৰোঁতে বাঘ-পোৱালিটো গৰকি থৈ গল। গৰকত পৰি সি সেইপিনেই মৰিল।

বাঘিনীৰ বৰ খং উঠিল। তাই হৰিণটোক ধৰি সুধিলে—"তই মোৰ পোৱালিটোক কিয় মাৰিলি?" হৰিণাই কলে—"মই

দায়ী নহয়, বাদুলি জনীহে।” বাদুলিজনীক সোধাত তাই কলে—“মই নহয়, দঁৰিক চৰাইটোহে।” দঁৰিকটোৱে আকৌ কলে—“মই নহয়, এই দহঠেঙীয়া কেঁকোৰাজনীহে।” এই বেলি বাঘিনীয়ে হাঁউৰিয়াই খঙেৰে কেঁকোৰাক সুধিলে—“এই, তই কিয় মোৰ পোৱালিটো মাৰিলি ?” বাঘিনীৰ কথা শুনি কেঁকোৰাই একো-নকলে। মুখৰ ভিতৰতে কিবা এসোপা ভোৰভোৰাই শিল এটাৰ তলত পেট পেলাই লুকাই থাকিল।

বাঘিনীৰ বুদ্ধি কম নহয়। তাই গৈ ওচৰতে থকা এটা হলৌ বান্দৰক মাতি আনি কলে—“এই শিলটোৰ তলতে কেঁকোৰা এজনী আছে। ধৰি উলিয়াই আন।” হলৌ বান্দৰটোৱে জুমি জুমি চাই কেঁকোৰাজনী নেদেখি হাত ভৰাই চালে। তেতিয়া তাই বান্দৰৰ আঙুলিত চেপা মাৰি ধৰিলে। চেপা খাই বান্দৰে তাইক বাহিৰলৈ উলিয়াই আনিলে আৰু খঙতে কেঁকোৰাক শিল এটাত থেকেছা মাৰি দিলে। কেঁকোৰাটো থেকেছাৰ কোবত ভাগি টুকুৰাটুকুৰ হল আৰু প্ৰত্যেক টুকুৰাৰ পৰাই একোজনীকৈ কেঁকোৰা জন্ম হল। সেই কাৰণেই আজিকালি নিজৰাবোৰত বহুত কেঁকোৰা পোৱা যায়।

---

## জোন-বেলি

আগৰ দিনত নটা বেলি আছিল। সিহঁতৰ তাপৰ্ত গছ-বন, মানুহ-দুনুহ, জীৱ-জন্তু আটাইবোৰ ক'লা পৰি গৈছিল। জীৱ-জন্তুবোৰে বৰ কষ্ট পাইছিল। এইবাবে ঈশ্বৰে সাতোটা বেলিক মাৰি পেলালে। দুটা থাকিল—জোন আৰু বেলি। কিছুমান দিনৰ

পিছত সিহঁত দুটাও হিমালয় পৰ্ব্বতৰ আঁৰত লুকাই থাকিল। তাতে জোনে এখন ৰূপৰ নাও আৰু বেলিয়ে এখন সোণৰ নাও সাজি ললে। সোণৰ নাৱত বহি বেলিয়ে হিমালয়ৰ চাৰিওপিনে ঘূৰি আছে। বেলি যেতিয়া এইপিনে আহে, তেতিয়া দিন হয় আৰু যেতিয়া হিমালয়ৰ সিপাৰলৈ যায়, তেতিয়া ৰাতি হয়। বেলিৰ সোণৰ নাওখনৰ জেউতিয়েই হল—আমাৰ পোহৰ। জোনেও ৰূপৰ নাওখনত বহি হিমালয়ৰ চাৰিওপিনে ঘূৰি আছে। জোনে কিন্তু ভাগৰত কেতিয়াবা বহি পৰে, কেতিয়াবা শোৱে, কেতিয়াবা থিয় হয়। সেই কাৰণে জোনটো কেতিয়াবা সৰু, কেতিয়াবা ডাঙৰ আৰু কেতিয়াবা নাইকিয়া হয়। জোনৰ ৰূপালী নাওখনৰ জেউতিয়েই জোনৰ পোহৰ।

---

# ৰামধেনু

অতি পুৰণি কালৰেপৰা এটা বিৰাট সাপ আছিল। সি পানীতো বাস কৰিছিল, বামতো বাস কৰিছিল। এই সাপটোৰ মূৰৰপৰাই সাত বৰণৰ জেউতি ওলাই আকাশ ছুইছিলগৈ। কিন্তু ৰামধেনুখন কেতিয়াবা সৰু আৰু কেতিয়াবা ডাঙৰ হয়। সাপটো যেতিয়া পানীত থাকে, ৰামধেনুখন ডাঙৰ হয়। সাপটো বামত থাকিলে ৰামধেনুখন সৰু হয়।

---

# সৃষ্টিৰ সাধু

অতি পুৰণি দিনৰ কথা। পৃথিৱী তেতিয়াও আদিম অৱস্থাতে আছে। অসংখ্য অপদেৱতাৰে তেতিয়া পৃথিৱীখন ভৰপূৰ আছিল। এই অপদেৱতাবিলাক নিষ্ঠুৰ, লোভী আৰু বৰ এলেহুৱা আছিল। মানুহ জাতিক সকলো প্ৰকাৰে অত্যাচাৰ কৰাই আছিল সিহঁতৰ কাম। ভালেৰেই হওক বা বেয়াৰেই হওক, যেনে তেনে পৃথিৱীত আছে মানে সকলো ধৰণৰ সুখ ভোগ কৰি লৈছিল এই দেৱতাবোৰে। সিহঁতৰ অত্যাচাৰৰপৰা মানুহ জাতিক ৰক্ষা কৰিবলৈ একমাত্ৰ পৰমেশ্বৰ ম্যু-আন্‌জোৰোৰ বাহিৰে আৰু কেও নাছিল।

তেতিয়া ম্যু-আন্‌জোৰো বাস কৰিছিল পৃথিৱীৰ পূবফালে থকা তেখেতৰ নিজ বাসস্থানত। এই অপদেৱতাবিলাকৰ হাতত আপোন সৃষ্টিৰ দুৰ্দ্দশাৰ কথা গম পাই ম্যু-আন্‌জোৰো স্বয়ং পৃথিৱীলৈ নামি আহিল আৰু সিহঁতক সম্বোধন কৰি ক'লে—"দুষ্টহঁত, তহঁতৰ ইমান অতপালি কিয়? তহঁতৰ শক্তি কিমানৰ, তহঁতে নেজাননে? মই তহঁতক ডাঙৰ হাবি দিছো, বহল পথাৰ দিছো, ফল-মূল, নদ-নদী দিছো, দেহ-মন শীতল কৰা জোনৰ পোহৰ দিছো, তহঁত সকলোৱে মিলি-জুলি ভোগ কৰিবলৈ। তাকে খোৱা-কামোৰা লগাই তহঁতে পশুৰ দৰে ভুয়া শক্তিৰ গৰ্ব্বত ওফন্দি মই কৰি দিয়া নিয়মহে দেখোন উলঙ্ঘা কৰাত লাগিছ।"

বেয়া কামৰ ফলাফল সদায় বেয়া হবই। এই অপদেৱতাবোৰৰ অপকৰ্ম্মৰ ফলো যে বেয়া হব, তাত সন্দেহ নাই। সৰ্ব্ব-নিয়ন্তা ম্যু-আন্‌জোৰোৱে পৃথিৱীত জুই লগাই দিলে। বা-মাৰলীৰ অধিষ্ঠাতৃ দেৱতাৰ নাম আছিল ইনি-আন্‌জেম্মা। ম্যু-আন্‌জোৰোৰ নিৰ্দ্দেশত ইনি-আন্‌জেম্মাই পাখি কোবাই ঘূৰ্ণীবতাহৰ সৃষ্টি কৰিলে। ফলত জুয়ে

গোটেই পৃথিৱীখন ছাটি ধৰিলে। একে লেথৰিয়ে এই জুই কেইবা-দিনো বৌ-ৰৌৱাই জ্বলি থাকিল। চাৰিওফালে জুই জুই—কেৱল জুই। চকুৰে মণে মানে কেৱল অগ্নিশিখা। কেইবাদিনৰো পিছত এই জুই যেতিয়া নুমাল, তেতিয়া পৃথিৱীত থাকিল মাথোন ডুজনমান মানুহ আৰু ডুগৰাকীমান নাৰী। তাৰ বাহিৰে জীৱজন্তুৰ তো কথাই নাই, কঁতো এডাল ঘাঁহো জীয়াই নেথাকিল। পৃথিৱীখন টকলা হৈ পৰিল।

কিন্তু এনেকৈ খৰাং হৈ থাকিলে তো নচলিব। আন হক নহক সৰগৰ দেৱতাসকলৰ তো কৰিবলৈ কিবা থাকিব লাগিব। পৃথিৱীত একো নেথাকিলে তেওঁলোকে কৰে কি! আনপিনে পৃথিৱীত ঈশ্বৰৰ শাসন চলিব লাগিব। ন্যায় আৰু সুবিচাৰৰ প্ৰতিষ্ঠা ইয়াত হবই লাগিব। সেইবাবে বিধাতাই ন-কৈ সৃষ্টিৰ পাতনি মেলিবলৈ ইচ্ছা কৰিলে।

এই উদ্দেশ্যৰে ভগৱান ম্যু-আন্‌জোৰোৱে তেওঁৰ অতি সুখৰ বাসস্থান স্বৰ্গ এৰি মুকুতা-পতোৱা বাটেদি পৃথিৱীলৈ নামি আহি ইয়াত অৱতাৰ হ'লহি। মানুহৰ সকলো গুণৰে বিভূষিত হৈ সৰগৰ ঈশ্বৰে মৰতৰ মানুহ ৰূপ ধাৰণ কৰিলে। ভগৱানৰ মহিমাৰ পাৰ কোনে পাব? নতুনকৈ মানুহৰ সৃষ্টি কৰি বিশ্ব-সংসাৰ প্ৰৱৰ্ত্তাৱৰ উদ্দেশ্যে ম্যু-আন্‌জোৰোৱে আৰো-মাচেনক পত্নীৰূপে গ্ৰহণ কৰিলে।

সময়ৰ সোপানেদি দিনবোৰ আগবাঢ়ি গ'ল। কিছুদিনৰ মূৰত আৰো-মাচেনৰ এটি সন্তান জন্ম হ'ল। পিচে দুৰ্ভাগ্যবশতঃ লৰাটি হ'ল বুদ্ধি বৃত্তিত বৰ হীন। অজলা। তাৰ নাম থোৱা হয় ইমু। ইমুৰ মাক পৃথিৱীৰ মানুহ, বাপেক সৰগৰ বিধাতা। সেয়ে ইমু কিছু ঐশ্বৰিক শক্তিৰ অধিকাৰী হ'ল। মানুহক যিহকে কৰিবৰ মন যায় তাকে কৰিবপৰা হ'ল ইমুৱে। মন গলেই সি মানুহক অঁকৰা (কাপা) আৰু বুদ্ধিহীন কৰি পেলোৱা তাৰ এটা আমোদৰ দৰেই হৈ পৰিল।

ইমুৰ প্ৰথমটো ভায়েকৰ নাম হ'ল আমবোহো খিন্মু। তাৰ মুখখন আছিল সূৰ্য্যৰ দৰে উজ্জ্বল, চকুত চাঁত মাৰি ধৰা। ডাঠ হাবি আৰু বাঁহৰ জোপাত এওঁ বাস কৰিছিল। এলাপাকতে এওঁৰ মাজে মাজে খং উঠিছিল। খং উঠিলে আৰু ৰইখা নাই; মানুহৰ ঘৰ-দুৱাৰত জুই লগাই পুৰি খাস্তাং কৰিছিল।

ইমুৰ সৰুটো ভায়েকৰ নাম হলগৈ আম্ব-হুলু। সৰুৰেপৰাই এওঁ আছিল ৰুগীয়া, বাৰ মাহত গাৰপৰা তেৰটা কোৰ নুগুচে। সেই বাবেই তেওঁ আছিল অলপ এনাৰী, খিট্‌খিটীয়া স্বভাৱৰ। পেটৰ বিষ আৰু হাগনি ৰোগৰ এওঁ আছিল অধিষ্ঠাতা কু-দেৱতা।

তেওঁৰ এটাও পুতেক ভাল নোহোৱা দেখি ন্যু-আন্‌জোৰোৱে মনত বৰ বেয়া পালে। তেওঁ ভাবিলে আৰো-মাচেনেই ইয়াৰ বাবে দায়ী। ইয়াকে ভাবি তেওঁ আৰো-মাচেনক ঘৰৰপৰা খেদি দিলে। সেইদিন ধৰি পো-তিনটিৰে সৈতে আৰো-মাচেনে গোটেই পৃথিৱীত অনাই-বনাই ফুৰিবলৈ ধৰিলে। মন গলেই বাচ-বিচাৰ নোহোৱাকৈ যাৰে-তাৰে অপকাৰ কৰা আৰু মানুহক বিপদত পেলোৱাই হ'ল সিহঁতৰ একমাত্ৰ কাম।

এইবাৰ ন্যু-আন্‌জোৰোৱে ইন্নি-আচিগোক পত্নীৰূপে গ্ৰহণ কৰিলে। ইন্নি-আচিগোৰ গৰ্ভত ন্যু-আন্‌জোৰোৰ আঁঠোটি সন্তান হ'ল। তাৰে ডাঙৰটিৰ নাম আছিল আদ্দি। আদ্দি হ'লগৈ জ্বৰ আৰু পাণ্ডুৰোগৰ অধিষ্ঠাতা দেৱতা। তেওঁৰ পিচৰটিৰ নাম ইনা। ইনা জোকৰ দেৱতা। মানুহৰ তেজ খাই ইনাই বৰ ভাল পাইছিল। তাকে নেপালে অৱশ্যে অন্যান্য জীৱ-জন্তুৰো তেজ শুহি খাইছিল। তৃতীয় পুত্ৰ আন্ন ঘাঁ আৰু আঘাতৰ দেৱতা। চতুৰ্থ আছালি বিষ আৰু বেদনাৰ দেৱতা। মানুহক নানা ৰকমে কষ্ট দিয়াই আছিল এওঁলোকৰ কাম।

সেই তাহানি জন্মৰ পিছৰপৰাই আছালিয়ে হাবিয়ে বননিয়ে লুকাই লুকাই জীৱন কটাইছে। নওঠা চকুৰে কোনেও আজি

পৰিমিত দেখিবলৈ পোৱা নাই। লুকাই থাকি অপদেৱতা আছালিয়ে আজিও দুৰ্ঘটনা ঘটাই হঠাতে খেতিয়ক আৰু আন কাজুৱা মানুহক বিধে বিধে কষ্ট ভোগ কৰায়।

আছালিৰ পিচৰটো ল'ৰা আছিল আৰামো। আৰামোৰ অধীনত আছিল বতাহ। এওঁ বজ্ৰৰো ব্যৱহাৰ কৰিব পাৰিছিল। কাৰোবাক যদি কেনেবাকৈ এওঁ বেয়া পাবৰ হ'ল, আৰু ৰক্ষা নাই। বজ্ৰ পেলাই ধুমহাৰে মোহাৰি সেইঘৰ মানুহ উচ্ছন্ন কৰিহে এৰিছিল।

সপ্তমটি সন্তান আছিল সিদ্দি। এওঁ আছিল এক ভয়ঙ্কৰ অসুৰ-দেৱতা। কিম্ভূত-কিমাকাৰ সিদ্দিক দেখিলেই মানুহৰ পেটতে হাত-ভৰি লুকাইছিল। অনেক অলপ-ধতুৱা মানুহৰ এওঁক দেখিয়ে প্ৰাণবায়ু বাজ হৈছিল।

সকলোৰে সুমলীয়াটিৰ নাম আছিল আইয়াজোন্। এওঁ কিন্তু ককায়েকবোৰৰ দৰে সিমান ভয়ঙ্কৰ নাছিল। মেথোন গাহৰি আদি এওঁলৈ বলি আগ বঢাই মানুহে এওঁক সন্তুষ্ট কৰিব পাৰিছিল।

দ্বিতীয়া পত্নীৰ ম্যু-ক্ষেত্ৰতো আনজোৰো সন্তুষ্ট নহ'ল। সেয়ে তেওঁ এইবাৰ উইনি আঞৰৌ নামেৰে এগৰাকীক পত্নীৰূপে গ্ৰহণ কৰিলে। জলদেৱতাৰ কন্যা উইনি আঞৰৌ আছিল অতীৱ ৰূপৱতী। এওঁৰ সৈতে ম্যু-আনজোৰোৱে অতি সুখেৰে কাল কটাবলৈ ধৰিলে। সময়ত উইনিৰ টুম্ৰি নামে এটি পুত্ৰ সন্তান উপজিল। টুমৰি অতিশয় নম্ৰ আৰু ধৰ্ম্মভীৰু আছিল। দোভাগখিনি সময় তেওঁ বীণ বজাই ধুনীয়া ধুনীয়া গান গাই কটাইছিল। তেওঁৰ দয়াশীলতাৰ বাবে লামাসকলে ( তিব্বতীলোক ) পৱিত্ৰ দেবতা জ্ঞান কৰি টুম্ৰিক পূজা কৰিছিল।

উইনি আঞৰৌৰ দ্বিতীয় পুত্ৰটিৰ নাম আছিল গল্লঞ। গল্লঞো টুম্ৰিৰ দৰেই নিৰ্জ্জু আছিল। কাৰো অপকাৰ নকৰিছিল পৰাপক্ষত। হলেও কেতিয়াবা কিবা কথাত খং উঠিলে মানুহক তেওঁ শাস্তি দিছিল। মানুহৰ আগলৈ এওঁ কেতিয়াবা কাচিতহে ওলাইছিল।

পৰ্ব্বত আৰু অৰণ্যৰ নিৰ্জ্জনতাহে এওঁ ভাল পাইছিল। তাতে বাস কৰিছিল। গেৰুৱা ৰঙৰ কাপোৰ পিন্ধি তেওঁ ভাল পাইছিল।

তৃতীয় পুত্ৰৰ নাম আছিল আজা। ন্যু-আন্জোবো আৰু উইনিৰ সকলো কেইটি সন্তানৰ ভিতৰত আজাই আছিল ৰূপত সবাতোকৈ চৰা। তেজগোৰা বৰণ, সবল সুঠাম ওখ-পাখ দেহা, ৰূপহ চেহেৰাৰ আজা ৰজাৰ দৰে আছিল। খোজ-কাটল, কথা-বতৰা আছিল সুন্দৰ। সৰুতেই তেওঁ দূৰৰ ভৈয়ামলৈ যায়গৈ আৰু তাতে বসবাস কৰেগৈ। সেই বাবেই ইডু-মিচিমি সকলে আজিও ডাঙৰ বিষয়া বা চকুত লগা চেহেৰাৰ পুৰুষক আজা বুলি কয়।)

মানুহে কথাতে কয় বোলে বুঢ়া বয়সত মানুহ লুতুৰা হয়। কথাষাৰ মিছা নহয়। অনেক দেখি-শুনিহে আগৰ মানুহে এই কথা কৈছিল। ন্যু-আন্জোবোৰ ক্ষেত্ৰতো সেয়েই হ'ল। 'পৰ্কিতি' লৰিল। তৰা কুঁৱৰী আণ্ডিচ্ৰুৰ ৰূপ দেখি তেওঁ মোহ গ'ল আৰু আণ্ডিচ্ৰুক পত্নীৰূপে পাবলৈ ইচ্ছা কৰিলে। তেওঁ আণ্ডিচ্ৰুক নানাৰূপে ফুচুলাবলৈ যত্ন কৰিলে। পিচে আণ্ডিচ্ৰু ভোল নগৈ মনে মনে আকাশলৈ পলাই গুচি গ'ল। ন্যু-আন্জোবোৱে কিন্তু তেতিয়াও আশা নেৰিলে। আকাশলৈ বগাই আণ্ডিচ্ৰুৰ ওচৰলৈ যাবলৈ তেওঁ এডাল দীঘল জখলা সাজিলে আৰু তাৰে উঠি গ'ল। গৈ গৈ তেওঁ আকাশ পাওঁ পাওঁ হৈছে, এনে সময়তে আণ্ডিচ্ৰু আহিল আৰু খাবলৈ বুলি ন্যু-আন্জোবোলৈ এটা কল দলি মাৰি দিলে। কলটো খাবলৈ মুখ মেলি যত্ন কৰোতেই হঠাৎ আন্জোবোৰ ভৰি পিছলি গ'ল আৰু অতি ওখৰপৰা আহি পৃথিৱীৰ ঠটা মাটিত থেকেচ কৰে পৰিলহি। আণ্ডিচ্ৰুৱে দিয়া কলটো ভৈয়ামত পৰিল গৈ। সেই কাৰণেই আজি কালিও পৰ্ব্বত-তকৈ ভৈয়ামতহে সৰগৰ ফল কল বিশেষভাৱে পোৱা যায়।

ওপৰৰপৰা পৰি আন্জোবোৱে বেয়াকৈ দুখ পাইছিল। লাহে লাহে সেইবোৰ ভাল হ'ল। আগৰ শক্তি তেওঁৰ গালে আকউ

উভতি আহিল। এইবাৰ তেওঁ ভৈয়ামৰ ইন্নি-ও-মাগো নামে এজনী দীপ্লিপ্ ছোৱালী বিয়া কৰালে। বিধাতা ম্যু-আনুজোৰো আছিল পৰ্ব্বতৰ শিখৰত বাস কৰা লোক। তেওঁৰ নতুন পত্নী ইন্নি-ও-মাগো হ'ল ভৈয়ামৰ জয়াৰী। সেয়ে তেওঁলোকৰ যিবোৰ লৰা-ছোৱালী হ'ল সিহঁতৰ গাত পৰ্ব্বত আৰু ভৈয়ামৰ বেলেগ বেলেগ গুণসমূহ সন্নিবিষ্ট হ'ল। ইন্নি-ও-মাগোৰ প্ৰথমটো লৰা সকতেই দক্ষিণ-পশ্চিম দিশলৈ যায়গৈ। এই লৰাটিৰ বংশই কালত খাম্‌তি নামে জনাজাত হয়। দ্বিতীয়টো পুতেকক মাকে বৰ মৰম কৰিছিল। তাৰ নাম থৈছিল মে'চা বা চিউলি। এই মেচাৰপৰাই অসমীয়া জাতিৰ উদ্ভৱ হয়।

ইয়াৰ পিচতো ম্যু-আনুজোৰোৱে ভৈয়ামৰ লুদু নামেৰে আৰু এজনী ছোৱালী বিয়া কৰাইছিল। লুদুৰ গৰ্ভৰ দুটি পুত্ৰ হয়। প্ৰথমটিৰ নাম কৃষ্ণ। দ্বিতীয়াটিৰ নাম "ইদু"। ইদুক মাক-বাপেক বৰ মৰম কৰিছিল। এই ইদুয়েই ইদু-মিচিমিসকলৰ আদি পুৰুষ।

---

# চি-আনুনেৰুৰ সাধু

( ইদু মিচিমিসকলৰ মাজত 'ইগু' নামে এটা খেল আছে। বৃত্তিত এই ইগুসকল পুৰোহিত। মন্ত্ৰ আৰু ইন্দ্ৰজাল বিদ্যাৰ সহায়ত এওঁলোকে ৰোগীৰ গাত লম্ভা দেও-ভূত গুচাই বেমাৰীক ভাল কৰে। সকলো ধৰণৰ বেমাৰ-আজাৰেই অপদেৱতাৰ প্ৰভাৱতে হয় বুলি মিচিমিসকলে বিশ্বাস কৰে। এই পুৰোহিতসকলৰ অনেকে মৰা মানুহো জীয়াই তুলিব পাৰে বুলি গৰ্ব্ব কৰে। এই সাধুটোত এজন ইগুলোকে তেওঁৰ যাদুৰ প্ৰভাৱত কেনেকৈ নিজৰ মৃত পুতেকক জীয়াই তুলিলে তাকে বৰ্ণোৱা হৈছে। )

কোনো এখন ঠাইত চি-আনুনেৰু নামৰ এগৰাকী ইগুলোকে বাস কৰিছিল। তেওঁৰ একেটি মাথোন পুত্ৰ-সন্তান। দেখাত এই লৰাটি সুন্দৰ, এবাৰ চালে আকৌ এবাৰ চাবলৈ মন যোৱা আছিল। নিচেই কম বয়সতে তেওঁ পুতেকলৈ এজনী দীপলিপ্ বোৱাৰী বিয়া কৰাই আনিলে আৰু ঘৰ-দুৱাৰ সা-সম্পত্তি সকলো পুতেকক সপি দিলে।

এতিয়া, গঞা ৰাইজে মাজে মাজে তেওঁলোকৰ ঘৰত কোনো পূজা-পাতল উপলক্ষেই হওক বা অন্য কাৰণতেই হওক উছৱাদি পাতিছিল। আৰু সেই উছৱলৈ তেওঁলোকে প্ৰায়ে চি-আনুনেৰুক ইগুঁ হিচাপে আমন্ত্ৰণ জনাইছিল। ইগু চি-আনুনেৰুৰো ঘৰত কৰিবলৈ বুলি তেনে বিশেষ কাম-বন নাই। সকলো পুতেকেই চাই-চিতে। সেয়ে তেৱোঁ মুকলি মনেৰে উছৱাদিত যোগ দি ফুৰিছিল।

এদিনাখন এনেকৈ উছৱলৈ বুলি গৈ তেওঁ এখন দূৰৰ গাঁৱত আছেগৈ। হঠাৎ বিনা মেঘে বজ্ৰপাত পৰাদি তেওঁ খবৰ পালে বোলে তেওঁৰ আদৰৰ একেটি লৰা মৃত্যুৰ মুখত পৰিছে। খবৰটো আনি চি-আনুনেৰুক দিলেহি এটা 'ইচিৰু' চৰায়ে। চৰাইৰ মুখত পুতেকৰ করুণ মৃত্যুৰ বিষয়ে সবিশেষ শুনি তেওঁ হিয়া ভুকুৱাই কান্দি ঘৰলৈ ঢাপলি মেলিলে। ঘৰ পায়ো তেওঁ পোনতে মৰা পুতেকক সাৱটি ধৰি বহুত সময় কান্দিলে। তাৰ পিছত তেওঁ জানে মানে মন্ত্ৰৰ প্ৰয়োগ কৰিলে পুতেকক জীয়াই তুলিবলৈ। সকলো 'খিন্যু' (দেৱতা)-ক প্ৰাৰ্থনা জনালে তেওঁৰ প্ৰতি সদয় হবলৈ। এইখিনি কৰাৰ পিচত মন্ত্ৰপুত কেঁচু এটা তেওঁ পুতেকক খুৱাই দিলে। কিছু সময়ৰ পিচত দেখা গ'ল পুতেকৰ মৃতদেহালৈ লাহে লাহে প্ৰাণ উভতি আহিল।

মৰা মানুহ জী উঠিল। উপস্থিত সকলোৱে আনন্দত কোৰ্হাল কৰিবলৈ ধৰিলে। চি-আনুনেৰুৰ অদ্ভুত মন্ত্ৰশক্তিৰ বাবে সকলোৱে

তেওঁক একেমুখে প্ৰশংসা কৰিবলৈ ধৰিলে। পিছে এই ঘটনাৰপৰা মাথোন এজনী মানুহ সুখী হব নোৱাৰিলে। তেওঁ হ'লগৈ ইগুৰ বোৱাৰীয়েক। কাৰণ এতিয়া গিৰিয়েক ওচৰলৈ আহিলেই তেওঁ কেঁচুৰ গোন্ধ পোৱা হ'ল গিৰিয়েকৰ গাত। সেইবাবে তেওঁ দিনে-নিশাই গিৰিয়েকৰ লগত কাজিয়া কৰিবলৈ আৰম্ভ কৰি দিলে।

বেচেৰা লৰাটোৰ বেজাৰৰ সীমা নাইকিয়া হ'ল। সি কাষলৈ আহিলে ঘৈণীয়েকে উমনি-কুকুৰাৰ দৰে কোটকোটাই উঠে। অথচ এটা সময় আছিল যেতিয়া তাই এখন্তেকো তাক চকুৰ আঁতৰ হবলৈ নিদিছিল। দিন-ৰাতি ছেদ-ভেদ নোহোৱাকৈ হাঁহি-নাচি-গায়ো সিহঁতৰ হেপাহ নপলাইছিল। তাৰ সকলো আগৰ দৰেই আছে। মাত্ৰ একেটা দোষ—তাৰ গাৰপৰা এটা অঁকটা গোন্ধ ওলায়। পঁচা কেঁচুৰ গোন্ধ। ঘৈণীয়েকৰ নিৰ্ম্মম ব্যৱহাৰে তাৰ মনত বৰ দুখ দিলে। এদিন বেজাৰতে সি ডাঠ হাবিলৈ গুচি গ'ল আৰু তাত চকুপানী টুকি টুকি কাল কটাবলৈ ধৰিলে।

চি-আন্‌নেকৰুও নিৰুপায়। পুতেকৰ দুখ পাতলাবলৈ তেওঁ একো কৰিব নোৱাৰিলে। তেওঁ কেবল জানিছিল মৰা মানুহক প্ৰাণদান কৰাৰ বিদ্যা। মানুহৰ গাৰ গোন্ধ কেনেকৈ গুচুৱাব পাৰি তেওঁ নেজানিছিল। উপায় নেপাই তেওঁ এফাথ' দেৱতাক পূজা দি পুতেকৰ গাৰ গোন্ধ নাইকিয়া কৰি দিবলৈ খাটনি ধৰিলে। এফাথ'ই লৰাটো লগত লৈ ডাঠ হাবিলৈ সোমাই গ'ল আৰু তাত লৰাটো মাৰি তাৰ মাংসবোৰ খাই পেলালে। কেইবাদিনো পুতেকৰ সন্ধান নেপাই ইগু চি-আন্‌নেকৰুৱে এফাথ'ক পুতেকৰ খবৰ সুধিলে। এফাথ'ই কলে, ডাঠ হাবিয়েদি গৈ ভাগৰ লাগি লৰাটোৱে এজোপা গছৰ ছাঁত জিৰণি লৈছিল। পিচত এফাথ'ই তাক আৰু বিচাৰি নেপালে। বাট হেৰুৱাই লৰাটো অবাটে গৈ কৰবাত খালে-জোঙে পৰি মৰিল।

ইগুৱে কিন্তু বুজিলে, এফাথ'ৰ কথা সত্য নহয়। তেতিয়া তেওঁ

নিজৰ মন্ত্ৰ প্ৰয়োগ কৰি এফাথ'ৰ পেটৰপৰা পুতেকক উলিয়াই আনিলে। পিছে ভালেমান দিন এফাথ'ৰ পেটত থকা হেতু লৰাটো শুকাই ক্ষীণাই কিবাটো হৈ পৰিল আৰু আগতকৈয়ো বেচিকৈ বেয়া গোন্ধাবলৈ ধৰিলে।

এইবাৰ ইগু চি-আন্‌নেৰুৱে পুতেকক ঘৰলৈ নিনিবলৈ ঠিক কৰিলে। তেওঁৰ সন্দেহ হ'ল এই চেহেৰাত তাক কিজানি কোনেও চিনিকে নেপাব। বৰং তাৰ গোন্ধত মানুহে তেওঁৰ ঘৰকে এৰিব। সেইবাবে ইগুৱে এটা গাত খান্দি লৰাটোক তাত জীয়াই জীয়াই পুতি থ'লে আৰু ডাঙৰ শিল দুটামানেৰে ঢাকি থলে। চি-আন্‌নেৰুৱে ভাবিছিল এনে কৰিলে লৰাটোৰ গাৰ গোন্ধ বাহিৰলৈ আহিব নোৱাৰিব। সদাই তেওঁ মৃত পুতেকৰ আত্মাৰ উদ্দেশ্যে তাক পোতা ঠাইত লাওপানী (আইউ) আৰু গাহৰিৰ মাংস উছৰ্গা কৰিবলৈ ধৰিলে।

সেই সময়ৰপৰাই মিচিমিসকলৰ মাজত মৰা শ মাটিত পোতা প্ৰথা প্ৰচলিত হ'ল। মৰা শ পুতি কবৰৰ ওপৰত তেওঁলোকে ডাঙৰ ডাঙৰ শিল জাপি দিয়ে। আৰু সেই কবৰত লাওপানী আৰু গাহৰিৰ মাংস উছৰ্গা কৰে।

---

# বাঘ

(ভাৰতবৰ্ষৰ অনেক জনজাতিয়ে বিভিন্ন জীৱজন্তু আৰু পদাৰ্থৰ সৈতে মানুহৰ গূঢ় সম্বন্ধ থকা বুলি বিশ্বাস কৰে। জীৱজগত আৰু জড়জগতৰ মাজত ৰহস্যময় সম্বন্ধ থকা বুলি বিশ্বাস কৰা মানুহক ইংৰাজীত 'টোটেমিষ্টিক' বুলি কোৱা হয়। এওঁলোকে ভাগে ভাগে

নানা গছ, জন্তু আদক পবিত্ৰ বুলি জ্ঞান কৰে আপোন বিশ্বাস অনুযায়ী, আৰু সিবোৰৰ ধ্বংস অথবা হত্যাক পাপ বুলি গণ্য কৰা হয়। উক্ত গছ অথবা জন্তু যেতিয়া মৰে তেতিয়া আনুষ্ঠানিকভাৱে শোক প্ৰকাশ কৰা হয়।

এইদৰে ইদুসকলে বাঘ আৰু বান্দৰ পবিত্ৰ বুলি ভাবে। তেওঁলোকৰ মতে বাঘ পূৰ্ব্বতে তেওঁলোকৰ পৰিজন আছিল। ইদুসকলে প্ৰাণ গলেও বাঘ আৰু বান্দৰ বধ নকৰে। আনকি ইদু গাঁৱৰ ওচৰত যদি কেনেবাকৈ বাঘ মৰেও গোটেই গাঁৱৰ ৰাইজ গোটপিট খাই 'গেনা' (সামূহিক বিলাপ) প্ৰকাশ কৰে দুদিনৰ পৰা পাঁচ দিন ধৰি।

এই সাধুটোত বাঘ আৰু মানুহ পূৰ্ব্বতে কেনেকৈ আপোন আছিল দেখুওৱা হৈছে।)

মিচিমিসকলৰ মতে অতি পুৰণি কালত এবাৰ পৃথিৱীত ভয়ঙ্কৰ বানপানী হৈছিল। গোটেই পৃথিৱীখনেই পানীত বুৰ গৈছিল। এই প্ৰলয়-পানীৰ শেষত একমাত্ৰ দেৱতাসকলৰ বাহিৰে কোনো প্ৰাণীয়েই জীয়াই নেথাকিল।

কিন্তু দেৱতাসকলে ভাবিলে পৃথিৱীত জীৱ থাকিবই লাগিব। —সেই জীৱ জ্ঞান থকা মানুহেই হক বা অজান জন্তুৱেই হক। কাৰণ মানুহ নহলে দেৱতাসকলে পূজা-পাতলেইবা পাব ক'ৰপৰা? আকৌ তেওঁলোকে শাসনেই বা কৰিব কাৰ ওপৰত। সেইবাবে পৃথিৱীত মতা-মাইকী উভয় বিধৰে মানুহ আৰু জন্তুৰ দৰকাৰ। এই উদ্দেশ্যে একমো দেৱতাই বিয়া কৰিবলৈ বুলি এগৰাকী মাইকী মানুহ বিচাৰি গোটেই বিশ্ব চলাথ কৰিলে। পিছে দুৰ্ভাগ্যবশতঃ সকলোতে পিট পিটায়ো তেওঁ এগৰাকী উপযুক্ত মানুহ নেপালে।

এতিয়া, একমো দেৱতাৰ এজনী অতুলনীয় সুন্দৰী জীয়েক আছিল। তেওঁৰ নাম আছিল এৰ্বায়ে। হাঁহিমুখীয়া এই ছোৱালী-

টিয়েই একমোৰ অকলশৰীয়া জীৱন পোহৰ কৰি ৰাখিছিল। এৰ্বায়ে ইমান ধুনীয়া আৰু মৰম লগা আছিল যে যেয়ে তেওঁক এবাৰ দেখিছিল সেয়ে তেওঁৰ ৰূপত মোহ গৈছিল।

সেই সময়ত মানুহ সিমান সভ্য হোৱা নাছিল। দেৱতা সকলৰ মাজতো নিয়মৰ বান্ধ সিমান কটকটীয়া নাছিল। সেইবাবে একমোৱে এৰ্বায়েক ভাৰ্য্যাৰূপে গ্ৰহণ কৰিবলৈ মনস্থ কৰিলে। তেওঁৰ ইচ্ছাৰ কথা যথা সময়ত এৰ্বায়েৰ আগত ভাঙি কলে।

এই কথা শুনি এৰ্বায়ে মনত বৰ বেজাৰ পালে। একমোৰ প্ৰতি ধং আৰু ঘৃণাত তেওঁৰ মন ভৰি উঠিল আৰু তেওঁৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলেঁ। একমোৰ হাতৰপৰা ৰক্ষা পাবলৈ এৰ্বায়ে এজোপা ডাঙৰ গছত উঠি লুকাই থাকিল। একমো কিন্তু ক্ষান্ত নহ'ল। তেওঁ এটা নিগনিক তাৰ চোকা দাঁতেৰে গছজোপা কাটি পেলাবলৈ আজ্ঞা কৰিলে।

কেইবাদিনো একে লেথাৰিয়ে নিগনিটোৱে গছজোপা কুটাৰ পিচত এদিনা নিশা গছজোপা পৰি থাকিল। ঘটনাক্ৰমে গছজোপা পৰিল ঠিক একমোৰ ঘৰৰ ওপৰতে।

একমোৰ ঘৰত বহুত পোহনীয়া কুকুৰা আছিল। গছজোপা পৰাৰ শব্দত সাৰ পাই মতা-কুকুৰাবোৰে চিঞঁৰি উঠিল, "কি হৈছে? ক'ত কি হ'ল?" মানুহে কয়, সেইদিনাৰ পৰা ৰাতি কিবা শব্দ শুনি সাৰ পালেই মতা কুকুৰাই চিঞঁৰে: "কি হৈছে? ক'ত কি হ'ল?"

বেচেৰী এৰ্বায়েৰ উপায় নোহোৱা হ'ল। বাধ্য হৈ তাই এক-মোৰ ওচৰত আত্মসমৰ্পণ কৰিলে। তেতিয়াৰেপৰা একমো এৰ্বায়ে পতি-পত্নীৰূপে বাস কৰিবলৈ ধৰিলে।

ইটোৰ পিচত সিটোকৈ দিনবোৰ যাবলৈ ধৰিলে। লাহে লাহে নতুন জীৱনত এৰ্বায়ে অভ্যস্ত হৈ পৰিল। কেইবছৰ মানৰ মূৰত এৰ্বায়েৰ এটা সন্তান হ'ল। নিৰ্দ্দিষ্ট কালৰ আগতেই সন্তানটো উপজিল আৰু সি হ'ল বিকলাঙ্গ। লৰাটোৰ গোটেই গাটো ক'লা

ক'লা আঁক-বাঁকেৰে পূৰ্ণ আৰু দেখিবলৈ সি সাইলাখ এটা বাঘৰ দৰে হ'ল। এই অদ্ভুত শিশুটো দেখি এৰ্বায়েই বৰ ভয় খালে আৰু এৰ্বায়ে একমোক সন্তানটোক হাবিত এৰি আহিবলৈ খাটনি ধৰিলে। একমোয়েও শিশুটোক নি হাবিত এৰি থৈ আহিল গৈ।

লাহে লাহে এৰ্বায়েৰ সন্তান হাবিত ডাঙৰ হবলৈ ধৰিলে। সুন্দৰ এটা মাংসল দেহাৰ সি অধিকাৰী হ'ল। হাবিত অন্যান্য জীৱ-জন্তু ধৰি খাই সি সুখেৰে কাল কটাবলৈ ধৰিলে।

কিছুদিনৰ মূৰত এৰ্বায়েৰ আৰু এটি সন্তান হ'ল। এই সন্তানটি কিন্তু আনটিৰ দৰে নহয়। ই দেখিবলৈ মানুহৰ দৰে আৰু দেখাতো অতি ৰূপহ। লাহে লাহে লৰালিৰ কাল অতিক্ৰম কৰি শিশুটি সবল-সুঠাম পুৰুষ হৈ উঠিল আৰু বাপেকৰ সৈতে পথাৰলৈ আৰু হাবিলৈ যাব পৰা হ'ল।

এদিন এৰ্বায়ে আৰু একমোৰ দ্বিতীয় সন্তানটিয়ে হাবিত ঘুৰি ফুৰোতে হঠাৎ এটা অদ্ভুত জীৱ দেখিবলৈ পালে। তাৰ গাটো ক'লা ক'লা আঁক-বাঁক, এটা হৰিণা মাৰি সি আঠুকাঢ়ি বহি আছে। এই জন্তুটোৱেই এৰ্বায়েৰ প্ৰথম সন্তান; পৃথিবীৰ প্ৰথমটো বাঘ। বাঘটোৱে ভায়েকক দেখি মনত বৰ ৰং পালে। ভায়েকে পখৰা জন্তুটো দেখি বৰ আচৰিত হৈছিল। বাঘটোৱে কিন্তু হাঁহি হাঁহি আহি তাক ভাই বুলি মাতিলে আৰু নিজৰ পৰিচয় দিলে। দুয়ো ভাই-ককাই ৰং মনেৰে চা-চিনাকি হ'ল। তাৰ পিছত ভায়েকে ককায়েকক হৰিণাটো কেনেকৈ মাৰিলে সুধিলে। বাঘটোৱে গৰৱেৰে বুকু ফিন্দাই উত্তৰ দিলে, "মোৰ দাঁতেই মোৰ অস্ত্ৰ। তাৰেই মই চিকাৰ কৰোঁ। আৰু মোৰ পেটৰ ভিতৰৰ জুইত সিহঁতৰ মাংস সিজাওঁ।"

তেতিয়া সৰুটো ভায়েকে ককায়েকক মাক-বাপেকলৈ বুলি অলপ মাংস খুজিলে। এই কথাত কিন্তু বাঘটোৰ খং উঠি গ'ল। সি খঙেৰে ক'লে, "হুঃ, আই-বোপাই। মই সৰু থাকোঁতে নিষ্ঠুৰভাবে সিহঁতে মোক হাবিত এৰি গ'ল। তেতিয়া মই খোজকে কাঢ়িব

নোৱাৰোঁ। মই দেখিবলৈ বেয়া বুলিয়েই সিহঁতে তেনে কৰিব পায়নে ? এতিয়া মই আকৌ সিহঁতক খাবলৈ মাংস দিম। বৰং পালে মই সিহঁতৰহে মাংস খাম।”

এই কথা শুনি দ্বিতীয় সন্তানটোৱে লৰালৰিকৈ ঘৰলৈ গৈ মাক-বাপেকক বাঘটোৰ বিষয়ে সকলো কথা ক'লেগৈ। বাঘৰ বৰ কথা শুনি একমোৰ বৰ খং উঠিল। তেওঁ বাঘটোক যেনে তেনে প্ৰকাৰে বধ কৰিবলৈ পুতেকক অনুমতি দিলে।

এই ঘটনাৰ পিছতো বহুত দিন পাৰ হৈ গল। এদিন একমোৰ দ্বিতীয় পুতেকে হাবিত হঠাৎ আকৌ বাঘটোক লগ পালে। মুখামুখি হৈ লৰাটোৱে বাঘটোক দ্বন্দযুদ্ধলৈ আহ্বান কৰিলে। বাঘটোৱে খন্তেক একেথৰে তাৰ মুখলৈ চাই ৰ'ল। তাৰ পিছত সি কি কৈছে আকৌ কবলৈ ক'লে। লৰাটোৱে বেচকৈ বুজিছিল যে বাঘটোৰ লগত হতাহতি যুঁজা নিচেই সহজ কথা নহব। সেয়ে সি এটা বুদ্ধি সাজিলে। কলে, বোলে তাৰ যদি সঁচাকৈয়ে শক্তি আছে নৈ এখন সাতুৰি পাৰ হোৱাত তাৰ লগত বাজি মাৰক, যেয়ে আগেয়ে সিপাৰ হব পাৰিব, তাৰে জয় হব। বাঘটো হেজাৰ হলেও এটা জন্তু মাত্ৰ। বুদ্ধি কম। সি তৎক্ষণাৎ ৰাজি হল আৰু আগপিচ নুগুণি নিজৰ বল দেখুৱাবলৈ নদীত জাপ দি পৰিল। নৈৰ মাজমান পাই বাঘটোৱে উভতি চাই দেখিলে লৰাটো পাৰতে থিয়দি আছে, পানীত নমাই নাই। বাঘটোৱে মনে মনে ভাবিলে, “কি মুৰ্খ মই! তাক তেনেকৈ পাৰতে এৰি অহা মোৰ বৰ ভুল হৈছে।” সামান্য লৰা এটাৰ লগত এনেকৈ বুদ্ধিত ঘাটিব লগা হোৱাত সি খঙত দাঁত কৰচিবলৈ ধৰিলে! কিন্তু এতিয়া খং উঠিলে বা পস্তালে কি হব। জালত ভৰি দিলেই বেচেৰাই। সি ঠিক উভতিব ধৰিছে এনেতে লৰাটোৱে এপাট বিষাক্ত শৰ তাৰ বুকুলৈ লক্ষ্য কৰি এৰি দিলে। শৰপাট আহি বাঘটোৰ পিঠিতে লাগিলহি। বাঘটোৱে প্ৰাণপণে পাৰলৈ আহিবলৈ

যত্ন কৰিবলৈ ধৰিলে; কিন্তু নোৱাৰিলে। শবৰ বিষে কাম কৰিব ধৰিলে। পাৰলৈ বহুত দূৰ থাকোঁতেই বাঘৰ প্ৰাণবায়ু বাজ হৈ গল।

লৰাটোৰ এই অন্যায় কাৰ্য্য দেখি পাহাৰৰ দেৱতা গল্লঞ্চেই বৰ বেজাৰ পালে। তেওঁ তেতিয়া শিলিন্ দিঙ্গিমো আৰু এটোন্ দিঙ্গিমো নামৰ দুজন জলদেৱতাক মৰা বাঘটোৰ হাড়বোৰ গোটাই লৈ তাৰ ওপৰত উমনি দিবলৈ কলে। দিনদিয়েকৰ পিচত জল-দেৱতাই উমনি দিয়া বাঘৰ হাডবোৰৰ পৰা অসংখ্য বাঘৰ জন্ম হ'ল। গল্লঞে তেতিয়া তাৰে কিছুমান বাঘ ভৈয়ামত বসতি কৰিবলৈ পঠিয়ালে, কিছুমান নিজৰ লগত পাহাৰত ৰাখিলে।



# মিচিমিসকল ইমান সবল কিয়

ভগৱানে পৃথিৱী স্ৰজন কৰাৰ পিছত পৃথিৱীৰ জীৱজন্তুবিলাক স্ৰজিলে। ইদু মিচিমিসকলৰ মতে তেওঁ পোনতে মিচিমি স্ৰজিলে। তাৰ পিছত ক্ৰমে আবৰ জাতি, তিব্বতীয লামাজাতি আৰু শেষত ভৈয়ামৰ মেচাসকল স্ৰজন কৰিলে।

কিন্তু পৃথিৱীত মানুহ কেৱল আহাৰ খায়েই জীয়াই থাকিব নোৱাৰে। শান্তিৰে জীয়াই থাকিবলৈ তেওঁলোকৰ আৰু ভালেমান বস্তুৰ দৰকাৰ। এই কথা জনাই পৃথিৱীৰ সকলোৱে আন্য দেৱতাৰ ওচৰত আপত্তি তুলিলে। আন্য দেৱতাই তেওঁলোকক সেইমতে উপহাৰ দিম বুলি প্ৰতিশ্ৰুতি দিলে আৰু সকলোকে এটা নিৰ্দ্দিষ্ট দিনত তেওঁৰ ওচৰলৈ আহিবলৈ ক'লে। সেইদিনা তেওঁ সকলোৰে মনোবাঞ্ছা পূৰণ কৰিব।

পৃথিৱীৰ মানুহৰ এই খবৰ শুনি ৰঙতে গা সাতখন আঠখন হ'ল।

তেওঁলোকে দলে দলে স্বৰ্গযাত্ৰা কৰিলে। যাওঁতে বাট যাতে নেহেৰায় তাৰ বাবে বাটে বাটে কলপাত গছৰ ডাল পেলাই পেলাই গ'ল। আন্য দেৱতাই তেওঁলোকক আদৰেৰে সাদৰ জনাই প্ৰতিশ্ৰুতি দিয়া মতে বিধে বিধে উপহাৰ ভগাই দি আটাইকে সন্তুষ্ট কৰিলে।

পিচে কপালৰ দোষত মিচিমিসকলে এই খবৰ পাওঁতে বৰ পলম হ'ল। খবৰ পায়েই তেওঁলোক যাবলৈ ওলাল। পিচে যাৰ কপাল বেয়া, তাৰ বেয়াই। তেওঁলোকে সৰগৰ বাট বিচাৰি উলিয়াব নোৱাৰিলে। আগেয়ে যোৱা সকলে যি চিন দিছিল তাৰো চিন-চাব মচ গ'ল।

মিচিমিসকলৰ অসহায় অৱস্থা দেখি দেৱতাৰ হিয়া কুমলিল। তেতিয়া তেওঁ মিচিমিসকলক এখন হৰিণাৰ ছাল দিলে। তাত কিছুমান আখৰ লেখা আছিল। তেওঁ মিচিমি সকলক সেই আখৰ বোৰ পঢ়িবলৈ শিকিবলৈ কলে।

পিছে, মিচিমিসকলে পঢ়া দূৰৰ কথা ছালখননো কি কৰিব ভাবি উলিয়াব নোৱাৰিলে। হাতেৰে ছুই চালে, তথাপি সিহঁতে সিবোৰৰ একো অৰ্থ নেপালে। শেষত 'সিহঁতে ছালখন ছিৰিলি ছিৰিলি কৰি ফালি খায়ে পেলালে। যেতিয়া দেৱতাই এই কথা জানিলে তেওঁৰ বৰ খং উঠিল আৰু সিহঁতক 'কাপ' অৰ্থাৎ অবোধ হৈ থাকিবলৈ শাপ দিলে।

দেৱতাই দিয়া সেই হৰিণাৰ ছালখনত জ্ঞান-বুদ্ধিৰ সকলো কথা লেখা আছিল। নজনাকৈয়ে মিচিমিসকলে সেইখন খাই পেলালে। ফলত পৃথিৱীৰপৰা প্ৰকৃত জ্ঞান অন্তৰ্হিত হ'ল। মিচিমিসকলো চিৰ-দিনলৈ অঁকৰা হৈ ৰ'ল। কিন্তু সিহঁতে যে ছালখন হাতেৰে ছুইছিল আৰু মুখত লৈছিল সেইবাবেই অনেক কথা সিহঁতে বুজিব পৰা হ'ল। নিজৰ কামৰ ফলাফল সম্বন্ধে অনুমান কৰিব পৰা বিচাৰ বুদ্ধি হ'ল।

---

## বৰ্ণানুক্ৰমিক সূচী

## পৰিশিষ্ট

### সীমান্তৰ জনজাতিসমূহৰ বিষয়ে চমু টোকা

**আদি**—অসমত আবৰ নামেৰে জনাজাত লোকসকলে আদি বুলি পৰিচয় দিয়ে। সীমান্তৰ চিয়াং আৰু লোহিত বিভাগত এওঁলোকৰ নিবাস। আদিসকলৰ মাজত কেবাটাও সম্প্ৰদায় বা উপবিভাগ আছে।

**আপাটানি**—আপাটানিবিলাক সীমান্তৰ সোৱণশিৰি বিভাগৰ অধিবাসী। এওঁলোকৰ জনসংখ্যা ন-দহ হেজাৰ মান হে হ'ব। বিশ বৰ্গমাইলমানৰ এডোখৰ ঠাইত থুপ পাতি বাস কৰা আপাটানিবিলাক দেখাত ডফলাৰ দৰে হ'লেও, এওঁলোকৰ নাকৰ ওপৰত থকা ক'লা আঁচটোৱে বেলেগ বুলি চিনাকি কৰি দিয়ে। এওঁলোকৰ অঙ্গ এটা বিশেষত্ব বেতেৰে গুঁঠি এডাল নেজ লগাই লোৱাটো। উত্তৰ লখীমপুৰ নগৰৰ আশে-পাশে খৰালি এওঁলোকক দেখা যায়। স্থানীয় লোকে এওঁলোকক অঁকাহে বোলে।

**ছেৰডুকপেন**—সীমান্তৰ কামেং বিভাগৰ দুখন গাঁৱত ছেৰডুকপেনবিলাকৰ বসতি। জনসংখ্যা পোন্ধৰশমান হে হ'ব। এওঁলোক তিব্বতৰপৰা সীমান্ত অঞ্চললৈ আহি বসতি কৰাৰ এটা প্ৰবাদ আছে। এওঁলোকৰ মাজত দুটা সম্প্ৰদায় আছে, দুয়োটাৰ ভিতৰত বিয়া-বাৰু নহয়। অন্যান্য জনজাতীয় লোকৰ দৰে এওঁলোকৰ সমাজত আবিয়ৈ ডেকা-গাভৰুৰ বাবে সামূহিক মচুপ্ নাই। এওঁলোকে জুম্ খেতিৰ বাহিৰেও হাল বাই মাটি চহাই খেতি কৰে।

**চিংফৌ**—টিৰাপ আৰু লোহিত বিভাগত বাস কৰা চিংফৌসকল অষ্টাদশ শতিকাত ব্ৰহ্মদেশৰ ইৰাৱতী উপত্যকাৰপৰা অহা বুলি জনা যায়। এওঁলোক যুদ্ধপ্ৰিয় বলিষ্ঠ জাতি। চিংফৌ পুৰুষে চুলিকোছা মূৰৰ ওপৰলৈ নি খোপা বান্ধি থয়। তিৰোতাসকলে প্ৰায়ে পাগুৰি মাৰে। এওঁলোক বৌদ্ধধৰ্মৰ অনুগামী।

**খামটি**—ব্ৰহ্মদেশৰ ইৰাৱতী উপত্যকাৰ বৰখামটি নামে ঠাইৰপৰা এওঁলোক অসমলৈ অহা বুলি কোৱা হয়। এওঁলোকৰ ভাষা তাই-গোষ্ঠীৰ। নিজা লিপিও আছে। এওঁলোক বৌদ্ধধৰ্মৰ হীনযান-পন্থী। খামটিসকল

পাকৈত শিল্পী আৰু বেপাৰ-বাণিজ্যত পটু। উত্তৰ লখীমপুৰৰ নাৰায়ণপুৰ অঞ্চলতো কেবাখনো খামটি গাঁও আছে।

**গালং**—চিয়াং আৰু সোৱণশিৰি বিভাগত বাস কৰা বহুত জনজাতীয় সম্প্ৰদায়ক গালং বোলা হয়। এওঁলোকৰ সমাজ-ব্যৱস্থা কৈদ হিচাপে। এখন গাঁৱত এটা কৈদৰ মানুহহে থাকে। গালংবিলাকে দীঘলীয়াকৈ চুলি ৰাখে। ওপজাৰ আগতে গালং ল'ৰা বাগদত্ত হয়। গালং সমাজত ৰাজহুৱা মুচুপ্ নাই।

**টাগিন**—সীমান্তৰ চিয়াং বিভাগৰ পশ্চিমফালে আৰু সোৱণশিৰি বিভাগৰ দুৰ্গম অঞ্চলত সিচৰিত ভাবে এওঁলোকৰ বাস। এওঁলোকে অচিনাকি মানুহক ঘোৰ সন্দেহ কৰে। এওঁলোকৰ জীৱনযাত্ৰা অতিশয় কঠোৰ।

**ডফলা**—সীমান্তৰ সোৱণশিৰি বিভাগৰ পশ্চিম আৰু কামেং বিভাগৰ পূবৰ দুৰ্গম অঞ্চলত বসতি কৰা কেবাটাও জনজাতীয় সম্প্ৰদায়ৰ লোকক ভৈয়ামৰ মানুহে ডফলা আখ্যা দিছে। অসম বুৰঞ্জীত ডফলাৰ সৈতে হোৱা আহোম ৰজাৰ যুদ্ধৰ উল্লেখ পোৱা যায়। এওঁলোক বেতৰ কামত পাকৈত। উত্তৰ লক্ষীমপুৰ আৰু তেজপুৰ মহকুমাৰ ভৈয়ামৰ অনেক ঠাইত ডফলা গাঁও আছে।

**ধাম্মাই বা মিজি**—অইন মানুহে মিজি বোলে যদিও এওঁলোকে নিজকে ধাম্মাই বুলিহে চিনাকি দিয়ে। কামেং বিভাগৰ পঁচিশখন গাঁৱত এওঁলোকৰ বাস। ধাম্মাই সমাজত থকা প্ৰবাদমতে এওঁলোক পূৰ্ব্বতে ভৈয়ামৰ অধিবাসী আছিল, পিছতহে পৰ্ব্বতলৈ গ'ল। এওঁলোকৰ ওপৰত বৌদ্ধধৰ্ম্মী মনপা সমাজৰ প্ৰভাৱ কিছু দেখা যায়। ধৰ্ম্মাইৰ ভিতৰত দুটা সম্প্ৰদায়—এটা ম্‌্যবু আৰু ইটো ম্‌্যলু। দুয়োটা সম্প্ৰদায়ৰ মাজত বিয়া-বাৰু নচলে।

**নক্টে**—টিৰাপ বিভাগৰ খুনচাৰ কাষৰে-পাজৰে এওঁলোকৰ বসতি। এওঁলোকৰ ওপৰত অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱ পৰিছে আৰু এওঁলোকে বৈষ্ণৱ ধৰ্ম্মৰ অনুগামী।

**পৰ্ব্বতীয়া মিৰি**—ডফলা আৰু আপাটানিৰ সৈতে কিছু সাদৃশ্য থকা সোৱণশিৰি বিভাগৰ উত্তৰাঞ্চলত বাস কৰা বহুত কৈদৰ জনজাতিক পৰ্ব্বতীয়া মিৰি নামেৰে অভিহিত কৰা হয়।

**কোম**—কোমবিলাক কচ্ছাক আৰু চাঙৰ সৈতে সাদৃশ্য থকা এটা সংখ্যালঘিষ্ঠ জনজাতি।

**ৰঙি**—ৰঙিবিলাক আদি জনজাতিৰে এটা ঠাল। এওঁলোকে সূতাৰ আৰু উলৰ ভাল কাপোৰ বব জানে। টিকাৰ আৰু বেপাৰ-বাণিজ্য দুয়োটাতে এওঁলোক পাকৈত। এওঁলোকে ভৈয়ামৰপৰা বস্তু কিনি নি মিঞং, গালং আৰু অন্যান্য জনজাতিৰ মাজত বেচে।

**বুগুন বা খোৱা**—ছেৰডুকপেন আৰু আঁকাবিলাকৰ মাজত সংখ্যাত মুষ্টিমেয় (প্ৰায় পোন্ধৰ শ) বুগুন বা খোৱাবিলাকৰ বাস। এওঁলোক আঁকাবিলাকৰ প্ৰভাৱাধীন আৰু ছেৰডুকপেনৰ ওচৰত থকা। বয়ন-শিল্পৰ প্ৰচলন নাই। বৌদ্ধধৰ্মৰ সামান্য প্ৰভাৱ এওঁলোকৰ ওপৰত দেখা যায়।

**মনপা**—কামেং বিভাগৰ উত্তৰ-পূৱ অঞ্চলত বসতি কৰা সংখ্যাগৰিষ্ঠ (প্ৰায় বিশ হাজাৰ) মনপাবিলাকৰ বৈশিষ্ট্য আছে। এওঁলোকে তিব্বতৰ লামা-পন্থী বৌদ্ধধৰ্ম্ম অনুসৰণ কৰে। মনপাই জুম্ খেতিৰ বাহিৰেও মাটি চহাই খেতি-বাতি কৰে। সীমান্তৰ জনজাতিৰ ভিতৰত কেৱল এওঁলোকেই ঘিঁউ প্ৰস্তুত কৰে আৰু গাখীৰ খায়। তিব্বত আৰু ভোটানৰ সৈতে এওঁলোকে বেপাৰ-বাণিজ্য কৰে। মনপাৰ নাচ আৰু নাচৰ মুখা চাব লগীয়া। টৌৱাং মঠ এওঁলোকৰ প্ৰধান ধৰ্ম্মকেন্দ্ৰ।

**মোক্লুম্**—ব্ৰহ্মদেশৰ সীমান্তত টিৰাপ বিভাগত টাংচা জনজাতিৰ বাস। টাংচাসকলৰ ব্ৰহ্মদেশৰ কোনো কোনো সম্প্ৰদায়ৰ সৈতে সাংস্কৃতিক যোগ দেখা যায়। মোক্লুমবিলাক টাংচা জনজাতিৰে এটা শাখা।

**মিঞং**—চিয়াং বিভাগৰ চিয়াং নৈৰ দুয়োপাৰে এওঁলোকৰ বসতি। মিঞং-সকল আদি জনজাতিৰে এটা ঠাল। এওঁলোকৰ গাঁওবোৰ ডাঙৰ। মিঞং সমাজৰ ব্যৱস্থা গণতান্ত্ৰিক আৰু কেবাঙৰ (পঞ্চায়ত সভা) দ্বাৰা শাসিত। ডেকাসকলৰ বাবে বাজঘৰ মুচুপ্ আছে।

**মিচিমি**—ঘাইকৈ লোহিত উপত্যকাত মিচিমিবিলাকৰ বাস। এওঁলোক ব্ৰহ্মদেশৰপৰা অহা বুলি এটা প্ৰবাদ আছে। মিচিমিবিলাকৰ কেবাটাও শাখা বা ঠাল আছে। তাৰ ভিতৰত **টৈৰাওন** বা **ডিগাৰু মিচিমি**, **ইডু মিচিমি** বা **চুলিকটা মিচিমি** আৰু **কামান মিচিমি** প্ৰধান। ইডু-মিচিমিবিলাকে বাটিৰ দৰে আগফালে ঘূৰণীয়াকৈ চুলি কাটে বাবে এওঁলোকক চুলিকটা মিচিমি বোলা হয়।

**ইডু মিচিমিবিলাক** চেহেৰা-পাতি আৰু ঐতিহ্যৰ ফালৰপৰা পাদমে (আদি)-বিলাকৰ সৈতে প্ৰায় একে; কিন্তু এওঁলোকৰ বাজঘৰ মচুপ্ আৰু

আনুষঙ্গিক নাচ-গান নাই। ইহঁতবিলাকৰ ঘৰবোৰ ঠেক আৰু দীঘলীয়া, একেটা ঘৰতে বহুত মানুহ থাকে। এওঁলোকৰ সমাজত দাস ৰখা প্ৰথা অলপ আগলৈকে চলি আছিল।

ডিগাৰু মিচিমিবিলাক দেখাত কামান মিচিমিৰ সৈতে একে হলেও এওঁলোকৰ ভাষা বেলেগ। এওঁলোকে এহাতে তিব্বতৰ সৈতে আৰু আনহাতে অসমৰ সৈতে বেপাৰ-বাণিজ্য কৰে। মিচিমি তিতা, মৌ শিতা, ৰবৰ, হাতী দাঁত আদি এওঁলোকৰ প্ৰধান পণ্য।

কামান মিচিমিবিলাক ব্ৰহ্মদেশৰ কাচিন পাহাৰৰপৰা অসমৰ লোহিত্য উপত্যকালৈ কেইশমান বছৰৰ আগেয়ে অহা বুলি কোৱা হয়। এওঁলোকে দীঘল চুলি ৰাখে, ধুনীয়া কাপোৰ বয়। খেতি-বাতিতকৈ বেপাৰতহে বেছি ৰাপ।

ৱাঞ্চো—টিৰাপ বিভাগৰ দক্ষিণ অঞ্চলত ৱাঞ্চো জনজাতিৰ বাস। এওঁলোকৰ সমাজত শ্ৰেণীভেদ সুস্পষ্ট। দলৰ বা ফৈদৰ মুখিয়ালসকলৰ প্ৰতিপত্তি অসীম। কন্যাকবিলাকৰ দৰে এওঁলোকেও মৃতকৰ শ মুকলি ঠাইত পেলাই দিয়ে। এওঁলোকে কাঠৰ নানা প্ৰকাৰ ধুনীয়া ধুনীয়া বস্তু সাজে।

হ্ৰুচ্চো বা অঁকা—মুখত ক'লা আঁক আঁকি লোৱা বাবে হ্ৰুচ্চোবিলাক অঁকা (অৰ্থাৎ চিত্ৰিত) বুলি প্ৰখ্যাত। সীমান্তৰ কামেং বিভাগত বাস কৰা অঁকা জনজাতিৰ সংখ্যা এহেজাৰমান হে হ'ব। এওঁলোকে একোটা দীঘলীয়া ঘৰ সাজি বহুত মানুহ একেটা ঘৰতে থাকে। অঁকাবিলাক চতুৰ বেপাৰী। ভোটান আৰু অসমৰপৰা বস্তু কিনি এওঁলোকে অন্যান্য জনজাতিৰ মাজত বেচে। হিন্দুধৰ্ম আৰু বৌদ্ধধৰ্মৰ প্ৰভাৱ এওঁলোকৰ ওপৰত সামান্যভাৱে দেখা যায়। -

---

* ড° ভেৰিয়াৰ এলুৱিনৰ "উত্তৰ-পূৱ সীমান্তৰ সাধু" নামে গ্ৰন্থৰ সহায়ত টোকাটি প্ৰস্তুত কৰা হৈছে। অসম সাহিত্য সভাই প্ৰকাশ কৰা "অসমৰ জনজাতি" নামে গ্ৰন্থত অসম, নগাভূমি আৰু উত্তৰ-পূৱ সীমান্তৰ জনজাতিৰ বিষয়ে সবিশেষ পোৱা যাব। সম্পাদক